# ৰামধনু

[ ৱান্দা ৱাচিলিৱেস্কাৰ ৰেইনব'ৰ অনুবাদ ]

কীৰ্তিনাথ হাজৰিকা




সাহিত্য-প্ৰকাশ
ট্ৰিবিউন বিল্ডিংচ
গুৱাহাটী-৭৮১০০৩

RAMDHANU—an Assamese translation by Sri Kirtinath Hazarika of 'the novel—'Rainbow' written by Vanda Vasilievska, Stalin Prize winner of the U.S.S.R and published by Sahitya-Prakash, Tribune Buildings, Gauhati-781003. Price Rs. 11·00 (Rupees Eleven only.)

This book has been printed on concessional paper made available by the Govt. of India.

*

প্ৰকাশক
সাহিত্য-প্ৰকাশ
ট্ৰিবিউন বিল্ডিংচ
গুৱাহাটী-৭৮১০০৩

*

প্ৰথম প্ৰকাশ : ১৯৪৭ চন
দ্বিতীয় প্ৰকাশ : ১৯৭৯ (নবেম্বৰ) চন

*

বেটুপাত : বেণু মিশ্ৰ

*

মূল্য : ১১·০০ (এঘাৰ) টকা মাত্ৰ

*

মুদ্ৰক :
ট্ৰিবিউন প্ৰেছ
গুৱাহাটী-৭৮১০০৩

## একাঁজলি শ্ৰদ্ধা :



৩২ বছৰৰ আগতে মোৰ প্ৰথম প্ৰচেষ্টাক জীপ দি মোক উৎসাহিত
কৰি 'ৰামধনু' প্ৰকাশ কৰা মোৰ ককাইদেউ স্বৰ্গীয়
লক্ষ্মীনাথ হাজৰিকাৰ স্মৃতিৰ প্ৰতি
শ্ৰদ্ধা জনালোঁ।

কীৰ্তিনাথ হাজৰিকা
গুৱাহাটী

নিবেদন,

বিয়াল্লিছৰ বিপ্লৱৰ স্মৃতি কেঁচা হৈ থকা পৰতে ছোভিয়েট ইউনিয়নৰ লিখিকা ৱান্দা ৱাচিলিৱেস্কাৰ ৰেইনব' নামৰ উপন্যাসখন (ইংৰাজী) পঢ়িছিলোঁ। ১৯৪৩ চনত ষ্টেলিন-বঁটা লাভ কৰা এই উপন্যাসখন পঢ়িয়েই অসমীয়ালৈ অনুবাদ কৰিলোঁ। কিন্তু সেই সময়ত কলিকতাত সৃষ্টি হোৱা নানান সমস্যাৰ কাৰণে কলিকতাৰ ছপাশালৰপৰা কিতাপখন ছপাই উলিয়াওঁতে বহুত পলম হ'ল। ১৯৪৭ চনৰ শেষৰ ফালেহে কিতাপখন ওলাল।

সুদীৰ্ঘ ৩২ বছৰৰ মূৰত 'ৰামধনু'ৰ দ্বিতীয় মুদ্ৰন প্ৰকাশ হোৱা দেখিবলৈ পাম বুলি কল্পনাও কৰা নাছিলোঁ। সেই অপৰিসীম তৃপ্তিৰ ভাগ ল'বলৈ সুযোগ দিয়াৰ বাবে 'সাহিত্য-প্ৰকাশ'ৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ।

সাহিত্য ক্ষেত্ৰৰ প্ৰথম প্ৰচেষ্টাৰ ভুল-ভ্ৰান্তিখিনি আঁতৰাবলৈ এইবাৰ যিমানখিনি পাৰি যত্ন কৰিলোঁ। পঢ়ুৱৈ সমাজে কিতাপখন পঢ়ি ভাল পালে তাকে চেষ্টাৰ সাৰ্থকতা বুলি গণ্য কৰিম।

ইতি

কীৰ্ত্তিনাথ হাজৰিকা
গুৱাহাটী
১৯৭৯

## ॥ এক ॥

এটা বাট পূবৰপৰা পশ্চিমলৈ ; আনটো উত্তৰৰপৰা দক্ষিণলৈ গৈছে। চাৰিআলিৰ টিলাটোৰ ওপৰতে গাওঁখন। বাট দুটাৰ দুয়োকাষে শাৰী শাৰীকৈ ঠাহ খাই থকা জুপুৰীবোৰ এটা 'ক্ৰছ'ৰ বাহুকিটাৰ নিচিনা। মাজৰ সৰু মুকলি ঠাইডোখৰৰপৰা গীৰ্জাৰ কলচীটো ওলাই থকা দেখি। পাহাৰৰ দাঁতিয়েদি এখন নৈ আঁকাই-পকাই গৈছেগৈ ; নৈখন বৰফেৰে ঢাক খাই আছে। দুই-এঠাইত বৰফৰ খীণ নীল আৱৰণ ভাগি-ছিগি গৈছে ; সেইবোৰৰ মাজেদি বৈ যোৱা পানীৰ কজলা ৰঙটো জিলমিলাই উঠিছে।

জুপুৰীৰপৰা এজনী তিৰোতা ওলাই আহিল ; তাই কান্ধৰ ভাৰখনত এযোৰ বাল্টি ওলোমাই আনিছিল। খোজৰ ছেৱে ছেৱে বাল্টিকেইটা নাচি আহিছিল। পিছল বাটেদি সাৱধানে খোজ দি তাই আওঢলীয়া বাটটো পাৰ হৈ আহিল। বেলিৰ জলক্-তবক্ লগোৱা ৰশ্মি বৰফৰ ওপৰত প্ৰতিবিম্বিত হৈ তাইৰ চকু চাঁত মাৰি ধৰিলে। নৈৰ পাৰলৈ আহি তাই বৰফৰ মাজৰ গাঁত এটাৰ কাষতে বাল্টি দুটা থ'লে ; আৰু কেউপিনে চকু ফুৰাই চালে। কোনো নাই। ঘৰবোৰৰ সাৰশুৰ নাই-- যেন বৰফৰ শেতেলিত টোপনিত লালকাল।

মানুহজনী খন্তেক ৰ'ল ; তাৰ পিছত বৰফৰ ওপৰতে বাল্টি দুটা থৈ, নৈৰ পাৰে পাৰে, লাহে লাহে খোজ ল'লে। তাই ঘনে ঘনে চকিতভাৱে ওপৰৰ গাওঁখনৰ পিনে চাই গ'ল।

নৈখনে এটা পাক ল'লে। কাষৰ খালটো জোপোহাই ছাটি ধৰিছে---বৰফৰ ডাঠ ঢাকনিৰ মাজেদি ঠাল-ঠেঙুলিবোৰ কথমপিহে দেখা যায়। জোপোহাৰ মাজে মাজে এটা অস্পষ্ট ঠেক বাট। মানুহজনীয়ে এই বাট ধৰিলে। বৰফত ঢাক খাই থকা জোপোহা-বোৰৰ মাজেদি ঠেলি-হেঁচি বাট লওঁতে তাইৰ কেউকাষে খচ্‌মচনি উঠিছিল। ওপৰৰ ঠালবোৰে তাইৰ মুখত মাৰেহি ; তাই সেই

বৰফে ঢকা ঠেঙ্‌লিবোৰ ঠেলা মাৰি আঁতৰাই দিয়ে আৰু মিহি বৰফবোৰ জৰ্‌জৰাই তললৈ সৰি পৰে।

হঠাৎ বাটটোৰ মূৰত মানুহজনী ৰ'ল আৰু এটা নির্জীব, উদাস দৃষ্টিৰে সমুখলৈ একেথৰে চাই থাকিল।

এই চোখৰ মাটি ছিটাছিটকৈ ফাটি খলাবমা হৈ পৰিছে। মাজে মাজে চাপ আৰু ঠেক খালবোৰ ভৰি আছে। এনিতেনি শেলোপা জোপোহা গজি উঠিছে। চাপবোৰ বৰফেৰে ভৰা; শৰতৰ শেষতো এতিয়াও মাজে মাজে জোপোহাবোৰত ৰঙা গামুবোৰ লাগি আছে কিন্তু মানুহজনীৰ চকু এইবোৰত নাই।

অ'ত ত'ত বৰফৰ মাজেদি অস্পষ্ট ক'লা আকৃতি কিছুমান দেখা গৈছিল। এটা ফাটত এসোপা ফটাকানি পৰি আছে। ধাতুৰ টুকুৰা আৰু মামৰ লগা টুকুৰা লোবোৰ নীলা বৰফৰ মাজেদি বাহিৰলৈ ওলাই পৰিছে।

তাই আৰু [illegible] আগবাঢ়ি গৈ লাহেকৈ আঁঠু কাঢ়িলে। তাতে সি পৰি আছিল ঠেৰেঙা দিলে; গাটো বেহেলাৰ তাঁৰৰ দৰে ঠৰঙা আৰু টনটনীয়া। তথাপি তাক সৰু যেন দেখিছিল। জীয়াই থকাতকৈ বহুত সৰু দেখা গৈছিল। তাৰ মুখখন 'আবলুচ' কাঠত খোদা কটা মুখৰ নিচিনা হ'ল। যি মুখৰ প্ৰতি ৰেখাই তাইৰ ইমান পৰিচিত, সেই মুখখনৰ ওপৰেদি তাই লাহে লাহে চকু ফুৰালে: কিন্তু সেইখন যেন অচিনাকি মানুহৰ মুখহে! ওঁঠ দুটা জঠৰ হ'ল। নাকৰ ফুটা দুটা এফলীয়া গ'ল আৰু বাহুকিটা চকুৰ ওপৰলৈ নামি আহিল। মুখখন শিল যেন জঠৰ। একাষে কাণৰ ওচৰত এটা ঘূৰণীয়া ফুটা মেল খাই আছিল। ইয়াৰ দাঁতিবোৰত গোট মৰা তেজবোৰ চেকুৰা বান্ধি আচৰিত ৰকমে তেজো-ৰঙা হৈ উঠিল। মাটিৰ ক'লা বৰণত তেজৰ ৰঙা ছাব এটা পৰিছিল।

আঘাতৰ লগে লগে যে তাৰ মৃত্যু হোৱা নাছিল, এই কথা স্পষ্টভাৱে ওলাই পৰিছিল। নিশ্চয় সিহঁতে তাৰ কানি-কাপোৰ আঁজুৰি-পিঁজুৰি নিওঁতেও সি জীয়াই আছিল। সি তেতিয়াও জীয়াই আছিল, নাইবা তেতিয়াও অন্ততঃ তাৰ গা তপত আছিল। দস্যুদলৰ হাতেহে তাৰ ভৰিকিটা টানি পোন কৰি দিলে আৰু হাত দুখন নির্মমভাৱে আঁজুৰি দুয়োকাষলৈ মোটোকাই আনিলে মৰণে কেতিয়াও তেনে অৱস্থা কৰিব নোৱাৰে। যুদ্ধৰ দিনা

—অৰ্থাৎ যিদিনা তাক মাৰিলে—ভয়ানক বৰফো পৰিছিল মৰণৰ পিছতে ততালিকে বৰফে মৃতকক তাৰ কবললৈ আনি সিহঁতৰ শৰীৰ শিললৈ ৰূপান্তৰ কৰি পেলালে। সেইদেখি তেতিয়া আৰু সিহঁতে মৃতকক কেতিয়াও নাওঠ কৰিব নোৱাৰে। সিহঁতে তাৰ সকলো লুট কৰিলে; গাত থাকিল কেৱল কামিজটো আৰু খঁৰা-পায়জামাটো। সিহঁতে তাৰ ডাঙৰ কোটটো ফালি নিলে, বুটযোৰ আৰু পায়জামাটো সোলোকাই নিলে; আনকি মোজাযোৰো খুলি নিলে। নীলা খঁৰা-পেণ্টটো তাৰ গাৰ মাজলৈ সোমাই যোৱা যেন দেখি। দেখাত এনে হৈছিল যেন কাঠতহে এইবোৰ ৰঙ দি কৰিছে। ছালৰপৰা কাপোৰক প্ৰভেদ কৰা ইমান অসম্ভৱ হৈ পৰিছিল! ক'লা মুখখনৰ তুলনাত ভৰিৰ উদং তলুৱাকিখন চক্‌মাটিৰ নিচিনাকৈ অসম্ভৱৰূপে বগা। বৰফত এটা ভৰি ফাটি গৈছিল আৰু মঙহবোৰ বুটজোতাৰ ফটা গোৰোৱাৰ দৰে ওলাই পৰিছিল; হাড়ডাল উদং হৈ ওলাই আছিল।

মানুহজনীয়ে থৰক্-বৰককৈ তাইৰ হাতখন আগবঢ়াই শটোৰ বাউসীটো চুলে। হাতত লাগিল কামিজৰ থহটা কাপোৰখন আৰু তলত থকা শিল যেন টান গাটো। "বোপাই ঐ..."

তাই কন্দা নাছিল। লোতকবিহীন চকুহালে থৰ লাগি চাই আছিল; তাই যেন হেঁপাহ পলুৱাই এই দৃশ্য উপভোগ কৰিছে: পুতেকৰ মুখখন লোৰ দৰে ক'লা; গুলায়ে কুমৰ ওচৰত এটা ঘূৰণীয়া গাঁত কৰিলে; ভৰিটো ফাটি গৈছিল। তাৰ হাত-ভৰিৰ শেষ আস্ফালনৰ সাক্ষী বৈছিল আঙুলিবোৰত—হাতোৰাৰ দৰে বৰফৰ মাজত আঁকুৰি ধৰিছিল; এয়ে মৃত্যুৰ আগতে সি যাতনা ভোগ কৰাৰ একমাত্ৰ পৰিচায়ক।

মানুহজনীয়ে বতাহে পেলোৱা বৰফবোৰ তাৰ ক'লা চুলিৰপৰা লাহে লাহে হাত ফুৰাই পেলাই দিলে। একোছা ক'লা চুলি তাৰ কপালত পৰিছিলহি। চুলিবোৰ মেলা ঘাডোখৰৰ ভিতৰলৈ সোমাই গৈছিল আৰু গোট মৰা তেজেৰে কৰাল মাৰি লাগি আছিল—তাই আৰু চুলিবোৰ চুবলৈ সাহ নকৰিলে।

ইয়ালৈ আহোঁতে তাই প্ৰতিবাৰেই সেই চুলিকোছা পিছুৱাই নিব খোজে; কিন্তু চুবলৈ ভয় কৰে। জানোচা তাই মৰা ল'ৰাটোক কষ্ট দিয়ে বা ঘাডোখৰত দুখ পোৱায়!

"মোৰ সোণটো!........"

তাইৰ শুকান ওঁঠকিটাই যন্ত্ৰচালিতৰ দৰে সেই একেটা শব্দকে ফুচ্‌ফুচাই উঠে। যেনিবা সি তাইৰ মাত শুনিবহে—যেন সেই গধুৰ, ক'লা পৰা বাহুকিটা মেল খাব আৰু তাৰ মৰমসনা মটীয়া বৰণৰ চকুহালেৰে তাইলৈ চাব !

মানুহজনীয়ে লৰচৰ নকৰিলে ; তাইৰ চকুকিটা সেই ক'লা মুখখনৰ ওপৰত থৰ লাগি ৰ'ল। তাইৰ জাৰ লগা নাছিল ! আঁঠুকিটাৰ জঠৰতালৈ তাই কাণ কৰা নাছিল। তাই কেৱল একেথৰে চাই ৰ'ল।

খালটোৰ সিপাৰে থকা অকলশৰীয়া গছজোপাৰপৰা এজনী ঢোৰা কাউৰী উৰি আহিল। কাউৰীজনীয়ে জোৰেৰে পাখি ছখনেৰে ধপ্‌ধপাই ঘূৰণীয়াকৈ এপাক ঘূৰিলে আৰু তাৰ পিছত এটা জোপাৰ তলত থকা ফটাকানিৰ দ'ম এটাৰ ওপৰত জপিয়াই পৰিল। মুৰ দাঙি কেউপিনে চালে। পুৰণি তেজৰ দাগবোৰ গুলীয়ে থকাসৰকা কৰা কাপোৰৰ মাজেদি বিৰিঙি গৈছিল। মুহূৰ্তৰ কাৰণে কাউৰীজনী তাত থিয় দিলে, মূৰটো কাষলৈ দোঁৱাই নিলে যেন একেবাৰে ভাবত বুৰ গ'ল। পিছত এবাৰ খুঁটিয়াই চালে। মৰ্‌মৰাই উঠিল। এয়ে বৰফৰ প্ৰতিক্ৰিয়া—এমাহৰ আগতে ইয়াত এৰি যোৱা প্ৰতিটো বস্তু শিলৰ দৰে টান হ'ল।

মানুহজনীয়ে মৰাৰ নিচিনা অচলতাৰপৰা মুক্তি পালে।

"ছুঃ !"

ঢোৰা কাউৰীজনী খপ্‌জপাই উৰি গুচি গ'ল। আৰু সেই বৰফত ঢাক খাই থকা মানুহৰ মূতিটোৰপৰা কেইখোজমান আঁতৰত আকৌ পৰিল।

"ছুঃ !........."

তাই এচপৰা বৰফ বুটলি লৈ কাউৰীজনীৰ গালৈ দলিয়াই দিলে। ঢোৰা কাউৰীজনীয়ে ডেও দিবলৈ ধৰিলে আৰু তাৰ পিছত লাহে লাহে গছজোপাৰ আগৰ ঠালটোলৈ উভতি উৰি গ'ল। মানুহজনী আঁঠুকঢ়াৰপৰা উঠিল ; হুমুনিয়া কাঢ়ি শেষবাৰলৈ তাইৰ পুতেকক এবাৰ চাই ল'লে আৰু উভতি পথ ধৰিলে।

বৰফৰ গাঁতটোৰপৰা তাই অলপ পানী তুলি ল'লে আৰু আওঢলীয়া বাটটোৰেদি লাহে লাহে উঠি গ'ল। ভৰা বাল্টি ছটাৰ ভৰত তাই ছগুণে বেঁকা হৈ যাবলৈ ধৰিলে। বেলিটো আৰু ওপৰলৈ উঠিল। কিন্তু কুঁৱলী শাম নাকাটিল। বৰফবোৰ নীলা

যেন দেখি; কিন্তু সঁচাকৈ নীলা আছিল নে তাই ভেতিয়াও পুতেকৰ অচল, ঠৰঙা, চকুমাটিৰ দৰে বগা আৰু ভয়লগা ভৰি-কিটাৰ মঙহৰ মাজলৈ সোমাই যোৱা সেই নীলা কাপোৰ-টুকুৰাকে দেখি আছিল—সেই কথা তাই বুজিব পৰা নাছিল।

জুপুৰীৰ সমুখত জাৰত ঠেৰেঙা লাগি চন্দ্ৰৰী এটাই অগাপিচাকৈ গোৰোহনি মাৰি ফুৰিছিল। সি ডেও দি দি গৈছিল। জাৰত কুচিমুচি কাষলতিৰ তলত হাত দুখন ভৰাই দিয়ে; খহটা আঙুলিবোৰেৰে গাল দুখন মোহাৰিবলৈ ধৰে। জোঙা বৰফবোৰ তাৰ ফটা বুটৰ মাজেদি আৰু সেউজীয়া গৰম কোটটোৰ মাজেদি সৰকি যায়; আঙুলিবোৰত বিন্ধে আৰু চকুকিটাও বিষায়। সিহঁতৰ বাহিনীটো ইয়ালৈ অহাদিনাৰেপৰা সি তাইক চিনি পায়, তথাপি চন্দ্ৰৰীটোৱে মানুহজনীক ওচৰৰপৰা চালেগৈ। তালৈ অলপো লক্ষ্য নকৰি তাই গুচি গ'ল। দুৱাৰখন কেৰ্‌কেৰাই উঠিল; এচমকা ভাপ ঢৌ খেলি বাহিৰলৈ ওলাই আহিল।

"ইমান পলম হ'ল কিয়? তোলৈ বাট চাই থকা অসম্ভৱ হৈ পৰিছে।"

তাই উত্তৰ নিদিলে; কিন্তু ওঁঠকিটা চেপি ধৰি জুহালৰ কাষ পালেগৈ আৰু জুইৰ ওপৰত থকা পাত্ৰটোত অলপ পানী ঢালি দিলে। জুহালত টিমিক-টামাককৈ জ্বলি থকা জুইকুৰা বঢ়াই দিলে।

"মোৰ পিয়াহ লাগিছে, এগিলাচ পানী দে।"

"বাল্টিতে পানী আছে। লৈ খালেই হয়।" তাই কেটেৰাই উত্তৰ দিলে।

সিজনী লেপৰ তলত খঙতে কঁপিবলৈ ধৰিলে। "ৰ বাৰু মোৰ স্বামী আহক। মই তেওঁক কৈ দিম!" বিৰক্তিত মানুহ-জনীয়ে কান্ধ জোকাৰিলে। ইস্‌ গিৰিয়েক! হয়তো!!·········

লাহে লাহে তাই জুহালত শুকান খৰি জাপি দিলে। এৰা, কপালৰ ফেৰ এয়ে! গাওঁখনত তিনিশ খেতিয়কৰ ঘৰ; সিহঁতৰ প্ৰত্যেকেই কোনো এজনক যুঁজলৈ পঠালে। কিন্তু কেৱল তাইৰ পুতেকহে নৈৰ দাঁতিৰ খালত পৰি থাকিল; এমাহ পাৰ হ'ল। তথাপি সিহঁতে তাক পুতিবলৈ নিদিলে। সি গোটেই মাহটো বৰফৰ মাজতে পৰি আছে; বৰফে তাৰ মুখখন ক'লা লো যেন কৰিলে, ভৰি লাগনি খৰি কলাদি ফালিলে আৰু আঙুলিবোৰ

নীলা হৈ পৰিল। অৱশ্যে জগতে আন মানুহো তাত পৰি আছে—আৰু সেইবোৰ সিহঁতৰ নিজৰে মানুহ। কিন্তু সিহঁত গাৱঁৰ কাৰো আপোন মানুহ নহয়। কাৰণ সিহঁত এই গাৱঁৰ মানুহ নহয়। কেৱল সিহে। নিজৰ গাৱঁৰ মাজতে, নিজ ঘৰৰপৰা ঢুশখোজমান দূৰতে মৰিবলৈ কেৱল তাৰ কপালতহে লিখা আছিল। নিজৰ পুতেকৰ নোপোতা শটোৰ ওপৰত জাকে জাকে ক্ষুধাতুৰ ঢোৰাকাউৰী ঘূৰি ফুৰা চাবলৈ কেৱল তাইৰ কপালতহে লিখা আছিল। তদুপৰি তাইৰ ঘৰতহে জাৰ্মান অফিচাৰটোৱে তাৰ ৰক্ষিতাজনীক ৰাখিবলৈ ঠাই পালে, যেন কেৱল তাইক উপহাস কৰিবলৈকে এইবোৰ ইচ্ছাপূৰ্বক কৰিছে। আৰু যদি তাই জাৰ্মান হ'লহেঁতেন– দূৰৰ দেশৰপৰা অহা, বেলেগ ভাষা কোৱা এজনী অচিনাকি মানুহ হোৱাহেঁতেন! তেতিয়া তায়ো সেই সেউজীয়া, দীঘল কোট পিন্ধা আনবোৰ মানুহৰ দৰেই শত্ৰুতা আৰু ঘৃণাৰ পাত্ৰ হ'লহেঁতেন! কিন্তু নহয়; কথাটো আৰু শোচনীয় কিয়নো তাই আছিল গাৱঁৰে তিৰোতা। সাধাৰণ চিঙ্কৰ মোজা এযোৰৰ বাবত, সামান্য ফৰাচী মদ এবটলৰ বাবত তাই নিজৰ দেহা বিক্ৰী কৰিলে। তাইৰ দেশক, তাইৰ অঙহী-বঙহীক, ৰেডবাহিনীৰ সৈন্যাধ্যক্ষ স্বামীক তাই বিশ্বাসঘাতকতা কৰিলে। খালত পৰি থকা মৰা-শবোৰকো তাই বিশ্বাসঘাতকতা কৰিলে। এনে এজনী মানুহে যে তাইৰ ভেটিত আশ্ৰয় পাব পাৰে, তাইৰ বিচনাত শুই আয়ম কৰিব পাৰে, তাইৰ ওপৰত হুকুম চলাই তাইৰ ঘৰৰে গিৰিহঁতনী বোলাব পাৰে—এনে কথা ভাবিলেও তাইৰ অন্তৰ খণ্ডত জ্বলি উঠে।

তথাপি তাই অলপো লাজ পোৱা নাছিল; চকু তলমূৰাকৈ তাই সুফুৰে বা মানুহ লগ পালে ৰঙা-চিঙাও নপৰে। তাই উলাহেৰে নিলাজীৰ দৰে ফুৰে; আনে যাতে তাইৰ আলপৈচান ধৰে তাকেই তাই বিচাৰে।

শোৱাকোঠাৰপৰা লেখাৰি নিছিগাকৈ গালি-শপনিৰ জাউৰি উঠিল। সেইবোৰলৈ কাণ নকৰি ফেডচিয়াই জ্বলি থকা জুইকুৰাৰ পিনে চাই ফুচফুচাই ক'লে: "তই মাথোন অলপ সময় বাট চা……হোঃ!……তই ভালকৈ ইয়াৰ সেকা পাবি। এনেদৰে পাবি যে এদিন তই জন্ম নোহোৱাই ভাল আছিল বুলি এশবাৰ কব লাগিব।"

চালিৰ তলত গধুৰ খোজৰ শব্দ শুনাতো তাই মূৰ দাঙি নাচালে। কোন আহিছে নেদেখাকৈয়ে বুজিলে। কেৱল তাইৰ মুখত ফুটি উঠিল এটা কঠোৰতাৰ ভাব।

অফিচাৰে জুহালৰ কাষৰ মানুহজনীলৈ একো মন নকৰিলে; শোৱা কোঠালৈ সোমাই গ'ল।

"কি? এতিয়াও তুমি উঠা নাই?"

বিচনাত শুই থকা মানুহজনীয়ে ঠেহ পাতি মুখ ওফোন্দাই দেখুৱালে।

"উঠিনো কি কৰিম? আপুনি দেখোন কেতিযাও ইয়াত নাথাকে। আমনি লাগি মোৰ আৰু চকুপানী ওলাইছেগৈ। আপুনি ওলাই যাব; মইহে সদায় ইয়াত লেতেৰী মানুহজনীৰ লগত সোমাই থাকিব লাগে। আপুনি চাব বাৰু; তাই এদিন মোক বিহ খুৱাব।"

সি তাইৰ বিচনাৰ দাঁতিত বহিলগৈ।

"আঁকৰী! এইখন ঘৰৰ তুমিয়েই গিৰিহঁতনী, বুজিছানে? তুমি আকৌ আমনি পাবা কেলৈ? এজাপ ৰেকৰ্ড আছে— গ্ৰাম'ফোনকে বজোৱা; নহ'লে পঢ়া। আজৰি পোৱা প্ৰতি সময়কণকে তোমাৰ লগত কটাইছোঁ। জানাই দেখোন······ আমি আছোঁ যুঁজৰ মাজত। সদায় এটা নহয় এটা আছেই।"

তাই হুমুনিয়া কাঢ়িলে।

"যুঁজ, সদায় যুঁজ। আপুনি দেখোন ছুটী লৈ হ'লেও মোক ইয়াৰপৰা লৈ যাব পাৰিলেহেঁতেন।"

অফিচাৰে গাটো জোকাৰিলে।

"আঁকৰী; এতিয়া ছুটা লবৰ সময় নহয়। আৰু মই যদি তোমাক অকলে জামেনীলৈ পঠাই দিওঁ, তুমি তাত কি কৰিবা? তাতকৈ একেলগে থকাই ভাল।"

তাই উত্তৰ নিদিলে, লাহে লাহে উঠি তাইৰ কানি-কাপোৰবোৰ আনিবলৈ চকীখনলৈ হাত মেলিলে। বিচনাৰ দাঁতিৰপৰা অফিচাৰ উঠিল আৰু বেঞ্চ এখনত বহিলগৈ; চকু একেথৰে মানুহজনীৰ ওপৰত। এৰা, তাই দেখিবলৈ ধুনীয়া। নহ'লে সি এইদৰে তিনিমাহ তাইক লগত লৈ ফুৰিবালেহেঁতেন। তাৰ পৰিচিত সকলো তিৰোতাতকৈ তাই বেলেগ—সম্পূৰ্ণ বেলেগ; ইয়াত লগ পোৱা আন সকলো তিৰোতাতকৈ তাই বেলেগ।

"শুনা পুচিয়া, কোনোবা এটাই মোক ক'লে যে স্থানীয় শিক্ষয়িত্ৰীজনী হেনো তোমাৰ বায়েৰা।"

তাইৰ হাতৰ মোজাযোৰ ওপৰতে ৰ'ল। বেমাৰী বান্দৰটোৰ দৰে তাই মুখটো কান্ধৰ পিনে কাটি কৰি নিলে। সঁচাকৈ, তেনে ভঙ্গীত থাকোঁতে দেখিবলৈ বৰ মনমোহা হৈছিল। তাই লেতুসেতু হৈ এধানমান হৈ পৰিছিল।

কেঁচুৱাৰ নিচিনা হাতখনেৰে তাই কাণৰ পিছলৈ চুলি কেইডাল সামৰি থ'লে। কাণ দুখন অকণ অকণ- দেখিলে হাঁহি উঠা, চুটি, তিনিকোণীয়া আৰু পোৱালি জন্তুৰ নিচিনাকৈ আগলৈ জোঙা। তাইৰ দাঁতবোৰো তিনিকোণীয়া; তিনি মাহৰ মূৰত আজিহে তাৰ এইবোৰ চকুত পৰিল। শেঁতা তল ওঁঠটো তাই কামুৰি ধৰিলে।

"হব নোৱাৰিছে, কি হ'লনো?"

আকৌ চুলিখিনি তাই পিছলৈ সামৰি থ'লে। আঙুলিৰ ৰঙা বোল দিয়া নখবোৰ তেজেৰে ৰাঙলী হাতোৰাৰ দৰে জিলিকিল।

"হয়, তাই মোৰ বাইদেউ। পিছে কেলৈনো?"

"তোমাৰ বায়েৰে আমাক বৰ ভাল নাপায়।"

পুচিয়াৰ ঘূৰণীয়া ক'লা চকুযোৰ সন্দেহত তিৰ্‌বিৰাই উঠিল।

"মানে......হেৰি......আপুনি তাইক ভাল পায় নেকি?"

সি খেক্‌খেকাই হাঁহিলে: "নাই! তোমাৰ যে কথা। মই তেনে ঢোৰোহা ৰূপহীক ভাল নাপাওঁ; তাইৰ শকত ভৰিকিটা··· হেৰিৰ···নিচিনা।" সি কব খুজিছিল 'মোৰ ঘৈণীৰ নিচিনা' বুলি; কিন্তু সময়মতে নিজক সম্বৰণ কৰিলে।

পুচিয়াই তৃপ্তিৰে তাইৰ চুটি অথচ শুৱনী গঢ়ৰ ভৰিকিটালৈ চালে: "হয়, সেইটো সঁচা। অলপ শকত......"

"ক'তা, ইয়াত তোমাৰ বায়েৰা আছে বুলি দেখোন তুমি মোক কোৱাই নাছিলা।"

"কেলৈ ক'ম? তাই আছিল ইয়াত আৰু মই তাত আছিলোঁ; আমি কাচিৎ কেতিয়াবাহে ইজনীয়ে সিজনীক লগ পাইছিলোঁ। তাই একেবাৰে বেলেগ।"

"কি বিষয়ত নো বেলেগ?"

পুচিয়াই ভাবি ভাবি বৈ পৰা চুলি একোছা কাণৰ পিছলৈ চুচি থ'লে। তাইৰ নকলী বাখৰৰ দুলযোৰ জিলিকি উঠিল। "তাই ল'ৰা-ছোৱালী পঢ়ায়; তাই কেৱল কামকেহে জানে......

কিন্তু তাৰ বাবত তাই পায় কি ? একো নাই। যিহেৰে তিহেৰে তাই সন্তুষ্ট। প্ৰতি বস্তুৰেই তাইক সন্তোষ দিয়ে।"

"মানে খোলাখুলিকৈ কবলৈ গ'লে, তাই বলছেভিক্ ?"

"কব নোৱাৰোঁ......হ'ব পাৰে।" তাই লাহে লাহে ক'লে আৰু হঠাতে জ্বলি উঠিল—"আপুনি বাৰু মোক তাইৰ বিষয়ে ইমানবোৰ প্ৰশ্ন কৰিছে কিয় ? আপুনি কৈছে তাইলৈ আপোনাৰ চকু পৰা নাই ; তথাপি আকৌ তাইৰ কথাকে সুধি আছে।"

"মই সুধিছোঁহে। মই তাইলৈ নাৰী হিচাপে চকু দিয়া নাই ; বিশ্বাস কৰিবা—কেতিয়াও তাইলৈ নাৰী হিচাপে মন কৰা নাই।"

তাৰ মাতৰ অদ্ভুত সুৰটোলৈ পুচিয়াই মন কৰা নাছিল। তাই সাৱধানে মোজাযোৰ পিন্ধিলে ; মুৰত চিল্কৰ পটি এডাল বান্ধিলে। কাটে জেপৰপৰা সৰু টোপোলা এটা উলিয়ালে।

"হোৱাঁ, মই আচলতে অলপ চকলেট দিওঁ বুলিহে খন্তেকৰ কাৰণে লৰ মাৰি আহিছিলোঁ। এতিয়াই যাব লাগিব ; আজি মোৰ সোপাসোপে কাম আছে। গধূলিলৈকে নিজক ব্যস্ত ৰাখিবা। মই সোনকালে আহিম।"

তাই মুখখন বেঁকা কৰিলে : "অকলে অকলে কিমান থাকিম ! গোটেই দিন অকলে···কেতিয়া এই যুদ্ধখন শেষ হ'ব জানো ?"

"সোনকালে হ'ব।"

"আপুনি কথা ক'বৰ সময়ত ঠিক !"

তাই ৰংচঙীয়া ঢাকনিখন এৰুৱালে ; টুকুৰাকৈ ভাঙি নলৈ গোটেই চক্লেট ডোখৰ জোঙা দাঁতবোৰেৰে কামুৰি ধৰিলে।

"গ্ৰাম'ফোনটোকে বজোৱা। তোমালৈ দুপৰীয়া 'খানা' লৈ আহিব। বাৰু, যাওঁ দেই।"

অনিচ্ছাসত্ত্বেও সি তাইক চুমা খাই ওলাই গ'ল। চন্তৰীটোৱে তেতিয়াও জুপুৰীটোৰ সমুখত গেৰেপ্-গেৰেপকৈ খোজ কাঢ়ি ভৰি-কিটা তপত কৰিবলৈ খুব চেষ্টা কৰিছিল। কেপ্তেইনক দেখা মাত্ৰেই সি জাপ মাৰি অভিবাদন জনালে। কেপ্তেইন তাৰ কাষৰপৰা গ'লগৈ আৰু মুকলি টুকুৰালৈ চালে। আগেয়ে গাৰ্ঁৰ ছভিয়েট বহা ডাঙৰ ঘৰটোত এতিয়া সৈন্য আৰু এন-চি-অৰে ভৰি আছে। সিহঁত সকলোৱে সতৰ্কভাৱে থিয় হ'ল আৰু চেলাম দিলে। সিহঁতৰ অভিবাদনৰ সি নামমাত্ৰ প্ৰত্যুত্তৰ দিলে। চমকা-চমকে

মটীয়া ৰঙৰ ধোঁৱাৰে কোঠাটো ধুৰলী-কুঁৱলী হৈ আছিল।

সি অফিচৰ দুৱাৰখন ঠেলা মাৰি ভিতৰ সোমাই গ'ল।

"তাইক ভিতৰলৈ আন।"

মেজৰ সমুখত বহি সি হামিয়ালে। তাৰ পুচিয়ালৈ খিয়াল লাগিছিল; তাই এতিয়ালৈকে বিছনাত পৰি থাকিব পাৰে; ইপিনে পোহৰ হওঁতে-নহওঁতেই সি বিছনাৰ পৰা উঠিব লাগে, তথাপি গোটেই দিনটো তাৰ অসম্পূর্ণ কামেৰে ভৰি থাকে।

গধুৰ, ভেডাছালৰ চোলা পিন্ধা মানুহ এজনীক সৈন্যবোৰে ভিতৰলৈ আনিলে; তাইৰ তলত পিন্ধা ক'লা সাজটো ওলাই আছিল। সি তাইলৈ সন্দিগ্ধ চকুৰে চালে।

"এইজনীয়েই নেকি?"

"হয়।"

মেজখনৰ সমুখত তাই আঁঠুভঙা ক গহীনভাৱে থিয় দি থাকিল। 'শাল'ৰ তলেদি কঁকালৰ ওচৰত ধোঁৱা বৰণীয়া, পকোৱা চুলি কেইডাল-মান ওলাই আছিল। তাইৰ মুখখন সৰল, কঁৱৰা গচৰ এজনী সাধাৰণ চহাৰ মুখ যেন দেখি।

"নাম?"

"অলেনা কষ্টিযাক।"

সি আঙুলিকিটাৰে পেঞ্চিলডাল একাষৰ সমুখত থিয় দি থকা মানুহজনীলৈ চাই ল ধৰিলে। তাৰ মনত দুটা ভাব খেলালে হয় সৈন্যবোৰে ভুল কৰিলে, নহ'লে তাইৰ দৃঢ় প্ৰতিজ্ঞ, কঠিন ঠাঁচৰ গঢ়িতবিটো আৰু তাৰপিনে চাই থকা চকুযোৰলৈ লক্ষ্য কৰিলে বুজা যায় যে তাৰ সমুখত এখন দীঘল আৰু আমনি লগা প্ৰশ্নাৱলীৰ সূচনা হোৱাৰ আশা আছে।

"তই গৰিলাৰ লগত আছিলি?"

তাই থত্‌মত্‌ নাখালে বা ভয়ো নকৰিলে। তাৰপৰা চকু দুঘূৰাই তাই উত্তৰ দিলে, "মই গৰিলাৰ লগত আছিলোঁ।"

"অ'... তেনে ... তেনে ..." এনে অভাৱনীয় সহজ স্বীকাৰে তাক তবধ্ লগালে। সমুখত পৰি থকা কাগজখনত সি কাটিকুটি আঁকি থাকিল। "বাৰু গাৱঁলৈ উভতি আহিলি কিয়? সিহঁতে তোক পঠাই দিলে কিয়?"

"মোক কোনেও পঠোৱা নাই। মই নিজ ইচ্ছামতে আহিছোঁ।"

"অ' হয় নেকি? তই নিজ ইচ্ছামতে আহিছ......বাৰু তইনো

আহিলি কিয় ?"

এইবাৰ তাই উত্তৰ নিদিলে। তাইৰ ক'লা চকুযোৰ অফি-চাৰৰ সক, ক্ষীণ মুখখনৰ ওপৰত থৰ লাগি ৰ'ল। সেৰেঙা নোমবোৰৰ তলৰ জ্যোতিহীন চকুযোৰলৈ একেথৰে চাই থাকিল।

"কি ?"

তাই একো নামাতিলে।

"সেইটো আকৌ কি কথা ? তই গৰিলাৰ লগত আছিলি আৰু হঠাৎ ঘৰলৈ—মানে গাৱঁলৈ—গুচি আহিলি। তাতনো তোৰ কি হ'ল ? তহঁতৰ কোনো নিয়ম-কাৰণ নাই নেকি ? সিহঁতে তোক কেনৈ পঠালে তাকে পোনপটীয়াকৈ কৈ পেলোৱাই ভাল হব, বুজিছ ?"

"মই নিজ ইচ্ছাৰে গুচি আহিলোঁ। মই আৰু থাকিব নোৱাৰিলোঁ।" "থাকিব নোৱাৰিলি ? ...কেনৈ ?" - তাৰ মনো-যোগ বাঢ়ি গ'ল—"কথা বেয়া হৈছিলগৈ নেকি ? তহঁতৰ সেনাপতিয়ে যোৱা আক্ৰমণত গুলী খালে, নাই খোৱানে ? এতিয়া বাহিনীটো দলভঙ্গ হৈ গ'ল, হোঃ ?"

"মই বাহিনীটোৰ কথা একো নাজানো। মই ঘৰলৈ গুচি আহিলোঁ।" "কিন্তু, এনেকৈ হঠাৎ আহিলি কিয় ?"

তাইৰ ওঁঠকিটা লৰিল; কিন্তু তাৰপৰা কোনো শব্দ নোলাল।

"শেহত ইয়াকে থিৰাং কৰিলি নেকি যে এইবোৰ সকলো মিছা, জগৰৰ কথা, বা ডকাইতি ? এতিয়া আৰু এইবোৰ নলগা হ'ল নেকি ?"

তাই মূৰ জোকাৰিলে: "নহয়.........মই তাত থাকিব নোৱাৰিলোঁ।"

"কেনৈ নোৱাৰিলি ?"

তাই কথা কবলৈ চেষ্টা কৰা স্পষ্টভাৱে ওলাই পৰিছিল। তাৰ পিছত ঠিক সেই বৰণ নোহোৱা নোমবোৰৰ মাজত পিৰি-কিয়াই থকা ফট্ফটীয়া চকুকিটালৈ চাই ক'লে—"মই অশৌচৰ বাবে ঘৰলৈ আহিলোঁ।"

"কি ?"

"মই অশৌচৰ বাবে আহিলোঁ ?"

"তেনেহ'লে......" সি এটা হুটা হাঁহি মাৰিলে।

তাইৰ মূৰৰপৰা ভৰিলৈকে এটা কঁপনি বৈ গ'ল।

"জাৰ লাগিছে নেকি ? ইয়াত যথেষ্ট গৰম। তই যিদৰে গাত কাপোৰ মেৰাইছ -যেন ৰবফৰ মাজতহে আছ। শালখন খোল।" বাধ্য হৈ তাই ডাঠ, গধুৰ শালখন খুলি বেঞ্চৰ ওপৰত থলে।

"তোৰ কোটটো খোল।"

থন্তেকলৈ তাই কেগেঁহালে ; তাৰ পিছত বুটাম খুলি তাইৰ গধুৰ চোলাটো খুলি থ'লে। সি তাইলৈ ভালকৈ চালে। হয়, কোনো সন্দেহ নাই। গৰ্ভাৱস্থাৰ এয়ে শেষ মাহ।

মানুহজনীয়ে দীঘলাই উশাহ ল'লে। সি বুজিছিল যে তাইৰ পক্ষে থিয় দি থকা কষ্টকৰ হৈছিল ; আৰু ইচ্ছা কৰিয়েই সি পেঞ্চিলডাল পকাই পকাই প্ৰশ্নবোৰ ক্ৰমে লাহে লাহে সুধি গৈছিল ; মাজে মাজে তাতোকৈ বেছি সময় ৰৈছিল। সি ইচ্ছা কৰিয়েই পলম কৰি নিছিল।

ব্যক্তিগত সম্বন্ধ থকা প্ৰত্যেক প্ৰশ্নৰেই তাই ঘপৰাই উত্তৰ গ'ল। হয়, তাই বিবাহিতা। গিৰিয়েক যুঁজত মৰিল। বিপ্লৱৰ আগতে এখন জমিদাৰীত কাম কৰিছিল ; মহাজনৰ ঘৈঁহু দাইছিল, গৰু খোৱাইছিল। বিপ্লৱৰ পিছত তাই এখন সমূহীয়া পামত কাম কৰিছিল। গৰিলা বাহিনী গঠন হোৱা মাত্ৰেই তাই যোগ দিয়ে, কিন্তু তাইৰ নিজৰ গাৰ অৱস্থাৰ কথা সিহঁতৰ আগত গোপনে ৰাখিছিল। যেতিয়া ঘূৰি-মেলি ফুৰিবৰ বাবে অসুবিধা হ'ল আৰু অশৌচৰ সময় চাপি আহিল, তাই গাৱঁলৈ উভতি আহিল ; তাই শান্তিৰে প্ৰসৱ হোৱাটো বিচাৰে।

"অ' তেনে···শান্তিৰে প্ৰসৱ কৰিবৰ কাৰণে ?"··· সি দোহাৰিলে।

"যোৱা সপ্তাহত তই এখন দলং ভাঙিছিলি ?"

"ভাঙিছিলোঁ।"

"কোনে তোক সহায় কৰিছিল ?"

"কোনেও কৰা নাই, মই নিজে কৰিছিলোঁ।"

"মিছা কথা। আমি এই বিষয়ে সকলো গম পাইছোঁ। ভালে ভালে সঁচা কথা ক !"

"কোনো নাছিল। মই নিজে কৰিছিলোঁ।"

"বাৰু, এতিয়া গৰিলাবোৰ ক'ত আছে ?"

তাই উত্তৰ নিদিলে। ক'লা চকুকিটাৰে তাই গম্ভীৰ হৈ

অফিচাৰৰ পিনে চালে। সি দীঘলীয়াকৈ হুমুনিয়া কাঢ়িলে। আকৌ পুৰণি বুৰঞ্জীৰে পুনৰাবৃত্তি!

আমঠালি কৰি নীৰৱে থাকিব। একেবাহে অন্তহীন তদন্ত চলিব, সম্ভৱপৰ সকলো উপায় প্ৰয়োগ কৰা হব – কিন্তু তথাপিও ফলাফল সকলো মিছা। সি জানে: হয় সিহঁতে তৎক্ষণাৎ কথা কব, নহয় সিহঁতৰপৰা কেতিয়াও একো উলিয়াব নোৱাৰি। এইবাৰ তাইৰ প্ৰথম উত্তৰ শুনি তাৰ মনত ভুল ধাৰণা জন্মিছিল। কিন্তু তাইৰ বাহ্যিক চেহেৰাটোৱে তাৰ মনত পোনতে যি ধাৰণা জন্মাইছিল সেয়ে সঁচা। তাইৰ থুঁতৰিত কঠিন ৰেখা, ওঁঠত দৃঢ়তা আৰু আত্মনিৰ্ভৰশীলতাৰ চিন। এৰা, তাই নিজৰ কথা কব, কিন্তু সিহঁতৰ বিষয়ে এটা শব্দও নকয়।

"বাৰু, গাৰ্ঁলৈ অহাৰ আগতে তই ক'ত আছিলি?"

তাই নিৰুত্তৰ।

সি অতিষ্ঠভাৱে পেঞ্চিলডালেৰে মেজত টুকুৰিয়াবলৈ ধৰিলে; প্ৰশ্ন সোধোতে সি তাইলৈ চোৱা নাছিল। হঠাৎ এটা ঘৃণনীয় বিৰক্তি জন্মিল। এই সকলোবোৰ বাদ দি পুচিয়াৰ কাষলৈ যোৱাই ভাল নহব নে? প্ৰশ্ন সুধিবলৈ আন কোনোবা এটাকে লগাই দিব পাৰি……। কিন্তু গোটেই জিলাখনে অস্তিত্ব অনুভৱ কৰা, এই গৰিলাবোৰৰ বিষয়ে অন্ততঃ অলপ কথা উলিয়াবলৈ সি বিচাৰিছিল। তলতীয়াবিলাকৰ বুদ্ধিৰ ওপৰত তাৰ বিশ্বাস কম। তদুপৰি সিহঁতে দোৱনীয়া এটাৰ ওপৰত নিৰ্ভৰ কৰিব লাগে; ইপিনে দোৱনীয়াৰো ভাষাৰ জ্ঞান কম আৰু বৰ বুদ্ধিমানো নহয়। অফিচাৰে নিজে—বিশেষকৈ দুটা ভাষা—ইউক্ৰেনিয়ান আৰু ৰাছিয়ান ভালকৈ জানে। এই অঞ্চলবিলাকত বিশেষ কাম কিছুমানৰ কাৰণে তাক শিক্ষা দিয়া হৈছিল। যুদ্ধৰ দিনতো এই ভাষাবোৰ বৰ কামত আহিল আৰু এইবোৰ শিকোতে যি সময় খৰচ হৈছিল, সি অথলে নগ'ল।

"বাৰু কচোন, সিহঁতে সেনাপতিক 'কালি' বোলে, নোবোলেনে? কিন্তু সেইটো উপনামহে। আচল নামটো কি?"

আকৌ নীৰৱ। সি তাইক একেবাৰে অৰশ হৈ পৰা দেখিলে। তাইৰ কুমত, কপালত আৰু ওঁঠৰ কাষত টোপাটোপে ঘাম ওলাইছিল। মুখৰ দুয়ো কাষৰ গভীৰ ৰেখাকেডাল আৰু দ হৈ গৈছিল; তাইৰ বাহুকিটা কাষলৈ লেউসেউ হৈ ওলমি পৰিল।

"তই কথা কবিনে নকৰ ?"

হঠাৎ তাৰ নিজৰে ভাগৰ লগা যেন লাগিল। উস্, গোটেইবোৰ দলিয়াই পেলাই যেন ঘৰলৈকে গুচি যাবগৈ। সি আচৰিত হৈ পুচিয়াৰ কথা ভাবিলে - এতিয়ামানে তাই উঠিল জানো ? নে তাৰ অনুপস্থিতিৰ সুবিধা লৈ আকৌ লেপৰ তল সোমাল !

কিন্তু পুচিয়া শোৱা নাছিল। কাপোৰ পিন্ধোতেই তাইৰ বহুত সময় গ'ল আৰু তাতোকৈ বেছি সময় গ'ল আয়নাখনত নিজক চাওঁতে। তাই গ্ৰাম'ফোনটোকে বজাবলৈ ধৰিলে; কিন্তু পৰিচিত সুৰবোৰ শুনি অলপতে আমনি লাগিল। তাইৰ কথা পাতিবৰ মন গ'ল। কিন্তু পাতিব কাৰ লগত ?

তাই ৰান্ধনি ঘৰলৈ গ'ল আৰু বাল্টিৰপৰা লৈ অলপ পানী খালে। জুহালৰ কাষতে সৰু টুল এখনত বহি ফেডচিয়া ক্ৰেভ্‌চাকে আলুৰ বাকলি গুচাই আছিল। খিৰিকীৰ কাষৰ বেঞ্চতে পুচিয়া বহিল আলুৰ দীঘল বাকলিবোৰ মানুহজনীৰ আঙুলিৰ মাজত পাক খাই তলৰ পাচিটোলৈ সৰি পৰা চাবলৈ ধৰিলে।

"অতিপাত সৰু আলু দেখোন !" তাই ক'লে। ফেডচিয়াই উত্তৰ নিদিলে।

"ইয়াৰ আলুবোৰ সদায় এনেকুৱা নেকি ?"

উত্তৰ নাই।

"তই বাৰু কেতিয়াও উত্তৰ নিদিয় কিয় ?"

মানুহজনীয়ে মুৰ দাঙি তাইলৈ চালে—এটা নিৰ্বাক, গোথোৰা চাৱনি। আকৌ তাই কামত মন দিলে।

"মোলৈ তেনেকৈ চাইছ কিয় ? তই মোক মানুহ বুলি নাভাব নেকি ? গোটেই দীঘল দিনটো এষাৰ কথা কবলৈকো কোনো নাই। এনেকৈ থাকি মৰা যেন লাগে।"

তাইৰ নিজৰ কাৰণে দুখ লাগিল। আৰু চকলেটবোৰৰ কথাও মনত পৰিল—এৰা, অলপ থৰ লাগিছিল। কাটে তাইলৈ যিহকে আনে তাকে তৎক্ষণাৎ টপ্‌কৰে গিলি খোৱাৰ পৰা তাই নিজক কেতিয়াও বাধা দিব নোৱাৰে।

হঠাৎ আলু এটা পানীত সৰি পৰিল। পানীৰ টোপালবোৰ মাটিত ছিটিকি পৰিল।

"কেতিয়াবা তোৰ কিবা অপকাৰ কৰিছোঁ বুলি মোৰ মনে নধৰে। কৰিছোঁ নেকি ?"

খোঁৱা ৰবণীয়া চকুযোৰে তাইলৈ খন্তেকৰ বাবে তীক্ষ্ণভাৱে চালে। কিন্তু তেতিয়াও তাই কোনো উত্তৰ নাপালে। “মই সদায় অকলশৰীয়া। খন্তেকৰ বাবে কাটি লব মাৰি আছে, আকৌ গুচি যায়। কথা কবলৈ বা মোৰ ওচৰত বহিবলৈকে কোনো নাই। ইপিনে বাহিৰ ওলালেই ঠেৰেঙা লাগি যায়; বাহিৰলৈ যাবলৈ সাধ্য নাই। মই আৰু ইয়াত বলিয়া হৈ যাম।······ কেৱল গ্ৰাম'ফোন আৰু গ্ৰাম'ফোন; সেই ৰেকডবোৰ মোৰ মুখস্থ হৈ গৈছে। তই গাম'ফোন ভাল পাৱনে?”

খণ্ডত হাতৰ সৰু মুঠিকিটা তাই খামুচি ধৰিলে। জোঙা নখবোৰ তলুৱাত সোমাই যোৱা যেন হ'ল।

“তই বাৰু মোৰ কথাৰ উত্তৰ নিদিয় কিয়? মোৰতো বৰ-বেমাৰ হোৱা নাই, হৈছে নেকি?”

ফেড্‌চিয়াই মূৰ দাঙি চালে।

“তোৰ তাতোকৈ ডাঙৰ বেমাৰ এটা আছে। বৰবেমাৰত মৰা মানুহতকৈও তই বেগাকৈ মৰিবি।”

পুচিয়া তবধ লাগিল তাই ঘূৰণীয়া চকুকিটা আৰু ঘূৰণীয়া হ'ল। তাই কেতিয়াও বিশ্বাস কৰা নাছিল যে ফ্ৰেড্‌চাকে কথা কব। আজি হঠাৎ তাই কথা ক'লে; পূৰা এমাহ চলা সেই আমনি লগা মৌনতা ভঙ্গ কৰিলে। কিন্তু তাই কেনেকৈ ক'লে! তাই কি কৰিব? চিঞৰি তাইৰ ওচৰ পাবগৈ, তাইক মাৰিব, কান্দিব নে কোঠালৈ গৈ আটাইতকৈ উলাহৰ আৰু কোলাহল-পূৰ্ণ ৰেকডখন বজাবগৈ?

কিন্তু তাই এইবোৰ একোকে নকৰিলে। “মই কি কৰিব লাগিছিলনো? মই আৰু আন কি কৰিব পাৰোঁ? লঘোণে মৰিম নে বাট চাম? কিহলৈ বাট চাম? সিহঁত ইয়াত সদায় থাকিব! মই যেনেতেনে চলিব লাগিব। খুব সম্ভৱ চেৰিওঝা বহুত দিনৰ আগতে মৰিল। কাটি বেয়া মানুহ নহয়। মই জানো, তেওঁ অলপো বেযা মানুহ নহয়। তদুপৰি মই ইয়াত বেছি দিন থাকিব খোজা নাই, মোক এইবোৰেই আঁটিছে। তেওঁ মোক ড্ৰেছডেনলৈ লৈ যাব, ইয়াতকৈ তাত ভাল। মই ইয়াত কেনে অৱস্থাত আছিলোঁ জাননে? পিন্ধিবলৈ একো নাই। এযোৰ মোজাৰ বাবে মূৰ ঘমাই মৰিব লাগে, সদায় ভয়, জানোচা ফাটি যায়! জান দেখোন, এতিয়া আন এযোৰ লবলৈ কিমান উজু।”

"ঠিক কৈছ। তোৰ সেয়ে সকলো। মই তাকেতো কৈছোঁ। মোজা···তোৰ বায়েৰ এজনী ভাল মানুহ। শিক্ষয়িত্ৰী—কেনে সুন্দৰ আৰু সঙ্গত কাম! কিন্তু তই! কেৱল মোজা আৰু মোজা। তই আচলতে কি তাক মই কবও নোখোজোঁ।···আৰু তোৰ কাটে তোক কেতিয়াও কলৈকো নিনিয়ে। সিহঁতে আন সকলো ৰচকী তিৰোতাক যিদৰে দলিয়াই পেলায়, সিও তোক সেইদৰে দলিয়াই দিব। আনকি সি নিজে আঁতৰ হোৱাৰ আগতেই তোক এৰি দিব। আৰু সি যে যাব লাগিব তাক তই নিশ্চয়কৈ জানিবি। কোনো কথা নাই, পাৰোঁতেই ভালকৈ আয়ম কৰি ল আৰু তোৰ জাৰ্মানটোৰ লগত মোৰ পালেঙত ভালকৈ শুই ল। তহঁতহালে ইয়াত থাকিবলৈ বেছিদিন নাপাব; বৰ বেছি দিন নাই। আমাৰ মানুহ আহিলে তহঁতক ভালকৈ শিকাব।"

পুচিয়া বেঞ্চত আঁউজি বহিল; ধীৰ কথাবোৰে তাইক যেন সোকাৰেহে কোবালে। খঙত কঁপা মাতেৰে তাই কোনোমতে ক'লে: "বাৰু, বাৰু, পানী আনিবলৈ যাওঁতে তোৰ পলম হয় কিয়, সেইকথা মই কাটক কৈ দিম। তেওঁ অহা মাত্ৰকে ক'ম। মই ক'মেই!"

মানুহজনী জাপ মাৰি উঠিল। নতুনকৈ বাকলি গুচোৱা আলুবোৰ মাটিত বাগৰি পৰিল। কটাৰীখন জুনুক্‌কৈ সৰি পৰিল। মুখখন শিলৰ দৰে কঠিন কৰি তাই একেবাৰে পুচিয়াৰ ওচৰ পালেগৈ। পুচিয়াই ভয়ত শেঁতা পৰি, বেঞ্চৰ তললৈ ভৰি দুটা সুমাই দিলে; যেন সেয়ে তাইক ৰক্ষা কৰিব।

"মই ক'লৈ যাওঁ তই কেনেকৈ জানিলি?" তেতিয়াহে পুচিয়াৰ মনত পৰিল যে খিৰিকীৰ কাষেদি চন্তৰী এটাই অহা-যোৱা কৰি আছে। আৰু তাইৰ আত্মৰক্ষাৰ বাবে এটা চিঞৰেই যথেষ্ট হ'ব। সেয়ে তাইক শান্ত কৰিলে। "মই জানিব লগীয়া সকলো কথাকে জানো।"

"তই···"—এন্দুৰৰ দৰে কুচিমুচি যোৱা সেই সক প্ৰাণীটোৰ টেটু চেপি ধৰিবৰ ইচ্ছা ফেড্‌চিয়াই সম্বৰণ কৰিলে। সেই দুৰ্বল, লেউসেউ শৰীৰটো ছুব লাগিব এই ভাবটোৱে তাইৰ মনটো অবৰ্ণনীয় ঘৃণাৰে পূৰ্ণ কৰি তুলিলে। বিকলাঙ্গ আৰু বেমাৰীৰ সমুখত স্বাস্থ্যবান আৰু নিয়মীয়া মানুহৰ যি ভাব জন্মে, তাইৰো

তেনেই লাগিছিল। তাই মাটিত থুৱাবলৈ ধৰিলে। উঠি গৈ জুহালৰ কাষৰ টুলত বহি তত্তালিকে আলুবোৰ চপাই ল'লে। এডাল দীঘল আলু-বাকলিয়ে আকৌ তাইৰ হাতত মেৰাই ধৰিলে, পাত্রটোৰ পানীখিনি ছিটিকি গ'ল আৰু মাটিত ছাটি মাৰি পৰিল। পুচিয়া কোঠা পালেগৈ; তাই গ্রাম'ফোন বজাবলৈ ধৰিলে। ৰেকর্ডবোৰ বাছিবলৈ ল'লে। প্রথমতে তাই আটাইতকৈ উলাহজনক এখন বিচাৰিলে। কিন্তু শেহত তাইৰ নিজৰে বেয়া লাগিল। তেতিয়াও তাইৰ ডিঙিত অপমানৰ পোৰণি লাগি থকা যেন পালে; আৰু তাই আন এখন ৰেকর্ড বাছি ল'লে।

ফেডচিয়া আলুৰ বাকলি গুচাই থাকিল; তাইৰ বুকুখন চেঁচা পৰি যোৱা যেন পালে। তাই তেনেহ'লে জানিলে! জানিলে যেতিয়া তাই নিশ্চয় জার্মানটোক কৈ দিব। ব্যৱহাৰৰ সুযোগ নহালৈকে, তাই বিষাল সাপৰ গুণ্ডৰ দৰে কথাটো লুকাই ৰাখিছিল। আৰু এতিয়া তাই প্রতিশোধ স্বৰূপে কথাটো তাক কৈ দিব।

শোৱা কোঠাত এটা সৰু, মিহি মাত শুনা গ'ল: "জুহালত জ্বলিল অগনি।"

কি হ'ব? অফিচাৰে যে শুদাই নেৰে, সেই বিষয়ে তাইৰ কোনো সন্দেহ নাই। যোৱা যুঁজত মৰা মানুহবোৰক কবৰ দিবলৈ নিষেধ কৰা হুকুম এতিয়াও প্রত্যাহাৰ কৰা নাই। গাৱঁৰ কাষৰ খালটোত সিহঁত বতাহ, বৰফ আৰু ঢোৰা কাউৰীৰ করুণাৰ মাজত পৰি থাকিব। সিহঁতৰ উলঙ্গ আৰু লুণ্ঠিত দেহে তাত পৰি থাকি আনৰ অন্তৰত ভয় সুমাই সাৱধান কৰি দিব—আৰু জার্মান-গৌৰৱৰ চিন ৰাখি থ'ব। প্রথমে খেতিয়কবোৰে শবোৰ কবৰ দিবলৈ চেষ্টা কৰিছিল। কিন্তু নোৱাৰিলে; কাৰণ খালটো সদায় পহৰাৰ মাজত ৰাখিছিল। এদিন নিশা হাতত কোৰ লৈ পেছচাক নামৰ ডেকা এজন দলঙৰ কাষলৈকে বগুৱা বাই গৈছিল; ফলত সেই নিশাৰেপৰা সি আনবোৰৰ সৈতে তাত পৰি থাকিল। তাৰ বুকুত এটা গুলীৰ আঘাত; মূৰটো বৰফৰ মাজত পোত খালে! সেইদেখি সকলো যেনে আছিল তেনেই থাকিল। ৰাইজে বুজিলে যে কৰিবলৈ একো উপায় নাই।

কিন্তু গোটেই গাওঁখনৰ ভিতৰত আন কাৰো পুতেক তাত নাছিল। তাইৰ বাহিৰে কাৰো পুতেক তাত নাই। গাৱঁৰ

মাজেদি যোৱা দলটোৰ ভিতৰত থকাৰ দশা আছিল অকল ভেচিয়াৰ। তেতিয়া কিমান ৰং লাগিছিল।...হঠাৎ সি ঘৰলৈ ঘূৰি আহিছিল—ঠিক আগৰ দৰে হাঁহি হাঁহি আৰু আনন্দেৰে। কিন্তু— কেৱল মুহূৰ্তৰ বাবে—অকণমান সময়ৰ বাবে। কাৰণ ঢলপুৰাতে জাৰ্মানবোৰে অতৰ্কিতে সিহঁতক আক্ৰমণ কৰিলেহি; আৰু যি দলক সিহঁতে খালটোৰ ওচৰত ঘেৰি লৈ নিৰ্মূল কৰি পেলালে ভেচিয়া আছিল ঠিক সেই দলটোতে!

তাই তাক সেইদিনাই বিচাৰি পালে। তাইৰ অন্তৰে ঠিক সি পৰি থকা ঠাইলৈকে তাইক লৈ গ'ল। তেতিয়া সি মৰিল আৰু সিহঁতে ইতিমধ্যেই তাৰ কানি-কাপোৰ বখলিয়াই নিলে।

তেতিয়াৰপৰা প্ৰত্যেক দিন তাই তালৈ গৈছে আৰু পুতেকক চাইছে; এতিয়া এমাহ পাৰ হৈ গ'ল। কেনেকৈ তাৰ শৰীৰটো ঠৰঙা হৈ গৈছে, কেনেকৈ তাৰ পৰিবৰ্তন হৈ গৈছে, কেনেকৈ বৰফে তাৰ মুখখন লোৰ দৰে ক'লা কৰি নিছে আৰু উদং ভৰিটো ফালি পেলাইছে—এই সকলোবোৰ তাই দেখা পাইছে। নিতৌ পানী আনিবলৈ যাওঁতে আৰু সময়ত দিনে দুবাৰো—মৰা পুতেকক দেখিবলৈ পোৱাটো ইতিমধ্যে তাইৰ অভ্যাসত পৰিণত হৈ গৈছে। আৰু এতিয়া? এতিয়া তাইৰ কি হ'ব?

গ্ৰাম'ফোনটোৱে গালে:

"চেনেহৰ আলিঙ্গন তোমাৰ প্ৰণয়
সপোনতো দেখোঁ তুমিময়..."

সি শুদাই নেৰে; কেতিয়াও এই কথা আওকাণ নকৰে। তাই নিজৰ বাবে ভয় কৰা নাই। তাইৰ ভয় লাগিছিল পুতেকৰ বাবে—খালত পচি, ঠেৰেঙা লাগি শিল যেন হোৱা তাইৰ মৰা পুতেকটোৰ বাবে; গুলীয়ে কুমত ঘূৰণীয়া ফুটা কৰা তাইৰ ল'ৰাটোৰ বাবে তাইৰ ভয় লাগিল। তাই যেন তাক দ্বিতীয় বাৰৰ কাৰণে হেৰুৱাব খুজিছে; সিহঁতে তাক লৈ গৈ কোনোবা অচিন খালত পেলাই দিব, তাক বেয়া ব্যৱহাৰ কৰিব, কাটি-ছিঙি বিকৃত কৰি পেলাব—কাৰণ তেনে কৰিবলৈ সিহঁতৰ সামৰ্থ্য আছে—অ' নহয়, সামৰ্থ্যতকৈও বেছি......

"চেনেহৰ আলিঙ্গন তোমাৰ প্ৰণয়
সপোনতো দেখো তুমিময়......"

পুচিয়াই দিঠকত সপোন দেখিলে; বাৰে বাৰে তাই একেখন

ৰেকৰ্ডকে বজাই আছিল। গ্ৰাম'ফোনটোৱে গাইছিল—বিগত প্ৰেমৰ কথা; অতীত সুখৰ কথা আৰু এতিয়া অৰ্থ নোহোৱা কিছুমান পুৰণি চিঠিৰ কথা। জুহালৰ ওচৰত বহি থকা মানুহজনীৰ বিমৰ্ষ ভাবৰ সুৰে সুৰে গ্ৰাম'ফোনটোৱে কোমল সুৰেৰে গাবলৈ ধৰিলে। ফেড্‌চিয়াই বস্তুৰা কটাবিখন হাতেৰে খামুচি ধৰিলে; কিন্তু দুখ নাপালে। তাইৰ ছালখন য'ত কাটিলে তাৰপৰা এটোপা তেজ ওলাল। চাদৰৰ আগেৰে তাই হাতখন মচি পেলালে।

'জুহালত জ্বলিল অগনি……'

তাই কি কৰিব? তাইৰ ধাৰণা হ'ল যেন ভেচিয়াৰ জীৱন তাই ৰক্ষা কৰিবই লাগিব। ভয়ঙ্কৰ আৰু মৃত্যুতকৈও নিষ্ঠুৰ কিবা এটাৰপৰা যেন তাই তাক ৰক্ষা কৰিব লাগিব। কিন্তু কেনেকৈ? তাক তাৰপৰা তুলি নিয়া অসম্ভৱ। সি জাৰত ঠেৰেঙা দিলে আৰু বৰফৰ কঠিন আবেষ্টনী এটালৈ তাৰ ৰূপান্তৰ হ'ল। গ্ৰীষ্মৰ প্ৰখৰ তাপেহে তাক সেই বৰফৰ পাটীৰপৰা মুক্ত কৰিব পাৰিব। কিন্তু যদিও……যদিও কোঁচ খাই আগৰ ১৫।১৬ বছৰীয়া শৰীৰটোৰ সমানেই হ'লগৈ, তথাপি তাই তাক তুলিব কেনেকৈ? তাক ক'লৈ নিব তাই? হত্যাকাৰীবোৰৰ চকুৰ আগৰপৰা তাই তাক ক'ত লুকাব?

"চেনেহৰ আলিঙ্গন তোমাৰ প্ৰণয়
সপোনতো দেখোঁ তুমিময়……"

জাৰ্মানৰ কলুষিত হাতে তাক স্পৰ্শ কৰিব। ঘৃণনীয় জাৰ্মানে দীঘল বুটেৰে তাক গুৰিয়াব। গৰুমুৰীয়া জাৰ্মানবোৰে তাক ভেঙুচালি কৰি ঢেক্‌ঢেকাই হাঁহিব। আৰু সিহঁতৰ মাজত তাই কেপ্টেইন ৰাৰ্ণাৰৰ দুটা হাঁহিৰ খেক্‌খেকনিটো শুনিবলৈ পাব। ফেড্‌চিয়া অসীম নিৰুপায়ত পৰিল; হতাশভাৱে তাই হাত দুখনকে মোহাৰিবলৈ ধৰিলে। তাই আলুলৈ পাহৰিলে; জুইকুৰা ছাইৰ মাজত পোত খালে। কিন্তু তাই লৰচৰ নকৰাকৈ তাতে বহি থাকিল; তাইৰ চকুকিটাই উদাসভাৱে সমুখলৈ থৰ লাগি চাই থাকিল।

তাই ভাবিলে, তাতকৈ আৰু একো বেয়া হব নোৱাৰে। কত ৰকমৰ ঘাত-প্ৰতিঘাতে তাইৰ হিয়া স্পৰ্শ কৰিলে! তথাপিও ই তাইৰ কাৰণে নতুন কিবা এটা যেন লাগিল। অসংখ্য অনাগত

বিপৰ্য্যয়ৰ ভয় দেখুৱাই, তাহানিৰ সেই ডিচেম্বৰ মাহত গাৱঁৰ ওপৰত গোট খোৱা ক'লা ডাৱৰৰ ভয়াবহতাতকৈও ইয়াক বেছি ভয়ানক যেন লাগিল।

হঠাৎ তাইৰ মনত খেলালে - সেইজনীয়েনো এইবোৰ কেনেকৈ জানিলে? তাইক কোনে ক'লে?

পৰিচিত মুখবোৰ তাইৰ মনৰ মাজত জাগি উঠিল। শিক্ষয়িত্ৰীয়ে নেকি? নহয়, ফেড্‌চিয়াই ততালিকে সেই সন্দেহ মনৰপৰা মচি পেলালে। কেতিয়াও হব নোৱাৰে। বাৰু, কোন তেনেহ'লে?

অৱশ্যে গাওঁখনে জানে। কিন্তু গাৱঁলীয়া মানুহবোৰ তাইৰ নিজৰ মানুহ। পেলেজিয়া কলৈকো নাযায়, তাইৰ লগত কোনেও কথা পতা নাই। তেনে তাই কেনেকৈ গম পালে? কোনে শত্ৰুৰ হাতত মাকৰ এই দুখৰ কাহিনী সঁপি দি বিশ্বাসঘাতকতা কৰিলে? কোনে ভেচিয়াৰ শৰীৰ, তাৰ তেজ, তাৰ মৃত্যু আৰু তাৰ কষ্টক জাৰ্মান-ঘাতকৰ হাতত সঁপি দিলে?

খৰ্‌খৰাই উঠি গ্ৰাম'ফোনটো বন্ধ হ'ল। পুচিয়াই উলৰ বুটযোৰ পিন্ধি ল'লে আৰু আলফুলকৈ তাইৰ নোমৰ কোটটোৰ বুটামবোৰ মাৰিলে। কোটটো তাইলৈ অলপ ডাঙৰ; কাটে নগৰৰ কাৰ-বাৰপৰা থুলি আনি তাইক —তাৰ ৰক্ষিতাক এইটো উপহাৰ দিছিল। কিন্তু কোটটোত উম আছিল; চোলাৰ হাত দুখনৰ মাজত হাত দুখন চপাই ৰাখিব পাৰি আৰু দীঘল পাখি লগা ডিঙিটোৱে বৰফৰপৰা গাল দুখন ৰক্ষা কৰে।

এখোজ দুখোজকৈ পুচিয়া বাৰাণ্ডাটো পাৰ হ'ল আৰু এটা দীঘলীয়া উশাহ সলালে। বাহিৰত অতিপাত ঠাণ্ডা; যেন এটুকুৰা প্ৰকাণ্ড বৰফে গোটেই পৃথিৱীখন ছাটি ধৰিলে। ছাঁ পৰা ঠাইত বৰফবোৰ নীলা, কিন্তু ৰ'দত হীৰাৰ দৰে তিৰ্‌বিৰাই জ্বলি উঠে আৰু ইয়াৰ নিকৰুণ চিক্‌মিকনিয়ে চকু চাঁত মাৰি ধৰে। গাওঁখন থকা পাহাৰটোৰ দুয়োপিনে, বগা আৰু নীলা চিক্‌মিকনিৰে জিলিকি থকা, অন্তহীন সমতল এখন বিয়পি আছিল। আকাশ-পৃথিৱী জুৰি বৰফে গ্ৰাস কৰি পেলাইছিল; চাৰিআলিৰ কাষত নীৰৱে টাপিটুপি সোমাই থকা সক গাওঁখন বৰফে ধ্বংস কৰি নিলে। জুপুৰীটোৰ পিনে পুচিয়াই চালে। সৈন্যবোৰ এনিতেনি হুৰমুৰাই ঘূৰি ফুৰিছে; গীৰ্জাৰ সমুখৰ চাৰিচুকটোত গোলন্দাজ বাহিনীৰ কামানৰ ক'লা ৰেখাকিটা চকুত পৰিল। তাত বহুত সৈন্য

আছে। কিন্তু গাৱঁলীয়া মানুহ কাকো দেখা নগ'ল। তাই যাবলৈ ধৰিলে; থিৰাং কৰিলে যে কাৰ্টক তাৰ অফিচতে লগ ধৰিবগৈ।

চাৰিচুকটোৰ দাঁতিতে ফাঁচী-কাঠ—দুটা থিয় খুটা আৰু মাজত এডাল চ'টি। মাজত এটা মানুহৰ শ ওলমি আছিল। গাৱঁত কাৰ্টৰ প্ৰভুত্বৰ এয়ে নিদৰ্শন; পুচিয়া তাৰ ওচৰেদি পাৰ হৈ গ'ল। সেই দৃশ্য তাইৰ সহজ হৈ গৈছে; এমাহৰ আগেয়ে কাৰ্টৰ লগত তাই ইয়ালৈ অহাৰপৰাই সেই ডেকা মানুহটো তাত ওলমি আছে। মানুহৰ সকলো সাদৃশ্য হেৰুৱাই সি ঠৰঙা আৰু টান হৈ গৈছে। এতিয়া আৰু তাক তেজ-মঙহৰ মানুহতকৈ এটুকুৰা কাঠ যেনহে লাগে। বৰফবোৰ মৰ্ মৰাই ভাগিল, ফাটিবলৈ ধৰিলে আৰু জঘন্যভাৱে চেঁচেঁয়াই উঠিল; তাই যেন আয়নাৰ ওপৰতহে ভৰি দিছে। সম্পূৰ্ণ নিৰ্জন বাটটোৰেদি তাই যাবলৈ ধৰিলে। ঘৰৰ খিৰিকীবোৰ, আগৰপৰা গুৰিলৈকে তক্তা থুৱাই দিয়াৰ দৰে, বৰফৰ ডাঠ আৱৰণেৰে ঢাক খোৱা। দেখাত বগা চামনি পৰা চকুৰ নিচিনা হৈছিল। কেইটামান 'চিম্‌নি'ৰ পৰাহে ধোঁৱা উৰিছিল- এইবোৰেই জাৰ্মান থকা ঘৰ। আনবোৰ ঘৰত কোনেও ৰন্ধা নাই। আৰু ৰান্ধিবলৈকো একো নাই।

এটা পঁজাৰ দুৱাৰ মেল খালে আৰু গুৰনী মুখৰ মূৰ এটাই বাহিৰলৈ ভুমুকিয়াই চালে; কিন্তু বাটেদি তাইক অহা দেখিয়েই মূৰটো আঁতৰাই নিলে। দুৱাৰখন বন্ধ হৈ গ'ল। পুচিয়াই অতিষ্ঠভাৱে গাতো জোকাৰিলে। সঁচাকৈ সিহঁতে যিদৰে তাইৰ-পৰা আঁতৰি থাকে, তাইৰ যেন বৰ বেমাৰহে আছে। আনকি আকস্মিকভাৱেও লগ পাব নোখোজে। তাইৰ সৈতে হঠাৎ বাটত ভেটাভেটি হ'লে ল'ৰা-ছোৱালীবোৰ ভয়ত লৰি পলায়। বাক, কৰক সিহঁতে; সিহঁতে ভাল পায় যদি কৰক। যেনেকৈয়ে নহওক, সিহঁত সকলো জাৰ আৰু ভোকত মৰিব লাগিব; সেয়ে সিহঁতৰ বাবে সঞ্চিত আছে। ইপিনে তাই স্বাস্থ্য আৰু সবল দেহ লৈ দীঘল পাখি লগা চোলা পিন্ধি ঘূৰি ফুৰিছে, ধুনীয়া নোমাল কোট পিন্ধিছে আৰু তাইৰ ইচ্ছামতে যিমান পাবে সিমান চক্‌লেট চুহিবলৈ সমৰ্থ হৈছে; পিছত তাইৰ কেপ্তেইন স্বামীৰ সৈতে তাই জাৰ্মানীলৈ যাবগৈ। নিজৰ ভাগ্যৰ সকলো নিজেই গৰাকী—সিহঁতৰ বাছনি সিহঁতে কৰিলে, তায়ো কৰিলে নিজৰ

বাছনি। মূৰ্খবোৰ! সিহঁতে কেতিয়াও নোহোৱা কথা কিছুমান বিশ্বাস কৰিব আৰু কেতিয়াও নঘটা কথা এটালৈ আশা পালি ৰৈ থাকিব। সিহঁত অসীম হতাশাত শাপগ্ৰস্ত হৈ থাকিব। কার্টে তাইক পৰিষ্কাৰকৈ বুজাই দিছে—জার্মানবোৰ জিকিবই আৰু জার্মানৰ কাৰণে অকপটভাৱে কাম নকৰিলে ইয়াৰ এই উন্মাদ জনতা ধ্বংস হব। এইবোৰ ইমান সহজ কথা, তথাপি সিহঁতে একো বুজিবলৈ মাস্তি নহয়। সিহঁতে মাথোন 'ৰেড' বাহিনীৰ কাৰণে বাট চাই আছে। কিন্তু তাই - পুচিয়াই—সিহঁতলৈ বাট চাই থকা নাই। এতিয়া তাই ভালকৈ থকা নাই জানো? বহুত ভালকৈ আছে।

ভৰিৰ তলত বৰফ ভাগিবলৈ ধৰিলে আৰু চিক্‌মিকনিত তাইৰ চকুকিটা তিৰ্‌বিৰাই উঠিল। এই আপদীয়া বৰফবোৰ আৰু কেতিয়া শেষ হব? তাই গৰমৰ সপোন দেখিলে। মেকুৰীৰ দৰে মেৰ খাই পৰি ৰ'দত নিজক গৰম কৰি লবলৈ, গোটেই গাতে ৰ'দৰ চেনেহভৰা উম লবলৈ আৰু তাইৰ হাড়ৰ মজ্জালৈকে তাপ সোমাবলৈ দিবলৈ তাইৰ মন গ'ল। এতিয়া চকু চাঁত মৰা উজ্জ্বল বেলিটোও এটা বৰফৰ টুকুৰাৰ দৰে হৈছিল আৰু তাৰপৰা শীত বিকীৰণ কৰা যেন লাগিছিল।

দুৱাৰমুখৰ চন্তৰীটোৱে তাইক ততালিকে সোমাই যাবলৈ দিলে। তাই দুৱাৰত টুকুৰিয়ালে আৰু উত্তৰলৈ আশা নকৰি বা কাটিৰ তলতীয়া বিষয়াবোৰৰ অস্বস্তিলৈ কোনো মন নকৰি, অফিচৰ ভিতৰলৈ সোমাই গ'ল।

"কি হ'ল!"

"একো হোৱা নাই।" -তাই খঙেৰে উত্তৰ দিলে—"আপুনি নোহোৱাত মোৰ অকলশৰীয়া যেন লাগিল।" মেজৰ কাষত থিয় দি থকা মানুহজনীলৈ তাইৰ অৰ্থপূৰ্ণ চাৱনি পৰিল। এজনী বয়সীয়া মানুহ, চুলি পকিছে আৰু পেটটো ডাঙৰ হৈ গৈছে—নিশ্চয় তাই গৰ্ভৱতী। চকীৰ একোণত পুচিয়া বহিল।

"আপুনি সোনকালে আজৰি হবনে?"

"মইতো তোমাক আগতে কৈ দিছোঁ যে মই ব্যস্ত আছো। দেখা নাই জানো?"—আমনি পোৱা ভাবটো দেখাদেখিকৈ ওলাই পৰিছিল। খিৰিকীৰ কাষলৈ তাইক লৈ গৈ সি খঙত ফুচফুচাই ক'লে—"ইয়ালৈ আহিবলৈ তোমাক কিমান বাৰ হাক দিছোঁ।

কি কৰিছা তুমি এইখন ! মই ব্যস্ত ; তুমি দেখিছাই, মই ব্যস্ত আছোঁ । কাম শেষ হোৱা মাত্রেই মই ঘৰলৈ যাম ।”

ঠেহ লগা কেঁচুৱাৰ দৰে তাই মুখ ওকোন্দালে ।

“মই যে বৰ অকলশৰীয়া ! আপুনি অন্ততঃ এবাৰ ঘৰলৈ যাব পাৰে দেখোন, আমি একেলগে ভাত খাব পাৰিম । মোৰ ইমান বেয়া লাগে । আপুনি নাযায়েই । এই কুৎসিৎ বুঢ়ীজনীৰ লগত কথা পাতি আপুনি কি সুখকণ পায় ? অইন এজনে এইসোপা কৰিব নোৱাৰে জানো ?”

“ওঁহো, সিহঁতে নোৱাৰে । সেই বুঢ়ীজনী এজনী গৰিলা, বুজিছা ?” পুচিয়া বজ্রাঘাত হোৱা মানুহৰ দৰে হ'ল ।

“কি ! গৰিলা ! আপুনি কৈছে কি ? তাইলৈ চাওক, তাই যে আসন্ন-প্রসৱা ।”

সি তাইক মাজতে বাধা দি ক'লে—“তেনে, দেখিলা ? এতিয়া লৰ মাৰা । যোৱাঁ, বেগাই যোৱাঁ । মই সোনকালে গৈছোঁ ।”

তাই নিমাষিতভাৱে কার্টৰ চোলাৰ হাতটো থপৰিয়ালে । “মই খন্তেক ইয়াতে বহি শুনি থাকিম দেই ! আপোনাক একো আমনি নিদিওঁ ।”

“বাৰু বহিব খুজিছা যেতিয়া বহাঁ বাৰু । কিন্তু ইয়াতো তিতা লাগিব ।”—হাতখন আগবঢ়াই তাইলৈ চকী এখন ঠেলা মাৰি দিলে ।

তাই কোটৰ বুটামকিটা খুলি বহিল । তাইৰ ওঁঠৰ হাঁহিটো গুচা নাছিল । তাইৰ ঘূৰণীয়া, ক'লা চকুহাল আছিল মেজৰ কাষত থিয় দি থকা মানুহজনীৰ ওপৰত । তেনেহ'লে, তাই গৰিলা ! এইটো বৰ হাঁহি উঠা কথা, সঁচাকৈ হাঁহি উঠে । কার্টে কোনো বস্তুলৈ ভয় কৰে বুলি যদিও নিজে কেতিয়াও স্বীকাৰ নকৰে, তথাপি তাই জানে যে সি গৰিলালৈ ভয় কৰে । সি যে গৰিলালৈ ভয় কৰে এইটো তাই ভালকৈ অনুভৱ কৰিছিল আৰু সেই ভয়ৰ কাৰণ বুজিব নোৱাৰিছিল যদিও তাই মনতে গৌৰৱ অনুভৱ কৰিছিল । বৰফলৈকো সিহঁতে ভয় নকৰে । কিন্তু তাই ?—কেৱল ফেড্‌চিয়া ক্রেভচাকৰ দৰে সাধাৰণ গাৱঁলীয়া তিৰোতা এজনী । তাৰ উপৰিও তাই গর্ভৱতী । মানুহজনীৰ বৰমোহি ক'লা পৰা চোলাটোৰ তলৰ পিনে ওলমি থকা প্রকাণ্ড পেটটোলৈ পুচিয়াই এবাৰ চালে । কিন্তু তাই নিজে

লাহী ; তাত তাই ধীৰভাৱেৰে কোমল নোমাল কাপোৰেৰে গা ঢাকি বহি আছে আৰু ইচ্ছা কৰিলেই ধীৰ খোজেৰে ভাৰপৰা গুচি গৈ গ্ৰাম'ফোন বজাই কাৰ্টৰ সৈতে নাচিবগৈ পাৰে—এইবোৰ কথাই তাইৰ মনত আনন্দ দিছিল।

আমনি লগা অৱশ মাতেৰে কাৰ্টে প্ৰশ্ন সুধি থাকিল আৰু মানুহজনীয়ে উত্তৰ দিবলৈ ধৰিলে। প্ৰথমে পুচিয়াই সিহঁতৰ প্ৰশ্ন আৰু উত্তৰলৈ কাণ দিছিল। কিন্তু অলপ পিছতে সেইবোৰ ভাল নলগা হ'ল। কেৱল ভাল নলগাই নহয়, মূৰ্খালিও! কাৰ্টেও সেই একে কথাকে বাৰে বাৰে সুধি থাকিব আৰু সিজনীয়েও একেবোৰ কথাৰে উত্তৰ দি থাকিব।

অ'লেনা ভাগৰত মৰাৰ নিচিনা হ'ল। তাইৰ চকুৱে ধুঁৱলী-কুঁৱলী দেখিলে ; মেজৰ তলেদি ক'ৰবাৰপৰা ক'লা ঢৌবোৰ উঠি তাইৰ দৃষ্টি অন্ধকাৰ কৰি দিলে। ক্ৰমে অন্ধকাৰ বাঢ়ি গ'ল। কাষৰ সকলোবোৰ আঁতৰ কৰি নিলে ; তাই সকলো শক্তি প্ৰয়োগ কৰি নিজক থিৰেৰে ৰাখিব লগা হৈছিল। এনেতে মেজৰ পিছ-পিনৰ মানুহটো, তাৰ সমুখত থকা কাগজবোৰ আৰু তাৰ পিছত থকা খিৰিকীৰ আয়নাবোৰ এন্ধাৰৰ মাজৰপৰা আকৌ ওলাই পৰিল। চেঁচা ঘামবোৰ ওলাই মুখখন আৱৰি ধৰিলে। বাহু-কেইটা লোৰ বোজা যেন হ'ল। ভৰিৰ বিষ অসহ্য হৈ গৈছে, খুব সম্ভৱ ভীষণভাৱে উখহি পৰিছে। তাই কিমান পৰ ইয়াতে থিয় দি আছে! এঘণ্টা, দুঘণ্টা নে তিনি ঘণ্টা? আৰু বেছি হব পাৰে, হয়তো গোটেই দিনটো? কিন্তু নহয়, তেতিয়াও খিৰিকীয়েদি ভালকৈ বেলিৰ পোহৰ দেখা পায় ; তেনেহ'লে তাই ভবা সমান পলম হব নোৱাৰে।

তাইৰ তলপেটটো বিষাবলৈ ধৰিলে ; ভিতৰখন ইমান বিষাইছিল যেন কোনোবাই তাইৰ নাড়ীবোৰ বাহিৰলৈ লাহে লাহে টানিহে নিছে। তাতে আকৌ কটা ঘাত চেঙা তেল দিবলৈ এইজনী ওলালহি! অ'লেনাই তাইৰ কথা জানে ; তাইক চিনি পায়! - ঘূৰণীয়া চকুহাল মেলি তাই তাতে বহি আছিল। উলৰ টুপীটো তেতিয়া তাই খুলি থৈ কাণৰ দাঁতিলৈ চুলিটাৰ সামৰি থৈছিল। তাইৰ চুলবোৰৰ বাখৰপতোৱা মণিৰ চিকমিকনিলৈ মানুহজনীৰ অৱশ চকুকিটাই চালে আৰু তাকে তাই চাই থাকিল। মণিটো ভিৰবিৰাই জুইৰ ফিৰিঙটি উকৰি

যোৱাৰ নিচিনা হৈছিল। আকৌ এন্ধাৰে আৱৰি ধৰিলে। তাইক বেঢ়ি ধৰা ক'লা ঢৌবোৰৰ মাজেদি কেৱল সেই উজ্জ্বল পোহৰৰ এধানি ৰশ্মিহে বিৰিঙি উঠিছিল। অ'লেনাৰ গাটো হালি গ'ল। হাত দুখন মুঠি মাৰি তাই নিজক আকৌ পোনাই ল'লে। নহয়, নহয়, তাই কেতিয়াও ঢলি পৰিব নোৱাৰে। অফিচাৰটোৰ ৰক্ষিতাৰ আগত তাই কেতিয়াও নপৰে; নিজৰ দেহা বিক্ৰী কৰি তাই সেই জাৰ্মানটোৰ শয্যাশায়িনী হ'ল। নোমাল কাপোৰ পিন্ধি, তিৰবিৰাই থকা ফুল পিন্ধি তাই তাত বহি বহি যিদৰে জাৰ্মান অফিচাৰটোৱে শাস্তি দিয়া গৰ্ভৱতী তিৰোতাজনীলৈ চাই আছে—যেন ই তাইৰ কাৰণে এটা মনোমুগ্ধকৰ দৃশ্য।

পুচিয়াৰ ওঁঠৰ মিচিকীয়া হাঁহিটো আঁকি থোৱা যেন দেখি। কিন্তু তাই অ'লেনাৰ কথা ভবা নাই নাইবা সিহঁতৰ প্ৰশ্নোত্তৰলৈকো কাণ দিয়া নাই। তাই আয়মত আছিল; তাই যে কাৰ্টৰ অফিচত বহি আছে, সেই কথাকে গৌৰৱেৰে ভাবিবলৈ ধৰিলে। কেৱল তাইহে যে ইয়ালৈ অকলে সোমাই আহিব পাৰে আৰু ইচ্ছামতে ওলাই যাব পাৰে- এই কথা ভাবি তাইৰ মনত ৰং লাগিল। আনবোৰক সৈন্যই সঙ্গীনেৰে বেঢ়ি আনে আৰু তাৰ পিছত কোনোদিন উভতি নহা কোনোবা অচিন ঠাইলৈ লৈ যায়। যি কাৰ্টক সিহঁত সকলোৱে ভয় কৰে, সেই কাৰ্ট তাইৰ—কেৱল তাইৰ! তাই ইচ্ছামতে খন্তেকতে ৰুষ্ট, খন্তেকতে তুষ্ট হৈ দেখুৱাব পাৰে আৰু কাৰ্টে তাইক তেতিয়া বান্দৰ পোৱালি বুলি কব আৰু তাৰ লগত ড্ৰেচডেনলৈ লৈ যাম বুলি ক'ব···

কাৰ্টে ক'লে, "তই এজনী মাক"- অ'লেনাৰ মুখ ঘূৰাইছিল; এই কথা শুনি তাই যেন জীৱন ৰক্ষা পালে।

নিশ্চয় তাই সন্তানৰ জননী। এৰা, জাৰ্মানটোৰ মনত কেতিয়াও খেলোৱা নাই যে এই কথা কৈ সি তাইক সহায়হে কৰিছে। ঠিক যি মুহূৰ্ত্তত তাই পৃথিৱীখন ছুচিৰা হোৱা যেন পাইছিল, এটা আচৰিত দুৰ্বলতাই তাইক আৱৰি ধৰিছিল আৰু তাইৰ কাষৰ সকলো বস্তু উটি-বুৰি এন্ধাৰৰ মাজত বিলীন হৈ যোৱা যেন পাইছিল, সেই মুহূৰ্ত্তত সি তাইক সহায় কৰিলে।

"তই এজনী মাক।"

কোনে সেই কথা ক'লে? মেজৰ কাষৰ জাৰ্মান বিষয়াটোৱে নে সেনাবাহিনীৰ নায়ক, বসন্তৰ সাঁচ থকা, ৰঙিয়াল কাৰ্ডিয়ে?

"তই এজনী মাক…"

তাইৰ বুকুৰ তলত সোমাই থকা সন্তানটোলৈ তাই ভৰা নাছিল। সি তেতিয়া তাইৰ কলিজাৰপৰাই উশাহ অকণ লৈছিল। তাৰ বাবতেই তাই পোন হৈ থিয় হ'ব পৰা নাই। তাই তেতিয়া ভাবিছিল সেই হাবিত সোমাই থকাবোৰলৈ, তাইক আই বুলি মতা মানুহবোৰলৈ। আন সকলোতকৈ তাই ডাঙৰ— বহুত ডাঙৰ আছিল। তাই শত্ৰুৰ গতিবিধি লক্ষ্য কৰি ফুৰিছিল; আনকি দলং এখনো ভাঙি চূৰমাৰ কৰিছিল। কিন্তু সেয়ে তাইৰ ঘাই কৰ্তব্য বুলি তাই ধৰি লোৱা নাছিল। আলপৈচান ধৰিবলৈ কেও-কিছু নোহোৱা মানুহবোৰৰ কানি-কাপোৰ ধুইছিল, ৰন্ধাবঢ়া কৰিছিল, সিহঁতৰ তদাৰক কৰিছিল। তাই বেমাৰীৰ শুশ্ৰূষা কৰিছিল, মানুহৰ ঘা বান্ধি দিছিল আৰু সিহঁতৰ ফটা কাপোৰ সী দিছিল। মাকে সাধাৰণতে যিবোৰ কাম কৰে তায়ো তাকেই কৰিছিল। আৰু সেয়েহে সিহঁতে তাইক বুলিছিল–"আই"

'তই এজনী মাক…'

তাইৰ এই কথাকেইটা হাবিৰ মানুহবোৰৰ আহ্বান যেন লাগিল; এতিয়া সিহঁতৰ জীৱন নিৰ্ভৰ কৰে কেৱল তাইৰ কথা এটাৰ ওপৰত। এই কথাই যেন তাইক এটা কৰ্তব্য সোঁৱৰাই দিলে; যেন ই সিহঁতৰে আহ্বান—দূৰৰপৰা ভাহি অহা সিহঁতৰে মাত।

"গৰিলাবোৰ ক'ত আছে ?"

সেই অটব্য হাবিৰ প্ৰত্যেক বাটলৈ, প্ৰতি জোপাটোলৈ আৰু প্ৰত্যেক গছলৈ তাইৰ মনত পৰিল। সি সোধা বাটটোৰ ছবিয়ে তাইৰ মনত স্পষ্টভাৱে দেখা দিলে। তাইৰ ভয় লাগি গ'ল— কিজানিবা সেই জাৰ্মানটোৰ চক্‌চকীয়া চকুযোৰে তাইৰ ভাবৰ মাজত খেলোৱা বাটটো দেখি চিনি পায়। বেগেতে—খুব লৰা-লৰিকৈ—তাই আন কিবা এটা ভাবিব লাগিব; তাইৰ নিজৰ ঘৰৰ কথা, নৈখনৰ কথা বা ওচৰ-চুবুৰীয়াৰ কথা ভাবিব লাগিব। কিন্তু তাইৰ মনত আঁকোৰগোঁজালি মাৰি ভাহি উঠিল—সেই বাটটো, দেৱদাৰু গছৰ তলে তলে থকা আশ্ৰয়স্থানবোৰ; আৰু কালিৰ বসন্তৰ সাঁচ থকা ধেমেলীয়া মুখখন। তাই ষোলটা ল'ৰাৰ মাক। এৰা, সৌ হাবিখনৰ মুকলি ডোখৰতে তাইৰ ষোলটা সাহসী পুতেক আছে। সিহঁত তাইৰে ল'ৰা। তাই পামত কাম কৰা চহা তিৰোতা। গিৰিহঁতৰ চকিদাৰৰ সোকাৰ কোব নোখোৱা

মুক্ত মানুহৰ সুখৰ দিন নহালৈকে তাই বাট চাব লগা হৈছিল। সেই দিনলৈ তাই কিমান দিন বাট চাইছিল!

"মই দলটোৰ কথা একে নাজানো। সিহঁত গ'লগৈ; কিন্তু ক'লৈ গ'ল নাজানো।"

খণ্ডত কাটৰ হাতৰ মুঠি টান হ'ল। চাৰি ঘণ্টা প্ৰশ্ন কৰাৰ পিছত য'ৰপৰা আৰম্ভ কৰিছিল সেই প্ৰাণহীন সমিধানতে আকৌ উপনীত হ'লহি। খণ্ডত কাগজবোৰ সামৰি থ'লে—"হেন্স?"

কোঠালৈ সৈনিক এটা সোমাই আহিল।

"তাইক চালিৰ তললৈ লৈ যা। তই অলপ সময় জাৰত বহ, তেতিয়া বোধকৰো অলপ সুস্থিৰ হ'ব পাৰিবি। বহি বহি ভাবি ঠিক কৰ আৰু তোৰ ভৰা শেষ হ'লে চন্তৰীটোক মাতিবি। সি মোক জনাব।" সি খণ্ডেৰে আলমাৰিটো বন্ধ কৰিলে। —"আহাঁ পুচিয়া, আমি একেলগে খাওঁগৈ।"

আনন্দত পুচিয়া জঁপিয়াই উঠিল। তেনেহ'লে তাই আহি ভালেই কৰিলে। তাই নহা হ'লে কাট তাতে গধূলিলৈকে বহি থাকিলেহেঁতেন।

বৰফৰ চিক্‌মিকনিত আকৌ তাইৰ চকু ধুঁৱলী-কুঁৱলী লাগিল। তাইৰ উলৰ বুটতকৈ কাটৰ দীঘল বুটযোৰৰ গচকত পৰি ভগা বৰফৰ মাত আৰু ডাঙৰ হ'ল। শিল যেন চেঁচা বতাহে তাইৰ গালত ছাটি মাৰি গ'ল।

"বেলিটোৰ তলত সেইটো কি?"

তাই থমক্ খাই ৰ'ল আৰু কাটে আঙুলিয়াই দেখুওৱা পিনে চালে। দূৰত য'ত মাটিৰ নীলা ৰঙটো নীলা আকাশখনৰ সৈতে লগ হৈছে সেই ঠাইত এখন ৰামধনু জিলিকি আছে; ওপৰত এশাৰী সেউজীয়া, নীলা, কজলা আৰু গোলাপী ৰং জিলিকি উঠি লাহে লাহে অসীমত মাৰ গৈছে; ই ফটিকৰ দৰে নিৰ্মল, ফটফটীয়া আৰু গাঢ়; চৰাইৰ বোলোৱা পাখিৰ দৰে এটা ৰঙৰ সমাবেশ।

কাৰ্ট আচৰিত হ'ল—"ৰামধনু! জাৰৰ দিনত ৰামধনু...... তোমালোকৰ ইয়াত এইদৰে আগেয়ে ওলায় নেকি?" পুচিয়াই খন্তেক ভাবি ল'লে।

"বোধকৰো নোলায়। অন্ততঃ মই আগতে এবাৰো এইদৰে ওলোৱা দেখা নাই।"

আকাশৰ বুকুৰপৰা পৃথিৱীৰ সীমা চুই থকা ৰঙৰ উজ্জ্বল

শাৰীটোলৈ চাই কাৰ্ট ভেভিয়াও তাতে থিয় হৈ থাকিল।

"আহক আকৌ! জাৰ লাগিছে; মোৰ আৰু ভৰি ঠেৰেঙা লাগিব।"

"ৰামধনু বোলে এটা ভাল লক্ষণ।"

পুচিয়াৰ খং উঠিল; তাৰ চোলাৰ হাতটো আজুৰি ক'লে— "ৰামধনু ৰামধনুৰেই। আকৌ কিখন বলকি আছে?"

সেই সময়ত ৰামধনুখন আৰু ওপৰ উঠি বেছিকৈ ঘেৰ খালে। ৰঙা, বেঙুনীয়া আৰু সেউজীয়া ৰঙেৰে ধেনুভিৰীয়া হৈ পৃথিৱীৰ ওপৰত ওলমি থাকিল। উজ্জ্বল সোণালী বোলৰ চিক্‌মিকনি উঠিল। আকাশখন কাঁচৰ প্ৰকাণ্ড দ'ল এটাৰ দৰে হৈছিল— যেন কাঁচৰ ঘণ্টা এটাৰে পৃথিৱীখন ঢাকি থৈছে। টোপৰ কাষত থকা সৈন্যবোৰে মূৰ দাঙি এই আচৰিত দৃশ্য ৰ-লাগি চাই আছিল।

সিহঁত ঘৰ পাওঁতে ফেড্‌চিয়া ক্ৰেভ্‌চাক পঁজাৰ মুখত থিয় দি আছিল। তায়ো নীৰৱে আৰু ব্যগ্ৰতাৰে—একেথৰে ৰাম-ধনুখনলৈ চাই আছিল।

কাৰ্টে তাইৰ কাষেদি যাওঁতে ক'লে "মানুহে কয় ৰামধনু এটা ভাল লক্ষণ।"

বুঢ়ীয়ে কান্ধ জোকাৰিলে।

তাই অদ্ভুত মাতেৰে উত্তৰ দিলে—"এৰা মানুহে ভাল বুলি কয়।" তাই কাষৰীয়া হৈ সিহঁতক যাবলৈ বাট এৰি দিলে। দুৱাৰৰ কাষতে তাই থিয় দি থাকিল। তাইৰ গাত এটা ব্লাউজ আৰু এখন কাপোৰ; বাহুকিটা উদং। এই ভয়ানক জাৰৰ কথা তাই একেবাৰে পাহৰি গ'ল। তাতে তাই থিয় দি থাকিল। সেই উজ্জ্বল দৃশ্যটোৰপৰা তাই চকু ঘুৰাব নোৱাৰিলে। ৰঙ্‌চঙীয়া ধনুখন আকাশজুৰি আছিল। ৰামধনুৰ সাতোৰঙৰ ক্ষীণ পোহৰটো চৌপাশে বিয়পি পৰিছিল।

---

## ॥ দুই ॥

কুচিমুচি কাটৰ বাহুত মূৰ গুজি পুচিয়াৰ গভীৰ টোপনি, তাই পোৱালি জন্তু এটাৰ দৰে শুই আছিল। তাইৰ উশাহৰ গতি ধীৰ। কাৰ্ট ওপৰলৈ মুখ কৰি টোপনিত ঘোৰঘোৰাই আছিল। ৰান্ধনি ঘৰৰ জুহালৰ সিপিনে থকা তক্তাখনত শুই শুই ফেড্‌চিয়া ক্ৰেভচাকে সেই ঘোৰঘোৰণিকে শুনি আছিল। শব্দটোৱে তাইৰ অতিপাত খং তুলিলে। তাই যেন এই ঘোৰঘোৰণিটোৰ বাবতহে শুব পৰা নাই। তাই একেথৰে খিৰিকীখনৰ পিনে চাই আছিল; বৰফৰ ডাঠ আৱৰণটোৰ ওপৰত জোনৰ পোহৰ বিয়পি পৰি চিক্‌মিকাই উঠিল। কোঠাটোত এটা অদ্ভুত নীলা পোহৰ বিয়পি পৰিল আৰু মজিয়াৰ ওপৰত মেজ, বেঞ্চ আৰু বাল্টিটোৰ ভয়-লগা ছাঁ কিছুমান পৰিল।

যাহওক, তথাপি এতিয়া ৰাতি। দিনৰ শেষ হ'ল। আকৌ এটা দিন পাৰ হৈ গ'ল। এতিয়া আৰু অফিচাৰৰ হাঁহিৰ খেক্‌খেকনি আৰু বিদ্ৰুপপূৰ্ণ মিচিকিয়া হাঁহিৰ খীণ শব্দ তাইৰ কাণত নপৰেহি; এতিয়া আৰু গোটেই সন্ধিয়া জুৰি তাইৰ প্ৰতি নিক্ষেপ কৰা সেই প্ৰৱঞ্চক চাৱনিটো তাই নেদেখে। কথাটো খিতাতে নকৈ, পুচিয়াই তাইৰ সৈতে অলপ ধেমালি কৰি লবৰ মন কৰিছে যেন লাগিল। নাই, তাই একো কোৱা নাই। তাই মাথোন ফেড্‌চিয়ালৈ কেৰাহিকৈ চাই মিচিকিয়াই হাঁহি দেখুৱাব; ফেড্‌চিয়া যে তাইৰ হাতৰ মুঠিত আৰু যি কোনো মুহূৰ্ততে তাইক আঘাত কৰিব পাৰিব, এই কথাই পুচিয়াক আনন্দ দিছিল। তাইৰ এই খন্তেকীয়া শক্তিয়ে তাইক আনন্দ দিছিল। এখন মাতৃ-হৃদয়ৰ প্ৰতি তাই এতিয়া যি ইচ্ছা তাকেই কৰিব পাৰে; খালৰ বৰফৰ মাজত পৰি থকা তাইৰ পুতেককো তাই এতিয়া নিজৰ হাতৰ মুঠিত পাইছে। যি কোনো মুহূৰ্ততে তাই তাক ঘৃণনীয় জাৰ্মান-বোৰৰ হাতত গতাই দিব পাৰে; যি কোনো মুহূৰ্ততে তাৰ শেষ জিৰণিৰ ঠাইটুকুৰা চূৰমাৰ কৰি তাক লৈ ধেমালি কৰিবলৈ জাৰ্মানবোৰৰ মাজত দলিয়াই দিব পাৰে।

গোটেই সন্ধিয়া বুঢ়ীৰ মনটো গধুৰ লাগি আছিল। কিন্তু এতিয়া, অনিদ্ৰাত ছটফটাই, খিৰিকীয়েদি খীণ নীলা পোহৰটো দেখি আৰু শোৱাকোঠাৰপৰা অহা সেই স্পষ্ট ঘোৰঘোৰণিটো শুনি তাইৰ গোটেই অন্তৰখনত বিদ্ৰোহ জাগি উঠিল। কৰক সিহঁতে, যি কৰে! সিহঁতে তাৰ সকলো নিলে - তাৰ বুট, কোটটো, পায়জামাটো-- সকলো নিলে। ইতিমধ্যে জাৰ্মানৰ হাতে তাক এবাৰ স্পৰ্শ কৰিলে, তাক বৰফৰ মাজলৈ দলিয়াই দিলে আৰু সম্ভৱতঃ তাৰ জীৱিত অৱস্থাতে অমানুষিকভাৱে বৰফৰ মাজলৈ তাক পেলাই দিলে। জাৰ্মানৰ গুলীয়ে ইতিমধ্যেই তাৰ তেজৰ নৈ বোৱালে। সি এতিয়া মৰিল, নিজৰ গাওঁ ৰক্ষা কৰোঁতে সি ধ্বংস হ'ল। আৰু কেতিয়াও সেই ধোঁৱাবৰণীয়া চকুযোৰ মেল নাখায়, নাইবা তাৰ শুৱলা মাতে গান নাগায় --"মেলি দিয়া ঘোঁৰা ডেকাহঁত......" সিহঁতে যদি তাক আকৌ অপমান কৰে, তাৰ মৃত দেহক ইতিকিং কৰে, তেনে কিটো নো হ'ব? সিহঁত অধঃপাতে যাওক। যিয়েই নহওক, মানুহে সদায় ৰঙীয়াল ভেচিয়া ক্ৰেভচাকৰ কথা সুঁৱৰিব; গাৱঁৰ আন সকলোতকৈ সি ভাল গান গাইছিল। নৈৰ দাঁতিৰ যিটো খালত সদায় ঘোঁৰাক পানী খুৱাইছিল, আজি তাৰ পাৰতে—নিজ ঘৰৰ কাষতে সি পৰি আছে; নিজ গাৱঁৰ কাৰণে, নিজ দেশৰ কাৰণে, মাতৃভাষাৰ কাৰণে আৰু নিজৰ মানুহৰ সুখ আৰু স্বাধীনতাৰ কাৰণে সি জীৱন বলি দিলে। মানুহৰ মানস পটৰপৰা জাৰ্মানৰ হাতে এই ছবি মচিব নোৱাৰিব। সিহঁতে এই কথাও মনত ৰাখিব যে মৃত্যুৰ পিছতো সিহঁতে তাক শান্তি নিদিছিল, মৃত্যুৰ পিছতো তাৰ প্ৰাণহীন দেহক বিদ্ৰুপ কৰিছিল। কেৱল তাইৰ মাতৃ-হৃদয়তে এই কথা মনত নাথাকে। সদৌ ৰাইজৰে মনত থাকিব আৰু যিবিলাকে ইয়ালৈ আহি বৰ্বৰ জাৰ্মানবোৰক টালি-টোপোলা বন্ধাই ওভতাই পঠাব সিহঁতেও মনত পেলাব। তাৰ প্ৰতিটোপা তেজৰ বাবত, বৰফত নাঙঠ হৈ পৰি থকা প্ৰতি মুহূৰ্তৰ বাবত আৰু জাৰ্মানৰ বুটৰ প্ৰতি পদাঘাতৰ বাবত, সিহঁতে শতগুণ বেছি ঋণ পৰিশোধ কৰিব লাগিব।

সোনকালে যেন ৰাতিপুৱায়, তাই তাকে বাঞ্ছা কৰিলে। তাক কব নোৱাৰিছে তাই! সেই এন্দুৰ পোৱালিটোৱে তাইৰ জোঙা দাঁতকেইটাৰ মাজেদি ফুচফুচাই তাক সোনকালে কৈ দিয়ক!

আৰু তাইৰ ঘৃৰণীয়া ক'লা চকুযোৰে দেখক যে ফেড্‌চিয়া ক্ৰেশ্চাক ভয়ত শেঁতা পৰি নাযায়; নাকান্দে বা তাইৰ ভৰিত দীঘল দি নপৰে। অথবা তাইৰ একমাত্ৰ অৱশিষ্ট সম্বল—ঠাণ্ডাই শিল যেন কৰা পুতেকৰ দেহাটো—যাতে সিহঁতে তাইৰপৰা লৈ নাযায় তাৰ বাবে অনুৰোধো নকৰে। সেই ঘৃণনীয় মানুহজনীয়ে তাইৰ এই আৱিষ্কাৰৰ কথাটো লুকাই ৰাখি পুতলাৰ লগত খেলাদি খেলিছে; এখন মাতৃ-হৃদয়ৰ ভয় আৰু যাতনাৰ সৈতে ধেমালি কৰিছে। কিন্তু ফেডচিয়াই তাইক ধেমালি কৰাব! সেই বিশ্বাসঘাতিনীজনীয়ে এটা ভুল কৰিছে—ফেড্‌চিয়াক কন্দুৱাবলৈ বা অনুৰোধ কৰা চাবলৈ তাই দুৰাশা কৰিলে; পুচিয়াই আৰু গৌৰৱৰ মুখ দেখিবলৈ নাপায়।

ফেডচিয়াই হিয়াখন কঠোৰ হৈ উঠা যেন পালে; হিয়াৰ মাজেদি তেজৰ সোঁত ব'লে। তাই জানিলে যে কোনেও তাইক একো কৰিব নোৱাৰে; ঘৃণাৰ অভেদ্য বৰ্মই সকলো আঘাতৰপৰা তাইক ৰক্ষা কৰিব।

মাজে মাজে খিৰিকীৰপৰা নীলা পোহৰটোত এটা ছাঁ পৰে। ই হৈছে ঘৰৰ সমুখত ঘূৰি ফুৰা চন্তৰীটোৰ ছাঁ। তাৰ গচকত ভগা বৰফবোৰ মৰ্‌মৰাই উঠিছিল আৰু সি ঠেৰেঙা লগা ভৰিকিটা তপত কৰিবৰ মনেৰে বৃথা চেষ্টা কৰি গোৰোহনি মাৰি ফুৰা শুনা গৈছিল। তাই নিজে নিজে হাঁহিলে। পৰ দে বোপাই! গৰাকীৰ টোপনিত ৰখীয়া থাক; খেতিয়কৰপৰা চুৰ কৰি অনা নিহালীৰ তলত, খেতিয়কৰপৰা লুটি অনা শেতেলিত তাৰ ৰক্ষিতাৰ সৈতে সি গভীৰ টোপনিত লালকাল। তই তাক পহৰা দিব নোৱাৰ! তাক ৰক্ষা কৰিব নোৱাৰ! ইয়াতকৈ শতগুণে বেছি গোৰোহনি মাৰিলেও নোৱাৰ। ভৰি ঠেৰেঙা দিলেও নোৱাৰ; ঘৰৰ মুখত অগাপিছাকৈ লৰি লৰি পৰি গ'লেও নোৱাৰ......সেই নিশা আহিবই। সেইদিনা তই এই গভীৰ টোপনিৰপৰা তাক জগাই দি শুদা ভৰিৰে আৰু শুদা খঁৰা-পায়জামাটোৰে বৰফৰ মাজলৈ লৰ ধৰিব লাগিব। সেই নিশা আহিব, যিদিনা কবৰ নিদিয়াকৈ বৰফৰ মাজত পৰি থকা মানুহবোৰক তহঁতে হিংসাৰ চকুৰে চাবি; এমাহলৈ কাঁচী কাঠত ওলমি থকা লেভনিয়াকক তহঁতে সেইদিনা হিংসা কৰিবি। এৰা, সেই নিশা নিশ্চয় আহিব, যিদিনা কাটৰ ৰক্ষিতাই অ'লেনা কষ্টিয়কৰ ভাগ্যক হিংসা কৰিব।

আকৌ সেই শেলে বিন্ধা প্ৰশ্নটো মনৰ মাজত উদয় হ'ল:

কোনে বাৰু তাইক কৈ দিলে? অ'লেনা মনে মনে আহি তাইৰ নিজৰ ঘৰলৈ গৈছিল। মুঠতে, জাৰ্মানবোৰে কেতিয়াও গাৱঁৰ সকলো তিৰোতাৰ সংখ্যা লেখা নাছিল; আৰু লেখিবলৈ সময়ো নাছিল। অ'লেনা ঘৰত মনে মনে বহি আছিল। তাই ক'লৈকো ওলাই যোৱা নাছিল। কিন্তু তথাপিও দুদিন নৌ যাওঁতেই সিহঁতে আহি তাইক চোঁচোৰাই লৈ গ'ল আৰু প্ৰশ্ন সুধিবলৈ লাগিল। কোনে তাইক ধৰাই দিলে? কোনে তাইৰ কথাটো কৈ দিলে? ভেচিয়াৰ বিষয়েও কোনে পেলেজিয়াক ক'লে? ক'ৰবাত এটা শত্ৰু লুকাই আছে; ইমান ভালকৈ লুকাই আছে যে গাৱঁৰ কোনেও তাৰ বিষয়ে একো নাজানে। আনকি সিনো কোন হব পাৰে তাকো অনুমান কৰিব নোৱাৰে। কোনোবা এটা শত্ৰুৱে সকলো দেখে, সকলো জানে আৰু সকলো কথা কৈ দিয়ে। ভেচিয়া, অ'লেনা আৰু আন সকলোকে চিনি পোৱা কোনোবা স্থানীয় মানুহ। কোন হব পাৰে বাৰু?

অ'লেনা গাৱঁলৈ উভতি অহা মাত্ৰেই ফেড্‌চিয়াই নিজে সেই কথা গম পাইছিল। আনেও জানিছিল; কিন্তু সিহঁত তাইৰ নিজৰ মানুহ, তাইৰ লগৰ গাৱঁলীয়া মানুহ। সিহঁত তাইৰ সৈতে একেলগে পথাৰত কাম কৰা খেতিয়ক আৰু ৰাতিয়ে-দিনে এনে ভয়ানক বৰফৰ মাজত সিহঁতৰ বিশাল স্বদেশৰ সমুদায় ৰণক্ষেত্ৰ জুৰি যুঁজ কৰা সৈন্যবোৰৰ সিহঁতেই মাক-বাপেক। এই সাপটো কোন? কোন যেঁটী সাপে স্বদেশৰ গাখীৰ খাই এতিয়া স্বদেশকে খোঁট মাৰিলে?

তাই দূৰত মাত এটা শুনিলে। বতাহৰ কোনো শব্দ নাই; বৰফে ঢকা নিশাটো কাঁহ পৰি ক্ষীণ যোৱা। অতি সৰু মাতটোও স্পষ্টভাৱে ডাঙৰকৈ বাজি উঠে। মানুহৰ মাত আৰু কাৰোবাৰ কান্দোন শুনা যায়। ফেডচিয়া জাপ মাৰি উঠি খিৰিকীৰ কাষ পালেগৈ; তাই আঁচুৰি আঁচুৰি এটুকুৰা ডাঠ বৰফ এৰুৱাই পেলালে। এৰাই যোৱা বৰফবোৰ হিমানীৰ দৰে সিঁচৰতি হৈ পৰিল। খিৰিকীৰ আয়নাখনত উশাহ এৰি দিয়াত বৰফ গলি গ'ল; এটা সৰু, ঘূৰণীয়া ফুটা হৈ পৰিল। তাৰ মাজেদি বাটত কি হৈছে দেখা যায়। আকৌ বৰফ গোট মাৰি আয়নাখন ঢাকি ধৰিলে। সেইদেখি ভালকৈ দেখা পাবৰ কাৰণে তাই একেৰাহে উশাহ লৈ থাকিব লগাত পৰিল আৰু কমালৰ আগেৰে মোহাৰি

থাকিল। গাৱঁৰ ছভিয়েট বহা ঘৰটো আৰু চাৰিকোণীয়া ঠাই-ডোখৰলৈকে তাই বাটটোৰ এছোৱা দেখা পালে। ঘৰটোৰ সিপাৰে ডাঙৰ চালি এখনৰ এন্ধাৰ ছাঁটো দেখা গৈছিল।

দিনৰ দৰে পোহৰ হৈ পৰিল। জোনৰ পোহৰে গোটেই জগতখনক এটা নীলা বৰফৰ স্তূপত পৰিণত কৰিলে। ফেডচিয়াই স্পষ্ট দেখিলে: মুকলি ডোখৰৰপৰা অহা বাটেদি এজনী নাণ্ঠ তিৰোতা লৰি গৈছে। নহয়, তাই লৰি যোৱা নাই—আগলৈ হালি গৈ, থৰক-বৰক কৰি, ইটোৰ পিছত সিটো খোজ পেলাই তাই গৈছে। জোনৰ পোহৰত প্ৰকাণ্ড পেটটো ভালকৈ দেখা গৈছিল। তাইৰ পাছত এটা সৈন্য। ৰাইফলৰ আগত এখন সঙ্গীন চিক্‌মিকাই উঠিছিল। খন্তেকৰ বাবে মানুহজনী ৰ'লেই সঙ্গীনেৰে তাইৰ পিঠিত খুচি দিছিল। সৈন্যটোৱে কিবা এটা চিঞৰ মাৰি ক'লে, তাৰ লগৰীয়া দুটাই চিঞৰিলে আৰু সেই গৰ্ভৱতী মানুহজনী আকৌ লৰিবলৈ চেষ্টা কৰি জুকলা হৈ লুটি খাই পৰিল। ৫০ গজ আগবাঢ়িব আৰু তাৰ পিছত সৈন্যটোৱে তাৰ বন্দীক আকৌ ওভোতাই আনিব। আকৌ পঞ্চাশ গজ পাছলৈ বাৰে বাৰে তাকে কৰিব। শাস্তি দিয়া মানুহকিটাই কিৰিলি পাৰি হাঁহিছিল; সিহঁতৰ বৰ্বৰ হাঁহিৰ শব্দ ঘৰৰ ভিতৰ পাইছিলহি।

চাই চাই ফেডচিয়াই আঙুলিকিটাৰে খিৰিকীৰ কাঠত খামুচি ধৰিলে। তেনেহ'লে, আজি নিশা এপিনে কেপ্তেইনে তাৰ ৰক্ষিতাৰ সৈতে টোপনিত ঘোট্‌ঘোটাই আছে আৰু সিপিনে এই ঘটনা চলিব লাগিছে! সৈন্যবোৰে তাৰ নিৰ্দেশ আখৰে আখৰে পালন কৰিছে আৰু সি নিশ্চিন্ত হৈ শুই আছে।

তায়েই অ'লেনা কষ্টিয়াক। বহুত দিনৰ আগতে এবাৰ জমিদাৰৰ পথাৰত সিহঁত দুয়ো একেলগে কাম কৰিছিল। চকীদাৰৰ বেতৰ সমুখত সিহঁত দুয়ো কঁপিবলৈ ধৰিছিল; তাক অহা দেখিলেই সিহঁতৰ কঁপনি ধৰে। সিহঁত দুয়ো নিজৰ দুৰ্ভাগ্যৰ কথা কৈ—মানে, পামত কাম কৰা ছোৱালীৰ অন্ধকাৰ আৰু আশাহীন ভাগ্যৰ কথা কৈ—কান্দিছিল।

তাৰ পিছত সিহঁতে 'সমূহীয়া পামত' কাম কৰে; পামৰ ঘেঁহবোৰ গজি উঠা চাই আৰু পামৰ গৰুবোৰৰ গাখীৰৰ পৰিমাণ ক্ৰমে বাঢ়ি যোৱা দেখি সিহঁতে ৰং পাইছিল। সিহঁতৰ জীৱন-

টোৱেই মধুময় হৈ ক্ৰমে উজ্জ্বল আৰু সুখী হৈ পৰিছিল।

কিন্তু শেহত অ'লেনাক এই দশাই লগ ল'লেহি। প্ৰসৱলৈ আৰু দুদিন বা এদিন বাকী ; ইপিনে তাই আজি নাঙঠ হৈ শুদা ভৰিৰে বৰফৰ মাজত ৫০ খোজ আগলৈ আৰু ৫০ খোজ পাছলৈ অহা-যোৱা কৰি আছে। লগতে সৈন্যবোৰৰ লম্পট খিকিন্দালি আৰু তাইৰ পিঠিত সঙ্গীনৰ খোঁচ।

ফেডচিয়াৰ চকু শুকান, তাই কন্দাও নাছিল। তাইৰ বুকুৰ তেজ উতলি ডাঠ আৰু ক'লা হৈ গৈছিল। এয়ে হ'ব লগা আছিল। সিহঁত ইয়াত থকালৈকে এনে ঘটনা নৃহৈ নাথাকে। সিহঁতৰ সক্ষমতা দেখুৱাবলৈ সিহঁত যেন দৃঢ় প্ৰতিজ্ঞ। সিহঁতৰ নিষ্ঠুৰতাৰ যে কোনো সীমা নাই তাকে দেখুৱাবলৈকে যেন সিহঁতে বিচাৰিছিল। অ'লেনাৰ পিনে তাই চালে ; কিন্তু তাইৰ হিয়াত সহানুভূতিৰ উদ্বেগ হোৱা নাছিল। নাই, তাইৰ হিয়াত দয়াৰ ঠাই নাছিল। শুদা ভৰিৰে আৰু নাঙঠ হৈ বৰফৰ মাজলৈ, সৈন্যবোৰৰ উপলুঙালিৰ মাজলৈ ফেডচিয়াই নিজকহে যেন এৰি দিছে ; চেঁচা বৰফে যেন তাইৰ ভৰিহে ছিটা-ছিট কৰিছে আৰু সঙ্গীনৰ খোঁচ যেন তাইৰ পিঠিতহে পৰিছে। কেৱল অ'লেনা কষ্টিয়াকেই নহয়, সদৌ গাৱেঁই সেই বৰফৰ মাজত লৰি ফুৰিছে। আজি, অ'লেনা কষ্টিয়াকেই নহয়, গোটেই গাৱেঁই বৰফত উবুৰি খাই পৰিছে আৰু ৰাইফলৰ কুন্দাৰ খুন্দাত আকৌ কষ্টেৰে উঠিছে। নিষ্ঠুৰ বৰফৰ ওপৰেদি অ'লেনা কষ্টিয়াকৰ ভৰিৰ তেজ বৈ যোৱা নাই ; জাৰ্মানৰ খোঁচাত, জাৰ্মানৰ লোহাৰ গোবোৱাৰ তলত, জাৰ্মান-দস্যুৰ শাসনৰ তলত গোটেই গাৱঁৰে ৰক্তপাত হৈছে। আয়নাৰ ফুটাৰ মাজেদি ফেডচিয়াই একেথৰে কঠোৰভাৱে চাই থাকিল। এৰা, এয়ে হব লগা আছিল। সঙ্গীন আৰু সশস্ত্ৰ মুঠিৰে জাৰ্মান সৈনিকে খেতিয়কবিলাকক জাৰ্মানৰ আত্ম-পৰিচয়ৰ শিক্ষা দিছে। কিন্তু সি নাজানিলে—আনকি সন্দেহো নকৰিলে—যে তাৰ এই শিক্ষাই মানুহক ছভিয়েট শক্তিৰহে পৰিচয় দিছে। জাৰ্মানৰ এদিনীয়া শাসনেও চকুলো আৰু তেজৰ ঢল বোৱাই গাৱঁত সিহঁতৰ চিন ৰাখি গ'ল ; কিন্তু জাৰ্মানে নাজানিলে যে সেই সামান্য চিনে কোনোকালে, কোনো পুৰুষতে ছভিয়েট শাসনলৈ মমতা নথকা অতৃপ্ত আৰু অলস মানুহ কিছুমানৰ সৃষ্টি নকৰে। ফেডচিয়াই গাৱঁৰ তিৰোতাবোৰৰ লগত বহুত নতুন আৰু পুৰণি কথা তৰ্ক

কৰিছিল, তাইৰ এইবোৰ মনত পৰিল। এতিয়া সিহঁতে সেইবোৰৰ সমিধান পালে নিজ জীৱনৰ অভিজ্ঞতাৰপৰা। জীৱনৰপৰা সিহঁতে শিক্ষা পালে ; সিহঁতক এটা অতি ভয়ানক অভিজ্ঞতাৰ শিকনি দিলে।

অ'লেনা আকৌ পৰিল, আকৌ উঠিল ! ক'ৰপৰা তাই শক্তি পালে ? ফেডচিয়াই বুজিলে। তাই অনুভৱ কৰিব পাৰিছিল যে অ'লেনাৰ অন্তৰতো ঘৃণাৰ তেজ উতলি আছিল। সেয়ে তাইক শক্তি দিছিল।

প্ৰত্যেক ঘৰৰ বৰফ লগা খিৰিকীৰ আঁৰত মানুহ থিয় হৈছিলহি আৰু সিহঁতৰ উশাহৰ তাপত বৰফ গলি কিছুমান ফুটা মুকলি হৈ পৰিছিল। সেইবোৰৰ মাজেদি সকলোৱে জুমি চাইছিল। অ'লেনাৰ সতে সিহঁতো যেন বৰফৰ ওপৰেদি ল'ৰি গৈছিল ; তাই পৰোঁতে সিহঁতো পৰিছিল আৰু তাইৰ লগতে উঠিছিল। সিহঁতেও সঙ্গীনৰ খোঁচা অনুভৱ কৰিছিল আৰু সেই হৃদয়বিদাৰক, বৰ্বৰ হাঁহিৰ শব্দ শুনিছিল।

অ'লেনায়ো অনুভৱ কৰিলে যে তাইৰ ওপৰত গোটেই গাৱঁৰে চকু পৰিছে। এইখনেই তাইৰ গাওঁ; ইয়াতে তাই উৎকট পৰিশ্ৰম আৰু অভাৱৰ মাজত ডাঙৰ-দীঘল হ'ল, ইয়াতে থাকি সুখৰ দিন অহা দেখিলে, ইয়াতে সুখৰ সোণালী ভৱিষ্যত গঢ়ি তোলাত নিজ হাতেৰে সহায় কৰিলে। ভৰিয়েদি তেজ বৈ গৈছিল ; বৰফৰ জোঙা আগবোৰে তাইৰ ভৰি কাটি ছিৰাছিৰ কৰিলে। বিষত গা দেই-পুৰি গ'ল। কাণ দুখন টিংটিঙাই আছিল। তাই আকৌ লুটি খাই পৰিল। তাই আৰু ৰাইফলৰ কুন্দাৰ খুন্দা অনুভৱ কৰিব নোৱাৰা হ'ল। তাই যে কেৱল সিহঁতৰ মাৰ খায়েই থিয় হৈছিল, এনে নহয়। সৈন্যবোৰৰ বুটৰ গচক খাই তাই কেতিয়াও বাটত পৰি নাথাকে আৰু তাই থাকিবও নোৱাৰে। সি যে তাইক চিকাৰী কুকুৰে খেদি হায়ৰাণ কৰা শহাৰ দৰে শাস্তি দিছিল এই কথা জানিবলৈ দি শত্ৰুক তৃপ্তি লভিবলৈ তাই দিব নোৱাৰে আৰু নিদিয়েও। সঁচাকৈ কৰবলৈ গ'লে তাই তেতিয়া একো অনুভৱ কৰিব নোৱাৰা হৈছিল। গাৰপৰা তেজৰ নৈ বৈ গ'ল। মাজে মাজে লুটি খাই পৰে আৰু পিছত আকৌ নিজৰ দেহটো বৰফৰ মাজেদি কোনোমতে টানি নিয়ে। অ'লেনা নিজে যেন সেই শৰীৰটোৰপৰা বাহিৰতহে আছিল। ভ্ৰমৰ দৰে

তাই কেৱল বাটটো আৰু সৈন্যবোৰহে দেখিছিল। কাণ দুখন টিংটিঙাই, ভুনভুনাই আছিল। কালিয়ে যেন তাইক উলাহেৰে মাতিছে —"আই!" বতাহৰ জোকাৰ খাই গছৰডালবোৰ সোঁ-সোঁৱাই আছিল; তম্বুৰ বাঁহবোৰ কেৰ্‌কেৰাই উঠিছিল। তাই দেখিলে, লেলিহান জিভা মেলি জুইৰ শিখাবোৰে দপ্‌দপাই দলঙৰ খুটাবোৰ আগুৰি ধৰিলে আৰু লাহে লাহে দলংখন ছাটি ধৰিলে। মিক'লা যুদ্ধলৈ গ'লগৈ; যাওঁতে বাটৰ মেৰটোৰ ওচৰৰপৰা হাতখন জোকাৰি বিদায় লৈছিল। অ'লেনা পৰিল। কোনোমতে দুয়ো হাতত ভৰ দি তাই আকৌ উঠিল।

"এতিয়া বেগাই ব'ল।"—তাইৰ পাছে পাছে যোৱা সৈন্যটোৱে চিঞৰি ক'লে।

এটাই বুধি দিলে—"ঠিক তাইৰ পেটতে একোব দে।" প্ৰথমটোৱে ভেঙুচালি কৰি ক'লে—"সময় নহওঁতেই ল'ৰা উপজিব।" তাইক সঙ্গীনেৰে খোঁচ মাৰি দি আকৌ ক'লে, "তাই এতিয়াও একো কোৱা নাই। তাইক কথা কোৱাবই লাগিব।"

"কোনো ভয় নাই। কেপ্তেইনে জানিবলগীয়া সকলো কথা তাইৰ নাড়ী-ভুৰুৰে সৈতে উলিয়াইহে এৰিব।"

"মই তাইক কোৱাইহে এৰিম! হেই, আগবাঢ়!"—এইবুলি প্ৰথমটোৱে চিঞৰি ক'লে।

সঙ্গীনৰ আগটো তললৈ নামি আহিল। মানুহজনীৰ পিঠিয়েদি তেজৰ ক্ষীণ সোঁতা এটা বৈ গ'ল!

"বেগাই ব'ল। ক'লৈ আহিছ বুলি ভাবিছ? ডেকা ল'ৰাৰ সৈতে গা ঘেলাইছ বুলি ভাবিছ নেকি?"

সিহঁতে কোৱা এটা কথাও মানুহজনীয়ে বুজিছিল নে নাই তালৈ সিহঁতৰ কাণসাৰ নাই। সিহঁতে শাওশপনি দি, দুটা মাতেৰে চিঞৰ-বাখৰ লগায়েই ভাল পালে। ভাগৰত সিহঁতৰ খং উঠি গ'ল। ক্ৰমে বেছিকৈ বৰফ পৰিবলৈ ধৰিলে; কিন্তু এই আপদীয়া মানুহজনীৰ বাবতে সিহঁতে শান্তিৰে শুই নাথাকি জাৰত ঠেৰেঙা দিবলগীয়া হ'ল। সিহঁতে তাইক সেইবাবে এশিকনি দিবলৈ মন কৰিলে; সিহঁতৰ ক্লান্তি আৰু নিদ্ৰাহীন নিশাৰ বাবে তাইক প্ৰতিশোধ দিবলৈ সিহঁতে বিচাৰিলে।

সেইদিনা অতিপাত বৰফ পৰিছিল; বৰফ যেন একেবাৰে জোনৰ কাষ পাইছিলগৈ আৰু জোনটোকো যেন গোট মৰাই

পেলাইছিল। ৰূপালী পোহৰত ৰামধনুৰ ৰং মাৰ গ'ল। কথমপি মনিব পৰা ৰং এশাৰীহে আকাশৰ আঁৰে আঁৰে দেখা গ'ল। কিন্তু জোনৰ দুয়োকাষে দুশাৰী উজ্জ্বল পোহৰ আছিল আৰু দিগন্তৰপৰা উঠি জোনৰ গোলোকটোৰ দুয়োকাষে এটা সুসজ্জিত টুপৰ দৰে ওপৰলৈ উঠি গ'ল। দূৰণিৰ আকাশৰপৰা আহি পৃথিৱীৰ সীমাত মাৰ গ'ল। ৰূপালী বৰফবোৰ জিলিকি উঠিল।

সিহঁতে টেঁটু ফালি চিঞৰ লগালে—"এই কুলক্ষণীয়া! ব'ল।" সিহঁতৰ যে চিঞৰিবৰ মন গৈছিল, এনে নহয়। ৰাতিটোলৈ সিহঁতৰ ভয় লাগিছিল; এটা আশঙ্কাই ছাটি ধৰিছিল। বুকু কঁপাই তোলা ভয় শাম কটাবলৈ আৰু এক অজ্ঞাত ৰহস্যৰ আৱৰণৰপৰা হাত সাৰিবলৈ সিহঁতে চিঞৰ-বাখৰ লগালে; এই ভয়াবহ নিশাৰ সময়কণলৈ চিঞৰ-বাখৰৰ মাজেদি এটা স্বাভাৱিকতা আনিবৰ চেষ্টা কৰিলে। তেতিয়া দিনৰ দৰে পোহৰ। চক্‌চকীয়া জোনৰ পোহৰটো কেউপিনে বিয়পি পৰিল; সিহঁতে কেতিয়াও নেদেখা শাৰী শাৰী ৰং টিমিক-টামাককৈ জ্বলি উঠিল। জোনৰ পোহৰত নীলা বৰফবোৰ তিৰ্‌বিৰাই উঠিল।

সিহঁতৰ গচকত পৰি বৰফবোৰ মৰ্‌মৰাই ভাগিল; এনে তুষাৰৰ বিষয়ে সিহঁতৰ এয়ে প্ৰথম অভিজ্ঞতা! আনকি সপোনতো সিহঁতে ইয়াৰ অস্তিত্ব অনুভৱ কৰা নাছিল। বাটৰ কাষৰ ঘৰবোৰ এন্ধাৰ আৰু নীৰৱ। ক'তো জনপ্ৰাণী এটা দেখিবলৈ নাই; কেৱল বাটৰ পিনে মুখ কৰি থকা পঁজাবোৰহে চকুত পৰে। খিৰিকীবোৰত, বৰফ গোট মাৰি জীৱিত প্ৰাণীৰ চকুৰ নিচিনা হৈছিল। চুম্বকৰ আকৰ্ষণৰ দৰে চকু যায় কেৱল ঘৰবোৰৰ এন্ধাৰ ছাঁবোৰৰ মাজলৈ। জোন নোলালে এন্ধাৰ নিশা জাৰ্মানবোৰে সমূলি ওলাবলৈকে সাহ নকৰে। সিহঁতে জানে যে প্ৰত্যেক চুকত, প্ৰত্যেক জোপোহাৰ আঁৰত সিহঁতৰ কাৰণে মৃত্যুৱে অপেক্ষা কৰিছে। সেই মৃত্যু বজ্ৰপাতৰ দৰে বেগী; ইমান বেগী যে সিহঁতক চকুৰ পচাৰ সলাবলৈকো সময় নিদিয়ে। আজি এই চকু চাঁত মৰা পোহৰত লুকাবলৈ বা বগুৰা বাই আহিবলৈ অসুবিধা; তথাপি ভয়ত সিহঁতৰ অন্তৰ চেঁচা পৰি গৈছিল। হঠাৎ সিহঁতে কেউপিনে চালে, চালিৰ ছাঁটোত কিবা আছে বুলি জুপিবলৈ ধৰিলে আৰু তাৰ পিছত মনলৈ সাহস চপাবৰ মনেৰে চিঞৰিবলৈ ধৰিলে। বৰফে সিহঁতৰ গালত বিন্ধে; ওঁঠত বৰফৰ

আৰৱণ পৰে; সিহঁতে লৰালৰিকৈ, বিতত‌ভাৱে কাণ মোহাৰে, বৰফত গোৰোহনি মাৰি ফুৰে আৰু সেই গাঁৱৰ বাটটোত উলঙ্গ মানুহজনীক এইদৰে—এবাৰ আগলৈ, এবাৰ পাছলৈ—টানি লৈ ফুৰে।

শেহত সিহঁতৰ এই আমোদ আমনি লাগিল। বাৰে বাৰে একেটা কথাই। অ'লেনা বেছিকৈ পৰিবলৈ ধৰিলে, উঠিবলৈ বেছি সময় লগা হ'ল। কিন্তু তথাপি তাই নাকান্দিলে, নিচিঞৰিলে বা কেপ্তেইনৰ আগত সৈ কাঢ়িবৰ কোনো ইচ্ছা প্ৰকাশ নকৰিলে। ইপিনে লগে লগে বৰফৰ প্ৰকোপ চৰি গ'ল। এতিয়া সিহঁতৰ গোটেই শৰীৰ বৰফে নিকৰুণভাৱে বিন্ধিবলৈ ধৰিলে। উশাহ নিৰোধ হবৰ উপক্ৰম হ'ল। সিহঁতৰ চকুপানী ওলাবলৈ ধৰিলে; আৰু গাৰ ইমান কঁপনি উঠিল যে সেই কঁপনি সিহঁতে বন্ধ কৰিব নোৱাৰা হ'ল।

"ব'ল এতিয়া, গৈ থাক। বেগাই ঘৰলৈ ব'ল।"

বনৰীয়া জন্তু খেদি নিয়াদি সিহঁতে তাইক, চিঞৰি বাখৰি টিট্‌কাৰি দি, চালিৰ ভিতৰলৈ লৈ গ'ল। চালিৰ তলত তাই উবুৰি খাই পৰিল; তললৈ মুখ কৰি তাই মাটিত শুই পৰিল আৰু তাইৰ হাত দুখনে আপোনাআপুনি ফুলি যোৱা পেটটো আৰৰি ধৰিলে। মুৰ কামুৰিছিল, ইপিনে বুকুৰ মাজত ভয়ানক বিষ। মুহূৰ্তৰ ভিতৰতে বৰফৰ নিমম গ্ৰাসে তাইক চেপি ধৰিলে। অলপ আগলৈকে তাই পিঠিৰ ঘাবোৰৰ বিষয়ে কোনো অনুভৱ কৰিব পৰা নাছিল; এতিয়া কিন্তু অসম্ভৱ পোৰণি উঠিল। অমানুষিক চেষ্টাৰ ফলত তাই উঠি বহিল আৰু ঠেৰেঙা লগা আঙুলিকিটাৰে জধেমধে তাইৰ কান্ধ, ভৰি আৰু ভৰিনাটো মোহাৰিবলৈ ধৰিলে। জোনৰ মিহি ৰশ্মিবোৰ বেৰৰ জলঙাইদি সৰকি মজিয়াত পৰিলহি। চালিৰ চুকত এমুঠা খেৰ পৰি আছিল। তাই চুঁচৰি সেইখিনি পালেগৈ আৰু তাতে বাগৰি পৰিল; খেৰবোৰ থুচৰি তাৰ মাজলৈ সোমাই যাবলৈ চেষ্টা কৰিলে।

তাই নিজে নিজে ক'লে—"মই জাৰত গোট মাৰিম।" এইদৰে ভাবি তাই যেন অলপ সকাহ পালে।

কেপ্তেইনৰ কোঠাৰ বেঞ্চতে তাইৰ ছাগলী-ছালৰ কোটটো আৰু শালখন থাকিল। ইপিনে ৰাতি সৈন্যবোৰে তাইক বাহিৰলৈ খেদি নিয়াৰ আগতে গাৰ কানি-কাপোৰ সকলো সোলোকাই

থ'লে ; আনকি চোলাটোও বাকী নথ'লে ।

তাইৰ মনত খেলালে—"যদি সিহঁতে পাহৰি এই চালিৰ তলতে সকলোবোৰ এৰি গ'লহেঁতেন !" তাই কেউপিনে চালে। নাই, তাত একো নাই। কেৱল মজ্জিয়াখন আৰু খন্তেকৰ আশ্রয়-দাতা এই দুর্ভগীয়া খেৰমুঠি ।

বাহিৰত সকলো নীৰৱ। তাইক পহৰা দিয়াৰ কোনো আৱশ্যক নকৰে বুলি সৈন্যবোৰে ভাবিলে। সেই কাৰণে দুৱাৰত তলা মাৰি সিহঁত গুচি গ'ল। তাইৰ গোটেই গা পুৰিবলৈ ধৰিলে ; যেন গাত জুইহে লাগিছে। তাই শুবও নোৱাৰিলে, শুবলৈ ভয় লাগিছিল। চকুকিটা বৰকৈ মেলি তাই মাথোন মজিয়াত লাহে লাহে বিয়পি পৰা, জোনৰ ৰশ্মিবোৰ চাবলৈ ধৰিলে ।

হঠাৎ খচ্‌খচনি এটা শুনিলে। মনযোগ দি শুনিবলৈ ধৰিলে। বৰফবোৰ মৰ্‌মৰাই ভাগিল ; কিন্তু এই খোজবোৰ চন্তৰীটোৰ খোজ যেন নালাগিল। কোনোবা লাহে লাহে, খুব সাৱধানে, বৰফৰ ওপৰেদি খোজকাঢ়ি গৈছে। অলপমান বৰফ ভঙা শব্দ হয় ; আকৌ নীৰৱ ; আকৌ আহিল মনে মনে বৰফ ভঙা শব্দটো ! কোনোবা লাহে লাহে খোজ পেলাই লুকাই আহিছে। অ'লেনাৰ ভয় লাগিল। কি এইটো ? কোন হব পাৰে বাৰু ?

খোজৰ শব্দ নোহোৱা হ'ল। কিজানি ই তাইৰ কল্পনা, এটা সপোনহে ! আকৌ বৰফ ভগা মাত শুনা গ'ল। নাই, কোনো সন্দেহ নাই ; নিশ্চয় কোনোবা আহিছে। কিহবাৰ প্রতীক্ষাত তাই বহিল। খোজ ওচৰ পালেহি ; এতিয়া চালিৰ পিছপিনৰপৰা শব্দটো আহিল। এতিয়া বাৰু ই কোন বাটে ঘূৰিব ? ক'তা, নুঘূৰিলে দেখোন ! শব্দ থীৰ হৈ আহিল ; খুব সাৱধানে ই ঠিক বেৰৰ কাষত ৰ'লহি। অ'লেনা লৰচৰ নোহোৱাকৈ বহি থাকিল। বেৰৰ সিকাষে কোনোবা থিয় হৈ আছে। সি উশাহ লোৱাও তাই শুনিলে। কাঠত মুখ দি জলঙাইদি জুমি চাইছিল।

তাই বৈ থাকিল। কোন বাৰু ? বন্ধু, শত্রু নে কোনোবা বাটকৰা ? কিন্তু বাটকৰা হব কেনেকৈ ? সন্ধিয়াৰ পিছত ওলাই গ'লেই গাৱঁৰ মানুহৰ শাস্তি—প্রাণদণ্ড।

"খুৰীদেউ !"—ফুচফুচাই সৰু ল'ৰা এটাই তাইক মাতিলে।

অ'লেনা লৰচৰ নহ'ল। তাই উত্তৰ দিব খুজিছিল ; কিন্তু তাৰ বিনিময়ত তাইৰ হিয়াৰপৰা এটা শুকান, আধাচেপা কেঁকনি ওলাল।

"অ'লেনা খুৰীদেউ !"

চুবুৰীয়াৰ কোনোবা ল'ৰা এটা বগুৱা বাই বেৰৰ কাষ পাইছেহি আৰু তাইক মাতিছে। তাই কেঁকালে।

"অ'লেনা খুৰী, মই তোমালৈ অলপ ৰুটি আনিছোঁ।"

ৰুটি ! দুদিন জুৰি তাইৰ মুখত একো পৰা নাই। ৰুটিও নাই, পানীও নাই। তাইৰ সিমান ভোক লগা নাছিল, কিন্তু পিয়াহত তাই বৰ শাস্তি পাইছিল। রান'াৰে তাইক প্ৰশ্ন সোধোঁতে আৰু পিছত চালিৰ তলত পৰি থাকোঁতে তাইৰ খুব পিয়াহ লাগিছিল। সিহঁতে বাটেদি খেদি নিওঁতে তাই কেইমুঠিমান বৰফ খামুচি লৈ মুখত দিছিল। বৰফকণে তাইক জোৰ দিছিল, তাইৰ শুকান মুখলৈ সজীৱতা আনিছিল। এই কথা সৈন্যবোৰৰ চকুত পৰিছিল আৰু সেইবাবে সিহঁতে তাইৰ ওপৰত ভালকৈ চকু দিবলৈ ধৰিলে। ফলত পিছলৈ তাই মাটিত পৰি যাওঁতেহে ওঁঠেৰে কামুৰি মুখলৈ বৰফ সুমাইছিল। তাইৰ যে ভোক লাগিছে, এইটো তাই এতিয়াহে গম পালে। পেটত ভয়ানক বিষ, বৰকৈ পেটটো পকাবলৈ ধৰিলে।

তাইৰ আৰু ল'ৰাটোৰ মাজৰ ব্যৱধান টুকুৰা এবাৰ অনুমান কৰি তাই মনলৈ শক্তি চপাই ল'লে। "গৈছোঁ" বুলি তাই ফুচফুচাই ক'লে আৰু কিলাকুটিত ভৰ দি মাটিয়েদি চুঁচৰি যাবলৈ ধৰিলে ; এতিয়াহে তাই গম পালে যে তাই আৰু উঠিব নোৱাৰে, নিজে নিজে থিয় হব নোৱাৰে। পিঠি আৰু তলপেট বিষত ছিগি যোৱা যেন হৈছিল ; ভৰি দুটা ইমান বিষাইছিল যেন কাঠৰ শলখাহে কোনোবাই মাৰি দিলে।

তাই এখোজ বগাই গ'ল ; আৰু এখোজ গ'ল— ঠিক এনে সময়তে কাণ তালমৰা ভয়ানক বিস্ফোৰণ এটাই নীৰৱতা ভঙ্গ কৰিলে আৰু তাৰ পিছতে শুনা গ'ল এটা চিঞৰ। তাই দীঘল দি পৰিল। খন্তেক পিছতহে তাই বুজিলে এইটো বন্দুকৰ গুলীৰ শব্দ ; খুব কাষত হোৱা শব্দ। তাই তাতে পেপুৱা লাগিল ; একেথৰে সমুখৰ ক'লা বেৰখনলৈ চাবলৈ ধৰিলে ; এই বেৰখনৰ সিফালেই কিবা এটা ঘটিল। তাই কেৱল বাহিৰৰ শব্দবোৰহে শুনিলে—খোজত বৰফ ভগা শব্দ, বুটৰ শব্দ, জাৰ্মান-গালি আৰু

কোমল কিবা এটাৰ ওপৰত ৰাইফলৰ কুন্দাৰে খুন্দিওৱাৰ শব্দ। আকৌ কোনোবা এটা আহিল; এতিয়া দুয়োটাই একেলগে চিঞৰি গালি পৰা শুনা গ'ল। আৰু কিবা শুনে নে ভাবে তাই কাণ কৰিলে। বোধহয় গুলীয়ে লক্ষ্য ভেদ কৰিলে।

এতিয়াহে তাই সেই দুটা দিনৰ শাস্তিৰ কথা অনুভৱ কৰিলে, এই ক্লান্তি মানুহৰ শৰীৰৰ কাৰণে অসহ্য; সাহসৰ বান্ধোন ছিগি যোৱা যেন লাগে। তাইৰ মূৰ ঘূৰিবলৈ ধৰিলে; মাটিখন ওপৰলৈ উঠি যোৱা যেন লাগিল। তাই অজ্ঞান হৈ পৰিল; তাক আৰু তাই প্ৰতিৰোধ কৰিব নোৱাৰিলে।

গুলীৰ শব্দ আৰু চিঞৰটো কিছুদূৰলৈ শুনা গৈছিল। অইন নহ'লেও ওচৰৰ পঁজাটোৰপৰা খুব স্পষ্টভাৱে শুনিলে। তাত তিনিটা প্ৰাণীয়ে খিৰিকীয়েদি জুপি আছিল। সিহঁতৰ উশাহত বৰফ গলি গৈছিল আৰু মুকলি হৈ পৰা ফুটাবোৰৰ মাজেদি সিহঁতে চালিখনৰ অন্ধকাৰ ছাঁটোৰ পিনে চাইছিল।

সৰু জেনাজনীয়ে কান্দি পেলালে।

"মা, মিস্কা! মা, মিস্কা!"

মাকে তাইৰ বাহুটো ইমান জোকাৰি দিলে যে তাই চিঞৰি উঠিল।

"মনে মনে থাক!"

"মা, মিস্কা! সিহঁতে কি কৰিলে? মা!"

"তই নুশুনিলি জানো? সিহঁতে আমাৰ মিস্কাক মাৰিলে!" মানুহজনীয়ে শুকান মাতেৰে ক'লে।

আঠ বছৰীয়া চাছাই খিৰিকীৰপৰা মুখ ঘূৰাই ক'লে—"মা, মই অ'লেনা খুৰীলৈ ৰুটি লৈ যাম।"

"তই ক'লৈকো যাব নোৱাৰ। এতিয়া সিহঁতে পহৰা দিব। ৰাতিপুৱালৈকে সিহঁত পহৰাত থাকিব"—তাই খঙেৰে উত্তৰ দিলে। খন্তেক বৈ আকৌ ক'লে—"ইপিনে আৰু ৰুটিও নাই। এটু-কুৰাও নাই। যি ডোখৰ আছিল তাকে মিস্কাই নিলে।"

ল'ৰাটোৱে খিৰিকীৰ পিনে মুখ ঘূৰালে আৰু বাহিৰলৈ চালে। কিন্তু তাৰপৰা একো নেদেখি।

চালিৰ কাষত মিস্কা পৰি থাকিল। পিঠিপিনে কান্ধৰ হাড়-ডালৰ তলতে গুলী লাগি সৰকি গ'ল। সি কেৱল চিঞৰ এটা মাৰিবলৈ কোনোমতে সময় পালে। এটা সৈন্যই ল'ৰাটো গোৰ মাৰি

পঠিয়ালে আৰু তাৰ সৰু মুঠিটোৰপৰা এটুকুৰা কটি সৰি পৰিল।

"এই পোৱালি 'জানোৱাৰ'টোৱে তাইলৈ কটি লৈ আহিছিল" —এইবুলি কৈ সৈন্যটোৱে সেই নিৰ্জীৱ দেহটোত আৰু এগোৰ সোধালে।

"মানুহজনীক সিহঁতে খাবলৈ দিব খুজিছিল।"

"জোকৰ দৰে কেনেকৈ বগাই আহিল চাচোন।"

"আৰু এক মিনিট পলম হোৱা হ'লেতো সি তাইক দিলেহেঁতেন······আমি ঠিক আহোঁতেই মই বেৰৰ কাষত অকণমান কিবা এটা ঘূৰি ফুৰা দেখিলোঁ। দেখিয়েই বন্দুক টোঁৱালো।"

বাদামী ৰঙৰ, ঘৰত বোৱা কামিজটোৰ মাজেদি সৰকি যোৱা ধোঁৱা বৰণীয়া দাগটোলৈ লক্ষ্য কৰি লগৰটোৱে প্ৰশংসা কৰিলে— "বঢ়িয়া নিচান হৈছে।"

"জিন্দ মাৰিছোঁ! মোৰ চকু ঠিক আছে। কিন্তু তাক এতিয়া কি কৰা যায়? ইয়াতে পেলাই থ'ম নে?"

"ইয়াত কিয়? খালত পেলাই দিওঁগৈ।"

ব্যৱস্থাটো দুয়োটাৰে প্ৰতি সন্তোষজনক হ'ল। ভৰিকিটাত খামোচ মাৰি ধৰি, সিহঁতে ল'ৰাটোক চোঁচোৰাই নিলে। ওখোৰা-মোখোৰা বৰফত তাৰ মূৰটো খুন্দা খাবলৈ ধৰিলে। সৈন্যকিটাই টান মাৰি ল'ৰাটো দাঙি লৈ, বাটৰ কাষৰ বৰফত পোত যোৱা খালটোলৈ দলিয়াই দিলে।

"তাতে পৰি থাকক। সিনো ক'ৰপৰা আহিল মই ভাবি পোৱা নাই।"

"কেপ্তেইনে কাইলৈ সকলো উলিয়াব। অৰণ্যে বৰ জঘন্য ঠাই এইখন·········গোটেই দল একমুঠ আৰু কথা সুধিলে যিদৰে মুখ বন্ধ কৰি ৰাখে যেনিবা সিহে থৈছে।"

"একো কথা নাই। আমাৰ কেপ্তেইনে সিহঁতৰ মুখ খোলাইহে এৰিব।"

"পিছে মুখ খোলাবৰ সময় হৈছিল! মই হ'লে কলোঁ, ইয়াত থকা বৰ ডাঙৰ কথা কিন্তু।"

ওখ সৈনিকটোৱে তাৰ বন্দুকত ভৰ দি একমনে লগৰটোৰ মুখলৈ চালে। সেই ফেঁচানকীয়া ঘূৰণীয়া মুখখনত কোনো সন্দেহৰ ছাঁ নেদেখিলে; তাৰ পিছত সি ক'লে—"ভয়ানক! মোৰ যে ঘৰলৈ উভতি যাবলৈ ইমান মন গৈছে! অহা বসন্তকালত মোৰ

মাইকেলটোৰ বয়স দহ বছৰ হ'বহি! মই তাক দুবছৰ দেখা নাই। এবা ভাবি চাচোন······দুটা বছৰ!”

সহানুভূতি দেখুৱাই সিটোৱে মূৰ দুপিয়ালে।

“মই শৰৎ কালত ছুটী পাইছিলোঁ।”

“এৰি থৈ আহিবৰ সময়ত প্ৰতিজ্ঞা কৰিছিলোঁ যে উভতি যাওঁতে তাক চাইকেল এখন দিম। বাইক্‌খনৰ বাবে বেচেৰাই দুবছৰ বাট চাই আছে। ইয়াৰপৰা এখন পঠাই দিবলৈকো অসুবিধা।”

“ফেল্ডৱেবেলে দেখোন দুখন পঠালে।”

ওখ সৈন্যটোৱে লাহে লাহে ক'লে, “অ ফেল্ডৱেবেল! তেওঁ হৈছে ফেল্ডৱেবেল। কিন্তু মোৰখনো সিহঁতে নিব বুলি ভাবনে? তই দেখোন নিজেই জান। টোপোলা এটা হোৱা হলে বেলেগ কথা। কিন্তু সিহঁতে কেতিয়াও মোক চাইকেল পঠাবলৈ নিদিয়ে।”

ৱান্'ৰৰ অফিচ ঘৰৰ মুখত সিহঁতে অগাপিছাকৈ ঘূৰি থাকে। খিৰিকীয়েদি চাকি জ্বলি থকা দেখি। অফিচৰ কাম তেতিয়াও চলি আছে।

“এতিয়া সময় কিমান হৈছে? মোৰ মনেৰে আমাক সলনি কৰি দিবৰ সময় হ'ল।”

“এতিয়াও আধাঘণ্টা বাকী।”

জাৰ বেছি হৈ আহিল। ওখ সৈন্যটোৰ তথাপি কোনো মতে চলিছিল; ওপৰত সৈনিকৰ টুপী পিন্ধি তাৰ তলত সি উলৰ আলোৱান এখনেৰে মূৰটো বান্ধি থৈছিল। কিন্তু চাপৰটোৱে অসহায়ভাৱে কাণ দুখনকে মোহাৰিছিল। “ইয়াত সদায় এইদৰে বৰফ পৰেনে?”

“কেনেকৈ জানিম? পৰে বোধকৰোঁ······এই বৰ্বৰবোৰৰ কি আছেনো?”

“তই ৰামধনুখন দেখিছিলি নে?”

“ওঁ, দেখিছিলোঁ।”

“ইয়াৰ মানে কি বাক?”

ওখ মানুহটোৱে কান্ধ জোকাৰিলে।

“মানে কিটো হ'ব? মোৰ মনেৰে সিহঁতৰ ইয়াত জাৰৰ দিনতো ৰামধনু ওলায়। বাক, সেই ৰঙ ছটা চাচোন।”

“সেইটো বৰফৰপৰা ওলাইছে।”

"নিশ্চয়; আৰু ৰামধনুখনো নিশ্চয় বৰফৰপৰাই হৈছে।" চাপৰ জাৰ্মানটোৱে সন্মতি জনাই ক'লে—"হব পাৰে।" হাত দুখনৰ ওপৰত উশাহ এৰি দি সি অলপ বিচলিত হৈ ইপিনে সিপিনে চালে।

"কি হ'ল?"

"একো নাই। মই এনেয়ে চাইছিলোঁ।"

অলপ পৰৰ পিছতে ওখটোৱেও কেউপিনে চাবলে ধৰিলে আৰু পিছত খঙেৰে বকিবলৈ ধৰিলে। পুৰণি অভিজ্ঞতাৰপৰা সি এইকণ জানিছিল যে এবাৰ যদি সি ইফালে সিফালে চায়, তেনে আৰু মৰিল! কাৰণ, বাৰেপতি কেউপিনে চাই থাকিব লাগিব আৰু ফলত তাৰ ভয়ো প্ৰতিবাৰে বাঢ়ি যাব।

"কি পিৰিক-পাৰাক কৰি থাক? ক'তো একো নাই।"

"তয়ে দেখোন অথনিৰেপৰা সেইপিনে চাই আছ।" "মনত এনেকুৱা লাগে যেন বাটেদি কোনোবা আহিছে। চালে কিন্তু কাকো ক'তো নেদেখি। অলপ পিছতে আকৌ কোনোবা আহিছে যেন লাগে।"

উভয় পক্ষৰ মৌন সন্মতিৰে সিহঁতে ঘৰৰপৰা কেইখোজমান গৈয়ে আকৌ উভতি আহিবলৈ থিৰাং কৰিলে।

দুৱাৰখন মেল খালে। সিহঁত ৰক্ষা পৰিল।

ফেল্ডৱেবেলে সুধিলে, "কোনে গুলীয়াইছিল?"

ওখ সৈন্যটোৱে চেলাম দি ক'লে "মই গুলীয়াইছিলোঁ। সিহঁতে বন্দীক কটি দিব খুজিছিল।"

ফেল্ডৱেবেলে আগ্ৰহেৰে সুধিলে, "তাৰ পিছত, ৰেস্কি?"

"মই গুলীয়াই দিলোঁ; এটা সৰু ল'ৰা। বোধহয় ওচৰৰ কোনোবাই পঠাই দিছিল।"

"ক'ত আছে?"

"তাক আমি খালত পেলাই দিলোঁ।"

"ব'ল, তাক চাওঁগৈ।"

তিনিও খালটোৰ পিনে খোজ ল'লে। ৰেস্কিয়ে আঙুলিয়াই দেখুৱালে, "এই ঠাইতে।"

ফেল্ডৱেবেলে জুমি চাই ক'লে, "ক'তা ইয়াত একো নাই দেখোন!"

"কি কৈছে! একো নাই?" হতাশভাৱে সৈন্যটোৱে চিঞৰি

উঠিল ।

"বাৰু ফ্ৰেঞ্জ! আমি তাক ইয়াতে পেলাই দিছিলোঁ, নহয় নে?"

সিহঁত জঁাপ মাৰি থাললৈ নামি গ'ল আৰু আগুৱাই যাবলৈ ধৰিলে ।

"ইমান দূৰ ক'লৈ গৈছ? আমি কেতিয়াও সেইখিনিলৈ যোৱা নাছিলোঁ ।"

ফেল্ডৱেবেলে সন্দেহৰ চকুৰে সিহঁতলৈ চালে ।

"এইপিনে আহ! কি হৈছে এইবোৰ?"

"হেৰ ফেল্ডৱেবেল, মই শপত খাই কৈছোঁ আৰু মোৰ সাক্ষীও এজন আছে—ঠিক এই ঠাইতে আমি ল'ৰাটো পেলাই দিছিলোঁ । বাৰু, এয়া চাওকছি!"—বৰফৰ ওপৰত তেজৰ সৰু দাগ এটা দেখি তাৰ অলপ আশা হ'ল ।

ঠাইডোখৰ ভালকৈ পৰীক্ষা কৰি ফেল্ডৱেবেলে মূৰ জোকাৰিলে ।

"থাললৈ নামি গোটেই বাটবোৰ তহঁতে খচকি পেলালি··· ·········তহঁতে তেনেহ'লে খুব ভাল পহৰা দিছিলি! যদি সঁচাকৈ শটো আছিল, তেন্তে ঠিক চকুৰ আগৰপৰাই কোনোবাই চোঁচোৰাই নিলে ।"—সি খঙেৰে ক'লে ।

"নিশ্চয় আছিল । আৰু, কেলেই! মোৰ সাক্ষীও এটা আছে দেখোন!·········আমি দুয়ো তাৰ ভৰিকিটাত ধৰি চোঁচোৰাই আনিছিলোঁ ।"

"মূৰ্খৰ দল! কিজানি সি তেতিয়াও জীয়াই আছিল আৰু পিছত উঠি গুচি গ'ল ।"

"নহয়, নহয়, গুলী তাৰ গাৰ মাজেদি সৰকি গৈছিল । উবুৰি খাই পৰি সি থিতাতে মৰিল ।"

ফেল্ডৱেবেল চালিব কাষলৈ উভতি গ'ল । বৰফৰ ওপৰত এটা ডাঙৰ ৰঙা দাগ; তাৰ কাষতে এডোখৰ ক'লা কটি পৰি আছিল । সৰু ল'ৰাৰ খোজ কিছুমানৰ চিন দেখা গ'ল; খোজবোৰ কাৰো খোজ নপৰা নতুন বৰফৰ মাজেদি সেইখিনি পাইছিলহি ।

"এই ডোখৰেই ঠাই······আৰু পিছত আমি তাক থাললৈ টানি নিলোঁ···চাওক, এইটো চোঁচোৰাই নিয়া বাট ।"

ফেল্ডৱেবেলে পতিয়ালে—"বাৰু ।" এইটো ধুৰুৱ যে মানুহ-কিটাই সঁচা কথা কৈছে ।—"আহ ।—তহঁতক গ্ৰেপ্তাৰ কৰিলোঁ ।"

সৈন্যকিটা অবাক হৈ পৰিল।

"গ্রেপ্তাৰ কৰিলে?"

"তহঁতে শুশুনিলি নেকি? মোৰ পিনে ভেবা লাগি চাই থিয় দি নাথাকিবি। এই ঠাইত তহঁতে পহৰা দিছ বুলি ধৰা হৈছিল নে নাই? তহঁতেই দিছিলি। ইপিনে তহঁতৰ ঠাইত কি ঘটনা হৈছে তাৰ একো খবৰেই নাই। কোনোবাই দোষীৰ শটো পলুৱাই নিলে আৰু তহঁত গাধ দুটাই একো মনকে নকৰিলি! আচল ৰথীয়া তহঁত! এনে ৰথীয়া থাকিলে সিহঁতে আমাৰ এটা এটাকৈ সকলোৰে ডিঙি কাটিব, সিহঁতে ভাটৌ চৰাইৰ দৰে ডিঙি মোচৰা দিব।"

মানুহকিটাই তললৈ মূৰ কৰি পাছ ল'লে।

ৰেস্কিয়ে ভোৰ্ভোৰাই ক'লে, "বৰ আপদীয়া ঠাই এইখন।" লগৰটোৱে উত্তৰ দিলে হুমুনিয়া কাঢ়ি।

"তাত কোনো নাছিল; তালৈ কোনো আহিবও নোৱাৰে।" --ৰেস্কিয়ে আমঠালি ধৰি তাকে পুনৰ ক'লে।

বেচেৰা ভগেল ভয়ত কঁপিবলৈ ধৰিলে। চুলি থিয় হৈ গ'ল, মূৰৰপৰা ভৰিলৈকে কঁপনি উঠিল। ৰেস্কিয়ে বাৰে বাৰে কৈছিল যে তালৈ কোনো আহিব নোৱাৰে। আৰু সি ঠিকেই কৈছিল --কাৰণ, বৰফ ভগা শব্দ শুনা নাছিল, একো লৰচৰ কৰা দেখা নাছিল আৰু ক'তো এটা শব্দও হোৱা নাছিল। ইপিনে জোনাকত বৰফৰ ওপৰত এটা ছাঁও ভাহি উঠা নাছিল। তথাপি শটো নোহোৱা হ'ল। ইয়াৰ অৰ্থ কি বাৰু?

নিজৰ প্ৰশ্নৰ উত্তৰ দিবলৈকে চিপাহী ভগেলৰ ভয় লাগিল; সি মাথোন নিজৰ অজানিতে বেগাই খোজ দিবলৈ ধৰিলে। অৱশেষত প'ঁজাৰ দুৱাৰখন মেল খোৱাত সি শান্তিৰ নিশ্বাস পেলালে; তাৰ সমুখত ভাহি উঠিল—তাপ, পোহৰ আৰু মানুহৰ মাতৰ সম্ভাষণ। খালটো, বৰফবোৰ আৰু গাৰ নোম শিয়ৰি উঠা এই ভয়ানক ৰাতিটো চকুৰ আঁৰ হ'ল। মুহূৰ্তৰ বাবে সি পাহৰি গ'ল যে তাক আটক কৰি আনিছে। খন্তেকৰ বাবে সি নিজক ভাগ্যবান বুলি ভাবিলে; কাৰণ সি আকৌ মানুহৰ মাজলৈ আহিল। মানুহৰ মাত আৰু চাকিৰ পোহৰৰ আগত নিশাটো আঁতৰি গ'ল। পঁজাৰ বেৰৰ মাজেদি নিশা আৰু সৰকি আহিব নোৱাৰিলে।

"কেপ্তেইন আহিলে তহঁতক কি কৰে কৰিব। বাড়িপুৰালৈকে ইয়াতে থাক।"—ফেল্ডৱেবেলে ক'লে।

সিহঁত চুক এটাত মাটিৰ ওপৰতে বহিল। গৰম লগাত সিহঁতৰ ভাল লাগিছিল। বেৰত আঁউজি বেস্কিয়ে কলমতিয়াবলৈ ধৰিলে। কিন্তু ওকণিৰ প্ৰতাপত সি শুব নোৱাৰিলে। কলাঘুমটিৰ মাজতে গা খজুৱাবলৈ ধৰিলে; তাৰ পিছত সাৰ পাই বকিবলৈ আৰম্ভ কৰিলে।

"এই আপদখনত মানুহ কেনেকৈ শুব? বৰফৰ মাজত এই শনি পোকবোৰ মনে মনে থাকিব, কিন্তু এতিয়া কি কোৱ!"

সিহঁত জুহালৰ কাষ পালেগৈ, চোলা-কাপোৰ সোলোকাই পেলালে; জুইকুৰাৰ টিমিকঢামাক পোহৰত চোলাৰ পাতলিত আৰু সিয়নিৰ মাজত ভালকৈ ওকনি চাবলৈ ধৰিলে।

ফোঁপাই-জোপাই গেলিয়া মেলিয়াচিখা মাটিত বহি আছিল। খালে খালে তিনিশ গজতকৈও বেছি দূৰ, পেটত ভৰ দি, চুঁচৰি যোৱা উজু কথা নাছিল। জাৰ্মানবোৰে যাতে তাইক দেখা নাপায়, তাৰ বাবে তাই কতবাৰ বৰফৰ মাজত মুখ লুকাব লগা হৈছিল! যি হয় হব, তথাপিও তাই ল'ৰাটো কুকুৰৰ দৰে খালত পৰি থাকিবলৈ নিদিয়ে—এয়ে তাইৰ দৃঢ় সঙ্কল্প আছিল।

উভতি যাওঁতে আৰু বেছি অসুবিধা হৈছিল। পিঠিৰ ওপৰত পুতেকৰ দেহটো তাই বৰ গধুৰ পাইছিল; বাৰে বাৰে পিছলি যোৱাত বৰ অসুবিধাও হৈছিল। খুব কষ্টেৰে চুঁচৰি তাই জেওৰাৰ কাষ পালেগৈ; কোনোমতে খালটোৰপৰা বগাই উঠি গ'ল। ঘৰৰ সমুখত সৈন্যকেইটাই কথা পাতি থাকোঁতেই তাই এই সুবিধা ল'লে। তাৰ পিছত তাই ঘৰ সোমালেহি। বেচেৰা 'মিছা' মেজৰ ওপৰত হাত-ভৰি মেলি ঠৰঙা হৈ পৰি থাকিল। বৰফে এতিয়াই তাক ঠৰঙা কৰি পেলালে; যেন বহুত আগেয়ে সি মৰিল। ল'ৰা-ছোৱালীবোৰে ককায়েকক বেঢ়ি ধৰিলে।

তাৰ শুৱনি চুলিকোছা মুখৰ ওপৰত এনিতেনি বাগৰি পৰিছিল। খিৰিকীয়েদি সোমোৱা জোনৰ পোহৰত মুখখন স্পষ্টভাৱে দেখা গ'ল; শেষ চিঞৰ মাৰোঁতে বৰকৈ মুখ মেলিছিল। জিনাই সাৱধানে সক আঙুলিটোৰে তাৰ চোলাৰ তেজৰ দাগটো চুলে।

"সেইটো কি?"

চাছাই খংমুৰাকৈ ক'লে—"সুছুবি। সিহঁতে সেইখিনিতে তাক গুলীয়ালে, নহয় নে মা ?"

মিছাৰ কোমল চুলিবোৰৰ মাজেদি তাই আঙুলি বুলালে আৰু থোকাথুকি মাতেৰে ফুচফুচাই ক'লে, "সেই ঠাইতে, সোণ, সেই ঠাইতে।" সি আৰু নাই। খন্তেকৰ আগতে সি অ'লেনা খুৰীলৈ বুলি চোলাৰ তলত এটুকুৰা কটি ভৰাই হাতত সাৰে ভৰিত সাৰে ঘৰৰপৰা ওলাই গৈছিল। সি পাৰিব বুলি তাই ভাবিছিল ; তাই নিশ্চিত আছিল যে সি চালিখনৰ ওচৰ পাবগৈ। কিন্তু সেই কথা নহ'ল।

হঠাৎ অকণমানি জেনাই কান্দি উঠিল—"আমি তাক যাবলৈ দিব নালাগিছিল।"

তাই ফেঁকুৰি ক'লে, "নহয়, সোণটো ! যোৱাটো তাৰ কৰ্তব্য আছিল। সি যাবই লাগিব·········"

গম্ভীৰ মাতেৰে চাছাই ডাঙৰৰ দৰে বুজনি দিলে—"সিহঁতে তাত অ'লেনা খুৰীক খাবলৈ একো নিদিয়ে।" তাই তাতে হয় দিলে—"এৰা, বোপাই, হয়। অ'লেনা খুৰী দেউতাৰৰ সৈতে একে দলতে আছিল·········আৰু চাচোন, তাইৰ এতিয়া কি অৱস্থা হ'ল। এতিয়া তাই মৰিব। অ'লেনাজনী এতিয়া কষ্ট খাই মৰিব !"

চাছাই খংমুৰাকৈ ক'লে: "মই বোধকৰো অলপ আলুকে নিব পাৰিলোঁহেঁতেন। ৰাতি খোৱাৰ পিছত কলহত কেইটামান বাকী আছিল।"

"নহয় সোণ, এতিয়া চালিৰ ওচৰলৈ কোনো যাব নোৱাৰে। সিহঁতে খুব সাৱধানে পহৰা দিছে। তয়ো মাথোন গুলী খাবি। চালিৰ কামত কোনো নাছিল বুলি ভাবিছিলোঁ। সিহঁতে মিছাক দেখিলে।"

চাছাই আমঠৰ দৰে ক'লে, "মই হোৱা হ'লে সিহঁতে নেদেখিলেহেঁতেন।"

"তই মিছাকৈ চেল্‌বেলাই নাথাকিবি। অসঙ্গত কথাবোৰ কব কিয় ?······মিছাই নোৱাৰিলে যেতিয়া কোনেও নোৱাৰে। কোনেও·········"

চাছাই আৰু একো নক'লে। মাকে মৰা ল'ৰাটোৰ মুখলৈ চালে ; তাৰ চুলিকোছাত হাত ফুৰাই দিলে।

"তাক ক'ত পুতিম? ৰাতিপুৱা তাক বিচাৰি সিহঁতে চলাথ লগাব। যদি সিহঁতে পায়, তেনে তাক লৈ যাব।" চাছাই বুধি দিলে, "আমি তাক ফুলনিতে পুতিব পাৰোঁ। দেখোন।"

"ফুলনিত কেনেকৈ পুতিম? সিহঁতে শুনিব আৰু কি হৈছে চাবলৈ ল'ৰি আহিব। তদুপৰি মাটিও শিলৰ দৰে টান। আমি কেতিয়াও কবৰ খান্দিব নোৱাৰোঁ; তাক মাথোন বৰফত ঢাকি থব লাগিব।"

সিহঁত অতি অসহায়ভাৱে মৰা ল'ৰাটো পৰি থকা মেজখন বেৰি, থিয় হৈ থাকিল।

"কি কৰোঁ তেনে?"

মেলিয়াচিখাই লাহেকৈ ক'লে, "তাক আমি ঘৰৰ ভিতৰত পুতিব লাগিব।"

জেনাই আচৰিত হৈ সুধিলে, "ঘৰৰ ভিতৰত?"

"নহ'লে ক'ত? সি নিজৰ ঘৰত পৰি থাকিব, আমাৰ সৈতে থাকিব। মই আৰু আন একো ভাবি নাপাওঁ।"

"এইটো কোঠাতে নেকি?"

তাই বিমোৰত পৰি কেউপিনে চালে।

"নহয়……চালিৰ তলত…"

সিহঁত চালিৰ তল পালেগৈ। চালিখন ঠেক, কেউপিনে বেৰ দিয়া মেলিয়াচিখাই মাটি চাবলৈ ধৰিলে।

"আমি ইয়াতে খান্দিম। চাছা, কোৰখন আন। সৌ তাতে, দুৱাৰৰ আঁৰতে আছে।"

নিজৰ বুকুত তাই 'ক্ৰছ' চিনটো দিলে আৰু তাৰ পিছত মাটিত কবৰৰ দাগ দি ল'লে। তেতিয়া কোৰেৰে খান্দিবলৈ ধৰিলে।

মাটিডোখৰৰ ওপৰত আজি অত বছৰে কিমান মানুহৰ গচক পৰিছে! গোটেই টান হৈ গৈছে। টান মাটিত বাধা পাই কোৰখন নোসোমোৱা হ'ল। মানুহজনী অলপতে ভাগৰি গ'ল।

"চাছা, এতিয়া তই লাগহি।"

সৰু ল'ৰাটোৱে নেৰানেপেৰাকৈ খান্দিবলৈ ধৰিলে। জোৰ দিওঁতে তাৰ জিভাৰ আগটো ওলাই পৰিছিল। জিনাই আঠু কাঢ়ি লৈ, খন্দা মাটিবোৰ হাতেৰে খুচৰি উলিয়াবলৈ ধৰিলে। তাইৰ নখৰ মাজত মাটিবোৰ সোমাই গ'ল।

এইদৰে পাল পাতি সিহঁতে বহুত পৰ খান্দিলে। সিহঁতে একেবাৰে শিলাময় মাটিডোখৰ খান্দিবলৈ ধৰিলে। ওপৰৰ তৰপটো পাৰ হোৱা মাত্রেই খান্দিবলৈ উজু হৈ পৰিল। শেহত তৰাং কবৰ এটা খন্দা শেষ হ'ল।

"ল'ৰাহঁত! আমি এতিয়া তাক পিন্ধাব লাগিব······উস্! কফিন নোহোৱাকৈ মিছুট্কাক আমি কবৰত পেলাই থব লাগিব। কথাটো ভাবিলেও বেয়া লাগে······"

তাই বাল্টিৰপৰা অলপ পানী আনিলে। তাৰ মুখ, তেজেৰে ৰাঙলী বুকুখন ধুৱাই দিলে আৰু কান্ধৰ হাড়ৰ তলতে গুলী লাগি ফুটি যোৱা ক্ষীণ পিঠিটোও ধুৱাই দিলে। তাৰ পিছত বাকচৰপৰা ভাল কামিজ এটা উলিয়াই আনিলে আৰু খুব কষ্টেৰে তাৰ ঠৰঙা, চেঁচা বাহুকিটাত চোলাৰ হাত দুটা ভৰাই দিলে।

"তাক এইদৰে পুতিব লগা হ'ল!"

জিনাই কান্দিবলৈ ধৰিলে।

"নাকান্দিবি। মিছুট্কা ৰেড্ সৈনিকৰ দৰে মৰিল। সি জার্মানৰ গুলী খাই মৰিল। সি মৰিল সত্যৰ বাবত. বুজিছ?"

কথাখিনি তাই জিনাক কৈছিল; কিন্তু আচলতে ই তাই নিজকে কোৱা কথা। উচুপনিত মাত থোকাথুকি হৈছিল। তাইৰ ভয় লাগিছিল—জানোচা নিজক সম্বৰণ কৰিব নোৱাৰে, জানোচা পুতেকৰ শটোৰ কাষতে আঁঠু কাঢ়ি তাই জন্তুৰ দৰে চিঞৰি কান্দিবলৈ ধৰে। তাইৰ চিঞৰ শুনি গোটেই গাৱেঁ দুৰ্দশাৰ কথা, দুখৰ কথা জানিব; তেতিয়া দহবছৰ ধৰি যতনেৰে লালন-পালন কৰি ডাঙৰ কৰা তাইৰ পেটৰ পোৱালিক জার্মানে গুলীয়াই মৰা কথাটো সকলোৱে জানিবলৈ পাব।

"দেউতাৰে গৰিলাৰ লগত যাওঁতে মিছাক কৈছিল: 'চাবি, যাতে তই ইযাত মোৰ বদনাম নান!' বাপেকে কোৱাৰ দৰেই মিছুট্কাই কৰিলে; সি আমাৰ বদনাম অনা নাই······বুজিছনে?"

জিনাই উচুপিবলৈ ধৰিলে "বুজিছোঁ।"

"কান্দিব নাপায়। মিছুট্কাৰ গাত চকুলো পৰিলে সি শান্তি নাপায়। নাকান্দিবি। ধৰচোন, মই কাপোৰখন মেলি দিওঁ।"

কাপোৰখন কবৰটোৰ ওপৰত মেলি দিলে আৰু তাৰ ওপৰতে সিহঁত মৰা ল'ৰাটো থ'লে। তাৰ পিছত তাক ঢাকি পেলালে। মাকে ক'লে—"চকুত মাটি নপৰিবৰ বাবে এইদৰে ঢাকি দিছোঁ।

ক্ষীণ, সৰু মাতেৰে জিনাই ক'লে— "এৰা, তেতিয়া তাৰ চকুত মাটি নপৰে।"

মাকে ক'লে···"জিনা, এমুঠি মাটি ল। ককায়েৰৰ গাৰ ওপৰত ছটিয়াই দে।"

জিনাই আঠু কাঢ়ি মাটি এমুঠি তুলি ল'লে আৰু ঢাকনি কাপোৰ-খনৰ ওপৰত ছটিয়াই দিলে। চাছায়ো দিলে। তাৰ পিছত মাকে কোৰেৰে মাটি চপাই দিলে; বগা কাপোৰখন নেদেখা হোৱালৈকে তাই মাটি দি থাকিল; শেহত তাৰ ওপৰত এটা অকণমানি ঢিপ হৈ উঠিল। মানুহজনীয়ে ক'লে, "আমি এতিয়া গচকি দিব লাগিব। নহ'লে ধৰা পৰিম। সিহঁতে আহি তাক খান্দি উলিয়াই নিব।"

কবৰৰ ওপৰত উঠি তিনিও গচকিবলৈ ধৰিলে। মেলিয়াচিথাই এখোজ এখোজকৈ কেউপিনে মাটিবোৰ লাহে লাহে গচকি দিলে। আৰু লগে লগে তাই ভাবিলে কেনেকৈ সকলো আচাৰৰ বিপৰীতে, নিজ বিবেকৰ বিৰুদ্ধে, তাই নিজৰ পুতেকৰ সমাধিৰ ওপৰত গচকিছে! কেতিয়াও কোনেও নকৰা কাম কৰিছে! পুতেকৰ শুৱনি মুৰত, তেজেৰে ৰাঙলী বুকুখনৰ ওপৰত আৰু ক্ষীণ, লৰালি হাত-ভৰিৰ ওপৰত গচকিছে!

নিজৰ ভাবৰ উত্তৰ স্বৰূপেই তাই ফুটাই ক'লে, "আমি এই কাম কৰিবই লাগিব।" আৰু অকণমানি জেনাজনীয়ে প্ৰতিধ্বনিৰ দৰে উত্তৰ দিলে--"আমি নিশ্চয় কৰিব লাগিব।"

চাছাই সুধিলে, "হ'লনে?"

"নহয় বোপাই, মাটি এতিয়াও কোমল হৈ আছে। এতিয়াও ধৰিব পাৰি। গচক, একেবাৰে সমান নোহোৱালৈকে গচক।"

তাই সাৱধানে বাকী থকা মাটিখিনি চপালে আৰু ঘৰৰ ভিতৰলৈ লৈ গৈ জুহালৰ কেউপিনে ছটিয়াই দিলে। কবৰটোৰ কোনো চিন নথকাকৈ তাই চালিৰ তলখন সাৰি পেলালে আৰু কেউপিনে টুকুৰা কাঠ, খেৰ আদি বস্তুবোৰ সিঁচি দিলে। সাধাৰণতে মানুহৰ চালিতল যেনে অৱস্থাত থাকে তেনেই হৈ পৰিল।

"এতিয়া ধৰিব পাৰিনে?"

চাছাই মাটিখন ভালকৈ চালে।

"নাই······কাইলৈ পোহৰতহে আমি নিশ্চিত হব পাৰিম।"

মেলিয়াচিথা তাতে থিয় হৈ থাকিল; কেউপিনে খেৰ আৰু চলি ছটিয়াই থোৱা পুতেকৰ অদ্ভুত সমাধিটোলৈ চালে। মিছুটকাৰ

কোনো অস্তিত্বই নাথাকিল। সকলো ল'ৰা-ছোৱালীয়েই মৰে। কিন্তু সিহঁতৰ প্ৰত্যেকৰ নিজৰ অকণমান কফিন এটা থাকে। আৰু সমাধিৰ ওপৰত সেউজীয়া বননি এখনে ছাটি থাকে। কেৱল মিস্কাৰহে একো চিন নাথাকিল। নিজৰ ধৰতে সি তাত পৰি থাকিল; কিন্তু সেই কথাটো তাইৰ মনত যদি নেথেলালেহেঁতেন, তেতিয়াহ'লে তায়ো তাৰ কাৰণে শেষ জিৰণিৰ ঠাই এডোখৰ কেতিয়াও বিচাৰি নাপালেহেঁতেন।

"সোণটো! শোগৈ যা।" তাই ক'লে।

"আৰু তুমি?"

"ময়ো গৈছোঁ। ৰাতি পুৱাবলৈ বেছি সময় নাই। আমি অলপ শুবই লাগিব।"

কিন্তু তাই মুশুলে। তাই ভাবিছিল মিছুটকাৰ কথা আৰু গৰিলাৰ লগত থকা তাইৰ গিৰিয়েকৰ কথা।

সৈন্যবাহিনীত তাক নল'লে; ১৯১৮ চনত সি দুটা আঙুলি হেৰুৱালে আৰু সেইবাবে যুঁজৰ কামৰ বাবে তাক অযোগ্য বুলি ঘোষণা কৰিলে। কিন্তু গৰিলাই মানুহৰ আঙুলি আছে নে নাই তাৰ বিচাৰ নলয়; সিহঁতক লাগে অন্তৰৰ সাহস।

প্লেটন ঘৰলৈ আহিব; মিছাৰ কথা সুধিব। সিয়েই তাৰ আদৰৰ ল'ৰা। তাই গিৰিয়েকক কি ক'ব? তাই কবলগীয়া হ'ব জাৰ্মানৰ গুলীয়ে মিছুট্কাৰ বুকু ভেদি গ'ল! তাক চালিৰ তলৰ মাটিত পুতি থ'লে!

কিন্তু তাই জানে যে প্লেটনে ধীৰভাৱেই এই বাতৰি শুনিব আৰু জাৰ্মানবোৰ আহি প্ৰথমে গাৱঁত সোমাওঁতে সি যি কৈছিল তাকে আকৌ ক'ব। সেই সময়তে সি আৰু তাৰ নিচিনা আন বহুতে কান্ধত টোপোলা লৈ সিহঁতৰ গৰিলা বাহিনী লুকাই থকা হাবিৰ মাজলৈ গুচি গৈছিল। আৰু যাবৰ সময়ত সি কৈছিল "সাৱধানে থাকিবা। দৰকাৰ হ'লে কুঠাৰ, যাঠি বা হাতৰ কাষত যি পোৱা তাৰেই নিজক ৰক্ষা কৰিবা। কেৱল বশ্যতা স্বীকাৰ নকৰিবা। আজিকালি আমি সকলোৱে যুঁজ কৰিব লাগিব-বুঢ়া মানুহ, তিৰোতা, আনকি ল'ৰা-ছোৱালীয়েও কৰিব লাগিব।"

প্লেটনে ক'ব "এৰা, আমাৰ মিছুটকা জাৰ্মানৰ লগত যুঁজি মৰিল। বেজাৰ নকৰিবা। বুজিছা, সি নিজৰ দেশৰ বাবে জীৱন আহুতি দিলে।" আৰু মেলিয়াচিথায়ো কন্দা নাছিল। তাই

মাথোন, দুৱাৰৰ সিপাৰে, চালিৰ তলত থকা, পুতেকৰ গুপ্ত সমাধিটোলৈকে একেথৰে চাই আছিল।

ইপিনে বাহিৰত চস্তৰীকিটাই তেতিয়াও ৰাতিৰ ঘটনাটোকে আলোচনা কৰি আছিল। "এইডোখৰ বৰ জয়াল ঠাই। কোনে তাক নিলে বাৰু? ৰেস্কিয়ে কৈছে বোলে সিহঁতে এটা শব্দও শুনা নাছিল। ইপিনে খোজ পেলালেই দেখোন বৰফ ভাগি মৰ্‌মৰাই উঠে"

ইটোৱে শুকানভাৱে ক'লে, "মই কথাটো ধৰিবই পৰা নাই। তই বাৰু ইয়াৰ কিবা কথা বুজিছনে?"

সিহঁতে বাৰেপতি কেউপিনে পিৰিক্-পাৰাককৈ চাই থাকিল।

সিহঁতৰ মনত বৰফ ভগা শব্দ শুনা যেন লাগে; স্পষ্টভাৱে বৰফ ভগা শব্দ যেন শুনি। সিহঁতে যেন ঠিক ভৰিৰ শব্দকে শুনিলে। কেউপিনে চাবলৈ ধৰে, কিন্তু ক'তো কাকো নেদেখে। জোনৰ কেউকামে ক্ষাণ পোহৰ এটা জিলিকি থাকে। পোহৰৰ ৰেখাবোৰ আৰু ৰঙ্‌চঙীয়া ধনুখনৰ ৰঙবোৰ লাহে লাহে মলিন হৈ পৰে। ঢিমিক-ঢামাককৈ ক্ৰমে ধনুখন বিলীন হৈ যায়।

এটা সৈন্যই ক'লে, "গৰম হোৱা যেন লাগে।"

"কি কৈছে শুনা! মোৰ ইপিনে কাণ দুখন সৰি পৰা যেন লাগিছে! বাহিৰত থাকোঁতে সিমান ধৰিব নোৱাৰি, কিন্তু ঘৰৰ ভিতৰত গৰম ঠাইত বহিবলৈ ল'লেই কাণৰ যি পোৰণি উঠে, যেন জুইহে লাগিছে।"

"মোৰ মনেৰে বৰফে বিন্ধাৰ বাবতে হৈছে।"

"নিশ্চয়, সেইবাবেই হৈছে। মোৰ ভৰি দুখনত যেন ভূতে পালে; ইমান বিষায়! গৰম লাগিবলৈ ধৰাৰ লগে লগে ভৰি যেন ছিগিয়েই যাব।"

"তোৰ তেতিয়া ভালহে হ'ব। সিহঁতে তোক হাস্পতাললৈ পঠাই দিব।"

"দহোকুৰি, নালাগে পঠাব! পিছে, সিহঁতে মেলাৰক জানো পঠালে? তাৰ দেখোন ভৰি কয়লাৰ দৰে ক'লা হৈ পৰিছিল!"

"তই হ'লে তেনেকৈ নিচিঞৰিবি দেই!"

"ইয়াত কোনো নাই।"

"ভাবোঁতে কোনো নাই বুলি ভাবিবি......ইপিনে কাইলৈ

ফেল্ডৰেবেলে সোপাকে জানিব ।”

“তই হ’বলা তাৰ আগত চিঞৰিবলৈ ঢাপলি মেলিবি ?”

“পিছে, তোমাক হবলা ঘোচা এটি লাগে ?”

“বাৰু, হৈছে থ। চেল্‌বেলাই নাথাকিবি। দৈৱ ঘটনা বুলি কোনো কথা নাই ।”

“নাই, নাই। নিশ্চয় দৈৱ ঘটনা নাই······পিছে কচোন বাৰু, সেই শটো কোনে নিলে ?”

“সেইটো বেলেগ কথা······মই ফেল্ডৰেবেলৰ কথাহে কৈছোঁ ।”

“অ’·········”

জোনৰ কেউকাষৰ পোহৰটো লাহে লাহে বহল আৰু ঘন হৈ গ’ল। মিহি নীলা ৰং এটাই ফট্‌ফটীয়া, পৰিষ্কাৰ আকাশখন আৱৰি ধৰিলে ।

“তই যিয়েই নকৰ ৰাতিপুৱাবৰ সময়ত হ’লে আৰু বেছি বৰফ পৰিব। এতিয়াতো অলপ গৰমেই ।”

“হব পাৰে গৰম ।”

অলপ আগলৈকে নিস্তব্ধ বায়ুমণ্ডল গোট মাৰি এক বিৰাট বৰফৰ স্তূপত পৰিণত হ’ল যেন লাগিছিল; এতিয়া লৰচৰ কৰা যেন লাগিল। এছাটি ধীৰ বতাহ বোৱা অনুভৱ কৰিব পাৰি ।

“কলোঁ হ’লে। বতৰ বদলিছে। মোৰ ভৰিকিটা টানি ধৰিছে ।”

“বাত বেমাৰ আছে নেকি ?”

“এৰা বহুতদিনীয়া বেমাৰ। বতৰ বদলিলেই ভৰিকিটা জ্বলি উঠে ।”

সিহঁতে বাটটোত ঘূৰিবলৈ ধৰিলে ।

“সেই মানুহজনী এতিয়াও চালিতে আছেনে ?”

“আছে ।”

“ৰাতিপুৱালৈ তাই ঠেৰেঙা লাগিব ।”

“নহয়, গৰম হয় যদি ঠেৰেঙা নালাগে ।”

“এইটো বৰ লেতেৰা কাম -- ইপিনে মানুহজনীৰ গাত লেঠা ।”

“আৰু নো কি কৰিবি ? তেনেকুৱা তিৰোতাই পিঠিত একোব দিলে উশাহ সলাবলৈকে সময় নাপাবি। আৰু সৰু ল’ৰা-ছোৱালীবোৰ আৰু সাংঘাতিক। সিহঁতে গোটেইখনতে বগাই ফুৰিব, সকলোতে পিট্‌পিটাই ফুৰিব। সিহঁতক ইয়ালৈ চোৰাংচোৱা

হিচাপে পঠায় ।”

সিহঁত খস্তেকৰ বাবে মনে মনে থাকিল ।

“মই হোৱা হ’লে কিন্তু এইবোৰৰ আন উপায়হে কৰিলোহেঁতেন। .........সৌখন গাৰঁৰ কেপ্তেইনে কৰাৰ দৰে, মনত আছে নে ?”

ফেঁচানকীয়া সৈন্যটোৱে মূৰ দুপিয়ালে ।

“চাবি বাৰু, সিহঁতে কেতিয়াও আমাৰ হৈ কাম নকৰে । মই সিহঁতক চিনি পাওঁ । মূৰকত আমি সিহঁতক মাৰি নিৰ্মূল কৰি দিবই লাগিব । সেইদেখি এতিয়াই কৰা ভাল ; কাম বহুত উজু হ’ব ।”

“সকলোকে নে ?”

“সকলোকে । তই নিজে দেখিছ নহয় সিহঁত কেনে মানুহ । আনকি সৰু ল’ৰা-ছোৱালীবোৰৰ মাজতো সিহঁতে যিদৰে প্ৰচাৰ-কাৰ্য্য চলাইছে যে সিহঁতক পুনৰ শিক্ষা দিয়া আমাৰ কাৰণে অসম্ভৱ । আমি কৰিমনো কেলৈ—ই কেৱল সময় হানি । সিহঁত বেলেগ মানুহ যেতিয়া বেলেগ হৈয়ে থাকক ।”

সৈন্যটোৱে হুমুনিয়া পেলালে ; সি কোনো উত্তৰ দিয়া নাছিল । তেতিয়া ৰামধনুখন একেবাৰে বিলীন হৈ গ’ল । বাটৰ কাষত শাৰী শাৰীকৈ থকা গছৰ ঠালবোৰৰ মাজত এটা খচ্‌খচনি উঠিল । সেইবোৰৰপৰা বৰফৰ কণাবোৰ বাগৰি পৰিল । জোনটো কুঁৱলীৰ আঁৰত ঢাক খালে ; তাৰ মাজেদি জোনৰ ক্ষীণ পোহৰটো দেখা গ’ল ।

“চা ! সঁচাকৈ বতৰ বদলিছে । খন্তেক আগলৈকে জোনটোৱে বেলিৰ দৰে উজ্জ্বলভাৱে পোহৰ দিছিল আৰু এতিয়া চা !”

“এছাটি বতাহ বলিছে ।”

“ভাল হৈছে, গৰম লাগি আহিছে ।”

খোজৰ ভৰত তেতিয়াও বৰফ ভাগিছিল, কিন্তু তেতিয়া আৰু সেই চেঁচেঁয়নি শব্দটো নাই । বতৰ তভালিকে সলনি হ’ল । ফটিকৰ দৰে ফৰকাল আকাশখনক ধোঁৱাবৰণীয়া কুঁৱলীয়ে ছাটি ধৰিলে । বেগেৰে বতাহ বলিল । পথাৰৰ বৰফবোৰ বতাহত উফৰি পৰিল । চেঁচা বতাহ ছাটিয়ে সিহঁতৰ হাড়ৰ মাজলৈকে কঁপালে । মুখত বতাহে ছাটি মাৰি গ’ল আৰু পাতল কোটবোৰৰ ভিতৰলৈকো বতাহ সোমাল ।

“ইয়ালৈকে তই গৰম লাগিছে বুলিছিলি ?”

"যাবলৈ কিমান সময় আছে ?"

"ৰাতি পুৱাবলৈ এতিয়াও বহুত পলম। হেঁপাহ পলুৱাই খোজ কাঢ়িবলৈ হাতত বহুত সময় আছে!"

দূৰৰ ৰৰফে ঢকা মুকলি পথাৰখনৰপৰা এটা আচৰিত গোঁজৰণি উঠিল। আৰু কাষ চাপি অহাৰ লগে লগে ক্ৰমে শব্দটো ডাঙৰ হৈ আহিল।

"সেইটো কি ?"

সিহঁতে তাতে ৰৈ শুনিবলৈ ধৰিলে। শব্দ ক্ৰমে ডাঙৰ হৈ গ'ল; আৰু হঠাৎ গোটেই গাওঁ জুৰি এটা দীঘলীয়া শব্দ মুখৰিত হৈ পৰিল। গছবোৰ জোকাৰি পেলালে; ঠালবোৰ বৰকৈ ল'ৰিবলৈ ধৰিলে। বতাহে মাটিৰ বৰফ থাদ্দি ওফৰাই পেলালে। ৰূপালী গুড়ি বৰফবোৰ কেউপিনে তললৈ সিঁচৰতি হৈ পৰিবলৈ ধৰিলে। চন্দ্ৰবীক্কিটাই একেবাৰে কুঁজা হৈ কোনোমতেহে আগবাঢ়িছিল। উভতি আহোঁতে যেতিয়া সিহঁতৰ পিঠিত বতাহৰ হেঁচা পৰে, তেতিয়া খোজ কাঢ়িবলৈ সহজ। বতাহে সিহঁতক উৰাই অনাৰ দৰে আনে। কিন্তু বতাহৰ গতি অনবৰত সলনি হৈ আছিল। সময়ত বতাহ সোঁহাতৰপৰা বলে, আকৌ পিছতে বাওঁফালৰ পৰা বলে। যেতিয়া বাটটোৰ ওপৰেদি বতাহ বলে, তেতিয়া নিজৰাৰ দৰে বৰফবোৰ ওপৰলৈ তুলি নিয়ে; আৰু বৰফবোৰ ক্ৰমে ওপৰলৈ যাওঁতে যাওঁতে শেহত হঠাৎ তললৈ সৰি পৰে। তলখন গোটেই বগা হৈ যায়।

"কি যে জাৰ! এতিয়া বৰফ-ধুমুহা হ'বৰ উপক্ৰম হৈছে। এনেকুৱা শিল-ধুমুহাত একো নেদেখি।"

হঠাৎ ডুয়োটাই একেলগে সিহঁতৰ কান্ধৰ ওপৰেদি চাবলৈ ধৰিলে, যেন কাৰবাৰ হুকুমতহে চালে। কিন্তু বাটটো আগৰ দৰেই নিৰ্জন।

## ॥ তিনি ॥

"মৰমৰ লুইচা……"

চিঠিখনৰপৰা মূৰ দাঙি কেপ্টেইন ৱানৰ্’াৰে খিৰিকীৰ পিনে চালে। বাহিৰত ধুমুহা। দেখাত এনে লাগিছিল যেন বৰফহে বৰষিছে; কিন্তু আচলতে বতাহেহে বৰফবোৰ ওপৰলৈ গুফৰাই পেলাই টুকুৰা-টুকুৰকৈ ভাঙিছিল আৰু সেইবোৰ উৰাই নি জোপাবোৰৰ ওপৰত সিঁচি পেলাইছিল। বৰফৰ খুন্দা খাই খিৰিকীৰ আয়নাবোৰ টিঙ্‌টিঙাই উঠিল। বৰফত ঢাক খোৱা পথাৰবোৰৰ ওপৰেদি হোহোৱাই বতাহ বলিছিল; বতাহৰ প্ৰকোপত গাৱঁৰ ঘৰবোৰ কঁপি উঠিল।

কাৰ্ট ৱানৰ্’াৰৰ ঘৰলৈ মনত পৰিল। তাৰ মনটো মৰা। সি উশাহ লব নোৱাৰা যেন হৈছিল; বৰফ-ধুমুহাই জগত আচ্ছন্ন কৰি পেলালে – বৰফে সকলো গিলিপ্ মাৰি ধৰিলে। বৰফৰ সৰ্বগ্ৰাসী দ’মৰ মাজত সকলো পোত গ’ল। মৰুভূমিৰ বালিৰ দৰে উৰি ফুৰা বৰফৰ কণাৰ মাজত একোৰে চিন-চাব নোহোৱা হ’ল। ড্ৰেছডেনত থকা নিজৰ ঘৰলৈ তাৰ মনত পৰিল। এতিয়া বাৰু তাৰ ঘৈণীয়েক আৰু ল’ৰা-ছোৱালীবোৰে কি কৰিছে? সিহঁতক বহুত দিন দেখা নাই। ফ্ৰান্সৰপৰা আহোঁতে সি বৰকৈ আশা কৰিছিল যে এদিনৰ বাবে হ’লেও সি ঘৰলৈ যাবলৈ পাব। কিন্তু সিহঁতক জাৰ্মেনীৰ মাজেদি বৰ ততাতৈয়াকৈ লৈ আহিলে। আনকি মুহূৰ্তৰ বাবেও সিহঁতে ৰেলৰপৰা নামিবলৈ অনুমতি নাপালে। ৰেলৰ খিৰিকীৰ আগেদি তাৰ নিজ গাওঁখন বিজুলীৰ দৰে পাৰ হৈ গ’ল; সি মাথোন তাৰ ঘৰৰ পিনে এবাৰ চালে। আধাঘণ্টা বা দহ মিনিটমানৰ বাবেও যদি সি এবাৰে ঘৰলৈ যাবলৈ পালেহেঁতেন! তাত বৰফৰ হুৰহুৰণি নাই, মানুহৰ ওপৰত জপিয়াই পৰিবলৈ মৃত্যুৱে তাত আৰু বৰফ-ভৰা খালত অপেক্ষা কৰি থকা নাই। কফি খাই খাই সিহঁতে মেজৰ কাষত বহি থাকে, ইপিনে লুইচাই কটি কাটে। তাত গৰম। লুইচাই হাঁহি মাৰি তাৰ

পিনে তাইৰ শকত হাত ডুখনেৰে একাপ কফি আগবঢ়াই দিয়ে —এইবোৰ সি বাৰু কেতিয়া দেখিবলৈ পাব!

তাৰ সকলোৰে ওপৰত খং উঠিল। পুচিয়াৰ ওপৰতো তাৰ খং উঠিল—তাই সদায় চঞ্চল, ডুপৰীয়ালৈকে শুই থাকে আৰু অকলশৰীয়া বুলি সদায় আপত্তি কৰি থাকে; এই সকলো কথাতে তাৰ খং উঠিল। বিচনাখন পাৰি লবলৈ বা কোঠাটো পৰিপাটিকৈ ৰাখিবলৈ তাইৰ কেতিয়াও মনত নেখেলায়। বিচনাখন পৰিপাটি নোহোৱা; ইপিনে টুকুৰা চিগাৰেটবোৰ মাটিত পৰি থাকে। মেজৰ ওপৰত ৰুটি-মাখনৰ সৈতে চুলিৰ কাটা আৰু নখকটা কেঁচী —সকলোবোৰ খেলিমেলি; এইবোৰ মনত পৰি তাৰ বিৰক্তি জন্মিল। ড্ৰেছডেনত থকা তাৰ পৰিপাটি, সৰু মহলটোত সকলো ঠিকঠাক; লুইচাৰ হাতত সদায় চাফা কৰা কাপোৰখন আছেই। নিজৰ সৈন্যবোৰৰ ওপৰত তাৰ খং উঠিল— সিহঁত মূৰ্খ, অল্পবুদ্ধিৰ; গোটেইবোৰ ওকণীৰে ভৰা। সিহঁতৰ শৰীৰ বৰফে থেকেচি পেলালে, ইপিনে গাত বাৰেপাচি বেমাৰ। গাওঁখনৰ কথা ভাবি তাৰ খঙে মূৰৰ চুলি পালেগৈ; ইয়াত থকা তাৰ এমাহ হৈ গ'ল। গাওঁখন বিমৰ্ষ, সকলো কথা লুক-ঢাক। তাৰ আগেদি মানুহবোৰ তলমুৰাকৈ পাৰ হৈ যায়। তথাপি সি জানে যে এই তলমুৰা চকুবোৰত ঘৃণাৰ চাৰনি লুকাই থাকে আৰু সি জানে যে সিহঁতৰপৰা সি যি—ভয় আৰু বশ্যতা—বিচাৰিছে, তাক বোধহয় কোনো শক্তিয়ে কাঢ়ি আনিব নোৱাৰে।

দাঁত কামুৰি সি ভোৰ্‌ভোৰাই থাকিল—"তহঁতক এশিকনি শিকাম, ৰ!" তাৰ চকু বগা কাগজখিলালৈ গ'ল। মেজৰ ওপৰত মূৰ দোঁৱাই সি খৰকৈ লিখিবলৈ ধৰিলে; ইমান খৰকৈ লিখিলে যে চিঞাহীৰ সৰু টোপালবোৰ কেউপিনে ছিটিকি পৰিল।

"কেতিয়ানো আকৌ তোমাৰ কাষ পাওঁগৈ তাৰেই দিন লেখি আছোঁ। লুইচা! আমি আগবাঢ়ি গৈছোঁ। এই ভয়ানক হাবিময়, বৰ্বৰ দেশত আমি একেবাৰে আগবাঢ়ি গৈছোঁ। সোনকালে পূৰ্ণ-বিজয় লভি আমাৰ এই যুদ্ধযাত্ৰা সফল কৰিম।"

লুইচাই সন্তোষ পাওক। তিনি মাহ জুৰি সিহঁতক একে ঠাইতে প্ৰতিৰোধ কৰি ৰখোৱা কথাটো তাই জানিব নালাগে। এখন সৰু আৰু টোকোনা গাৱঁৰ ঘটনা এটা একো ধৰিবলগীয়া কথা নহয়। এনে ভয়ানক আৰু নিৰ্মম বৰফৰ মাজত সিহঁতে

তিনিমাহ জীয়াতু ভুগিছে ; হাবিয়ে-বননিয়ে, খালে-ডোঙে গৰিলাই সিহঁতৰ প্ৰতীক্ষাত জোপ লৈ থাকে। দিনে দিনে সৈন্যবোৰ দুৰ্বল হৈ আহিছে আৰু নিতৌ সিহঁতৰ মাজত বেমাৰীৰ সংখ্যা বাঢ়ি গৈছে। ফ্ৰান্সৰপৰা যিটো দলৰ লগত সি আহিছিল তাৰ প্ৰায় কোনোৱেই বাকী নাই। স্মেকাৰৰ বাহিৰে তাৰ ড্ৰেছডেনৰ কোনো বন্ধু জীৱিত অৱস্থাত নাই - এইবোৰ কথা লুইচাই গম পাব নালাগে। এৰা, তাই এইবোৰ নাজানিব ; আৰু জানিবই বা কেনেকৈ ? ৰণ-থলীৰপৰা দিয়া চিঠিয়ে সাহস উদগাব লাগিব আৰু দেশপ্ৰেমৰ ভাব জগাই তুলিব লাগিব। তদুপৰি, লুইচাৰ বাহিৰেও—আৰু লুইচাতকৈও আগতে--আনে চিঠিখন পঢ়িব ; তেওঁলোকে এই চিঠিৰপৰা কাৰ্ট ৱাৰ্নাৰৰ মনৰ ভাব নিৰ্ণয় কৰিব।

"ইয়াত অতিপাত জাৰ। ইমান জাৰ আমাৰ সহ্য নহয়। কিন্তু ফুহ্ৰাৰৰ আদেশত আমি উদগনিৰ তাপ পাওঁ আৰু তেওঁৰ মহান আচনি কাৰ্য্যকৰী কৰি তোলাৰ ভাৰ আমাৰ ওপৰত পৰা বাবে গৰ্ব অনুভৱ কৰোঁ। জাৰ্মেনীৰ মহত্ত্ব সেৱা কৰাৰ ভাৰ আমাৰ ভাগত পৰিছে।"

সি আৰু কেইশাৰীমান লিখিলে ; তাৰ পিছত চিঠিখন মুৰৰপৰা ভুনাই পঢ়িলে। সিমান বেয়া হোৱা নাই ; অন্ততঃ সৈন্যবোৰৰ কাৰণে জাৰ্মেনীৰপৰা পঠোৱা গোহাৰিতকৈ ভাল হৈছে। তাতকৈ বেছি তেজস্বী আৰু বিশ্বাসজনক।

কলমৰ আগটো কামুৰি সি খন্তেক ভাবিলে আৰু সিমানেই হ'ব বুলি থিৰাং কৰিলে। ল'ৰা-ছোৱালীৰ কথাও নিশ্চয় সুধিব লাগিব। কাৰণ এই চিঠিৰ মাজেদি সি নিজক কেৱল জাৰ্মান সেনানায়ক হিচাপেই পৰিচয় দিলে নহ'ব—গিৰিয়েক আৰু বাপেক হিচাপেও দেখুৱাব লাগিব।

"প্ৰিয়তমা ! তুমি কেনেকৈ চলিছা ? লিজেলৰ কেনে ? উইলিৰ ডিঙিৰ ঘা ভাল হ'লনে ? তালৈ কোটৰ কাৰণে নোম পঠাবৰ চেষ্টা কৰিম, তেতিয়া তাৰ আৰু জাৰ নালাগে। তুমি মোক মোজা খুজিছিলা, কিন্তু দুৰ্ভাগ্যবশতঃ সেইবোৰ পাবলৈ টান। কাৰণ, আমাক এতিয়া গাৰ্ডতহে ৰাখিছে। কোনো নগৰ ল'লেই মই মোজা গোটাবৰ চেষ্টা কৰিম। যোৱা সপ্তাহত তোমালৈ অলপ মাখন পঠাইছিলোঁ। মোৰ পাৰ্চেলটো কেতিয়া পোৱা সেই খবৰ যথাসময়ত জনাবা বুলি আশা কৰিলোঁ। অহা মাহত

তোমালৈ অলপ মৌ পঠাম…………উইলিৰ ডিঙিত লগাব পাৰিবা………।”

কোনোবাই দুৱাৰত টুকুৰিয়ালে।

“কি লাগে এতিয়া ?”

“গাওঁবুঢ়া আহিছে।”

উভতি চাই সি ক'লে, “তাক ৰবলৈ ক।” আৰু তাৰ পিছত আকৌ চিঠিলৈ মন দিলে। কিন্তু এইবাৰ তাৰ ভাব আনপিনে গ'ল; ড্ৰেছডেনৰ ঘৰৰপৰা উভতি সি আকৌ ইউক্ৰেনৰ এই গাওঁখনত ওলালহি। খণ্ডত সি লিখিব নোৱাৰা হ'ল। চুমা যাচি আৰু মঙ্গল কামনা কৰি সি লৰালৰিকৈ চিঠিখনৰ সামৰণি মাৰিলে আৰু চহী কৰি খাম এটাৰ ভিতৰত ভৰালে।

“বাৰু, সি ক'ত আছে ? তাক ভিতৰলৈ পঠাই দে।”

দুৱাৰমুখত ওখ মানুহ এটাই দেখা দিলেহি।

“গচ্ প'দিন কেপ্তেইন ! আপুনি মোক মতাইছিল বোলে ?”

“হয়, মই তোক মতাইছিলোঁ।”

সি মেজৰ তলৈ ভৰিকেইটা মেলি দিলে; আৰু সমুখত থিয় হৈ থকা মানুহটোলৈ খন্তেক তন্ন-তন্নকৈ লক্ষ্য কৰিলে। হঠাৎ সমুখৰ পিনে হালি গৈ কাটৈ দুটা মাতেৰে সুধিলে “কেতিযানো ধান-চাউলৰ চালান মজুত হ'বগৈ ?”

গাওঁবুঢ়াৰ গা শিয়ঁৰি গ'ল; তললৈ মূৰ কৰি থাকিল “মই যথাসাধ্য চেষ্টা কৰিছোঁ। দেহেকেহে লাগিছোঁ………ধান-চাউল পাবলৈ নাই………”

“ধান-চাউল নাই মানে কি ? গাৱঁত তিনিশ ঘৰ মানুহ আছে। এইবছৰ খেতিও উপচি পৰিছিল, আকৌ তই কৈছ ধান-চাউল নাই ? সিহঁতে সকলো লুকাই থৈছে।”

মানুহটোৱে বিননিৰ সুৰত ভমুনিয়া এটা কাঢ়িলে।

“হয়, সিহঁতে জঙ্গল লুকুৱাই থৈছে।”

সি খিৰিকীৰ পিনে আঙুলিয়াই দেখুৱালে। বাহিৰত তেতিয়া বৰফৰ ধুমুহা বলিছিল।

“কিন্তু মই ক'ত বিচাৰিম ? সেইখনত মই কিটো পাম ?”

কেপ্তেইনে তাৰ কথাত বাধা দি ক'লে—“তই বিচাৰিব লাগিব। তই কেৱল ভালকৈ সন্ধান লব লাগিব। গেস্পদিন গেপলিক্ ! ভালকৈ বিচাৰিবি……বহ !”

গাওঁবুঢ়া ভয়ে ভয়ে চকীৰ এচুকত বহিল।

"মই তোৰ কামত অলপো সন্তুষ্ট হোৱা নাই। সমূলি সন্তুষ্ট হোৱা নাই। সঁচাকৈ কবলৈ গ'লে, মই আনকি বুজিবই পৰা নাই -কিহৰ কাৰণেনো সিহঁতে তোক ইয়ালৈ আনিলে! মোৰ মনেৰে স্থানীয় মানুহ এটা বিচৰাহেঁতেনেই বেছি ভাল হ'লহেঁতেন। ......ইয়াত এমাহ থাকিও তই মানুহবোৰক চিনিব নোৱাৰিলি। এই গাৱঁত কোন থাকে, তই জান নে?"

গাওঁবুঢ়াৰ চকুৰ আগত আশাৰ ক্ষীণ পোহৰ এটা ভাহি উঠিল। সৰু, তপা মূৰটো দুপিয়াই সি সকলো কথা শলাগি গ'ল।

"এৰা, মই সিহঁতক জানিব নোৱাৰিলোঁ।......এইখন ডাঙৰ গাওঁ; ইয়াৰ কোনোবাই মোৰ সৈতে কিবা এটা কৰিব খোজেনে? সঁচাকৈ, স্থানীয় মানুহ হ'লে সুবিধা হ'ব, খুব সহজ......"

কেপ্তেইনে চকীখনত আঁউজি বহিল। সি টেঙৰালি কৰি সুধিলে -"এ!......তেনেহ'লে তোৰ কামটো তই ভাল পোৱা নাই, হেঁাঃ?"

গেপলিকে হাত দুখনেৰে টুপীটো বাৰে বাৰে পকাবলৈ ধৰিলে, কিন্তু উত্তৰ নিদিলে।

"তেনে,......কিন্তু তই পাহৰি নাযাবি যে ৰেড্ সৈন্যই তোক গুলীয়াই মাৰিলেহেঁতেন নাইবা খেতিয়কবোৰে তাতোকৈ জঘন্যভাৱে তোক হোলোং মাৰিৰে থকা-সৰকা কৰিলেহেঁতেন। তই জাৰ্মান কৰ্তৃপক্ষৰ ওচৰত তোৰ জীৱনৰ বাবে ঋণী; সিহঁতে যি কয়, তাকে তই কৰিবই লাগিব। তদুপৰি, বেছি একো বিচৰা নাই, বিচাৰিছোঁ নেকি?"

খেতিয়কটোৱে হুমুনিয়া কাঢ়িলে।

"তোৰ কামত তই অলপো মনোযোগ দিয়া নাই। তই একোতে মন দিয়া নাই। বলছেভিক্‌বোৰে তোৰ মাটিবাৰী কাঢ়ি নিলে, তোক ফাটেকত দিলে। আমি ভাবিছিলোঁ, তোৰ শক্তিৰে তই যিমান পাৰ সিমান কৰিবি। পিছে, তই একোকে নকৰিলি। আমাৰ যি আছে, সকলোবোৰ মোৰ সৈন্যবোৰে গাৱঁৰপৰা কাঢ়ি অনা বস্তু। কিন্তু তোৰ যত্নত হোৱা বুলি দেখুৱাবলৈ একো নাই। আক আচলতে আমি তোৰপৰা একো খবৰো পোৱা নাই।"

"কিন্তু মই আপোনাক সেই কষ্টিয়াকৰ কথা কৈছিলোঁ।"

নিজৰ বুলি ক'ব পৰা একমাত্ৰ কৃতকাৰ্য্যতাৰ সহায়েৰে সি

নিজক ৰক্ষা কৰিবলৈ চেষ্টা কৰিলে। পাছ-চোতালেদি সেনাপতিৰ ওচৰলৈ লুকাই আহোঁতে সি সেই খবৰটো দৈবাৎ গম পাইছিল।

ৰান'াৰৰ খং উঠিল।

"বাৰু, আৰু কি?"

গেপ্‌লিকে সকৰ্কৈ ক'লে, "শিক্ষয়িত্ৰীৰ কথাটো......"

"বাৰু, হয় শিক্ষয়িত্ৰীৰ কথা......পিছে, সেইটো আধাড়ুখৰীয়া আৰু এতিয়াও তাৰ বিচাৰ কৰিবলৈ আছে।"

"স্থানীয় মানুহ হোৱা হ'লে সুবিধা হ'লহেঁতেন......"

"সকলো সময়তে তোৰ স্থানীয় মানুহৰ কথা মোৰ আগত উলিয়াই নাথাকিবি। নিশ্চয় সুবিধা হ'ব, কিন্তু স্থানীয় মানুহ পাম ক'ত? সমূহীয়া পামত তিনিশ ঘৰ আৰু তিনিশ পৰিয়াল। এটাও গাইগুটীয়া খেতিয়ক নাই। সিহঁতৰ মাটি হ'ল কোনোবা ডাঙৰ জমিদাৰৰপৰা বাজেয়াপ্ত কৰা মাটি। আৰু মানুহবোৰৰ কথা তই নিজেই জান দেখোন। বলছেভিকবোৰৰ অনুগ্ৰহত দুখীয়া, অকৰ্মণ্য কিছুমান মাটিৰ গৰাকী হ'ল! সিহঁতৰ সৰহ ভাগেই আগেয়ে পামত বনুৱা হিচাপে খাটিছিল! ইয়াত মানুহ পাবি কেনেকৈ?" খঙত ৰান'াৰে মেজত চকিয়াই চিঞৰি ক'লে। "তই চেষ্টা কৰিবই লাগিব। নহ'লে, গেপলিক! তোক অন্য ব্যৱহাৰ কৰিব লাগিব। শস্য গোটাবলৈ তোক তিনিদিন—নহয় বাৰু, চাৰিদিনেই দিলোঁ। সৈন্যবোৰক খুৱাবই লাগিব। তই খেতিয়কবোৰক হাতলৈ আনিব পৰা নাই, সেই বুলিয়েই আমি সৈন্যবোৰক শুকাই মৰিবলৈ দিম নে?"

হতাশভাৱেৰে গাওঁবুঢ়াই ক'লে, "মই অকলে একো কৰিব নোৱাৰোঁ। মোক সৈন্যৰ সহায় লাগিব......"

"মই কিবা তোক সহায় নকৰোঁ বুলিছোঁ নে? লাগিলে কৰিম। কিন্তু তই নিজে অলপ চেষ্টা কৰিব লাগিব। অলপ ভাবি-গুণি ল।"

গাওঁবুঢ়াৰ চকুকেইটা আশাত জিলিকি উঠিল।

"বাৰু, মই কি হয় এটা ভাবি আপোনাক জনাম......"

"বাৰু, বাৰু, কেৱল ভাবোঁতেই এযুগ নিনিয়াবি। মনত ৰাখিবি, হাতত মাথোন চাৰি দিন। আৰু সেই ল'ৰাটোৰ কথা ......দোষীক বিচাৰি উলিয়াবই লাগিব। যেনেতেনে উলিয়াব

লাগিব। নহ'লে তয়েই জগৰীয়া হবি। তাৰ বাবেও মই তোক চাৰি দিন সময় দিলোঁ।"

সি খিৰিকীৰ পিনে মুখ ঘূৰালে। বাহিৰত ভেতিয়াও ভীষণ বতাহ। বৰফবোৰ উৰাই নিছিল। ঘৰবোৰ যিদৰে মেট্‌মেটাই উঠিছিল যেন ভাগিবই। গেপ্‌লিকে বুজিলে যে তাৰ সাক্ষাতৰ সামৰণি পৰিল। কেপ্তেইনে মুখ ঘূৰাই থকা অৱস্থাতে সি মুৰ দোঁৱালে আৰু তাৰ পিছত ওলাই গ'ল।

বাটলৈ আহিহে সি টুপীটো পিন্ধিলে। সি মুৰটো বেঁকাকৈ যাবলৈ ধৰিলে। তাৰ মনত এটা চিন্তাইহে মাথোন উপায়হীনভাৱে ঘূৰা-পকা কৰি ফুৰিলে - কেনেকৈ আমঠ গাওঁখনৰপৰা সি শস্য আদায় কৰিব! বৰফৰ পোহৰত চকু ধুঁৱলী-কুঁৱলী লগাত সি এবাৰ সিফালৰপৰ অহা মানুহ এটাৰ গাত খুন্দাকে মাৰিব খুজিছিল। হঠাৎ মনৰপৰা বিৰক্তিকৰ চিন্তাবোৰ আঁতৰি গ'ল; সি উচাপ খাই পিছুৱাই গ'ল। পকাচুলীয়া বুঢ়াটোৱে তাক ওচৰৰপৰা চালে আৰু চিনি পাই দেখাদেখিকৈ মাটিত থুৱাবলৈ ধৰিলে; বাটৰ যিকাষে ঘৰবোৰ আছে, সেইপিনলৈ সি আঁতৰি গ'ল।

গেপলিক বেগাই ঘৰমুৱা হ'ল। কাগজ এখন উলিয়াই ল'লে আৰু মেজৰ কাষত বহি হুকুম এটা লিখিবলৈ ধৰিলে। মুৰটো এবাৰ ইকাতি এবাৰ সিকাতি কৰে; মাজে মাজে শব্দবোৰ কাটি পেলায় আৰু শুধৰাই লিখাবোৰকে আকৌ কাটে। শেহত সি হুমুনিয়া কাঢ়ে। বাহিৰত হোহোৱাই বতাহ বলিছিল। কেপ্তেইনৰ দুটা মাতটো মনত পৰি তাৰ ভয় লাগি যায়; ইপিনে স্থানীয় খেতিয়কৰ মুখবোৰৰ তাভোকৈ ভয় লগা সোঁৱৰণীয়ে তাৰ মনটো হেঁচা মাৰি ধৰে।

সি ঘামি-জামি যায়; ভপা মুৰটো মচি পেলায়। সি যে তাৰ শেষ উপায় অৱলম্বন কৰিছে আৰু যেনেতেনে সি যে ৱাৰ্নাৰক সন্তুষ্ট কৰিব লাগিব, এই কথা সি ভালকৈ বুজিছিল। যেনেতেনে গাঁৱৰ মানুহৰ এই বাধা ভাঙিবই লাগিব।

ভেতিয়া গাওঁখন শাঁত পৰি আছিল; ওপৰত বতাহে বৰফৰ ডাৱবেৰে ছাটি পেলাইছিল। ঘৰত বহি বহি মানুহে খিৰিকীৰ সিপিনে বতাহৰ হোহোৱনি শুনিছিল। কেৱল জেভড'কিম ওখাব্‌ক'ৰহে অকলে থাকি বৰ আমনি লাগিল; সেইদেখি বৰফ-ধুমুহাৰ মাজতো সি চুবুৰীয়াক দেখা কৰি আহিবলৈ মন কৰিলে।

ধুমুহাৰ মাজেদি সি মেলিয়াকচঁঙৰ জেওবাৰ কাষে কাষে যাবলৈ ধৰিলে। দুৱাৰমুখত জোতাৰপৰা কোনোমতে বৰফবোৰ এৰুৱালে। ঘৰৰ ভিতৰত সাৰশুৰ নাই। জেভড'কিমে দুৱাৰত টুকুৰিয়ালে আৰু কোনো প্ৰত্যুত্তৰলৈ বাট নাচাই দুৱাৰখন খুলি দিলে। তিনিযোৰ আতঙ্কিত চকুৱে তাৰ পিনে চালে।

"তোমালোকৰ কেনে?"

মেলিয়াচিখাই হুমুনিয়া কাঢ়িলে। তাইৰ বুকুৱে ধান বনাদি বানিছিল।

"জেভড'কিম ককা নেকি?"

"দেখা নাই জানো? বাৰু, তোমালোক ইমান বিহ্বল হৈ পৰিছা কিয়?"

তাই উত্তৰ নিদিলে। ইপিনে সি লাখুটিত ভৰ দি থিয় হৈ থাকিল।

"তোমালোকে মোক বহিবলৈকো কোৱা নাই দেখোন? এইবোৰ আধুনিক নিয়ম নেকি, হোঃ?"

তাই লাহে লাহে ক'লে, "আমাৰ সৈতে নবহাই ভাল, আপুনি ইয়ালৈ নহাহে ভাল।"

"কেলেই?"

তাই কান্ধ জোকাৰিলে। খিৰিকীৰ ওচৰৰ বেঞ্চখনতে বুঢ়া বহিল।

"হৈছে কি, গেলিয়া! বলিয়া হ'লা নেকি? তেনেকৈ বহি আছা কিয়? মিস্কা ক'ত আছে?"

জেনাই হঠাৎ চিঞৰি কান্দিবলৈ ধৰিলে।

"তোৰ আকৌ কি হ'ল?"

"জেনা, মনে মনে থাক; নাকান্দিবি" —মাকে খঙেৰে ক'লে। জেভড'কিমে মূৰ খজুৱাবলৈ ধৰিলে।

"বৰ বৰফ-ধুমুহা হৈছে। গোটেইখন তল-ওপৰ হৈ পৰিছে। গোটেই ঘৰটো কঁপাই দিছে। অকলে বহি থাকি বৰ বেয়া লাগিল ...সেইদেখি চুবুৰীয়া দুই-এঘৰলৈকে যাওঁ বুলি ভাবিলোঁ...।"

মেলিয়াচিখাই হুমুনিয়া কাঢ়ি ক'লে—"ককা! এতিয়া আৰু আমি চুবুৰীয়া হৈ থকা নাই......"

লাখুটিৰ ওপৰত হাত দুখন থৈ সি তাৰ ওপৰত থুতৰিটোৰে ভৰ দিলে আৰু মানুহজনীলৈ একেথৰে চাবলৈ ধৰিলে। "কিবা

এটা হৈছে, নহয় নে? এনে ধুমুহাত মিক্কা ক'ত খুবি ফুৰিছে?"

"ককা, মিক্কা গ'ল......"

"গ'ল মানে কি? ক'লৈ গ'ল?"

"কলৈকো যোৱা নাই......যোৱা ৰাতি জাৰ্মানে মিক্কাক গুলীয়ালে।"

বুঢ়াৰ পকাচুলীয়া মুৰটো কঁপিবলৈ ধৰিলে।

"মিক্কাক ··· গু ··· লী ··· য়া ··· লে? এইজনীয়ে কি কৈছে এইবোৰ?"

তাই হাত দুখন মোহাৰি মোহাৰি আঙুলিবোৰ ফুটাবলৈ ধৰিলে।

"কওঁ শুনক, সি অ'লেনালৈ বুলি কটি লৈ চালিব ওচৰলৈ গৈছিল। তাতে জাৰ্মানে তাক গুলীয়ালে।"

তাৰ মনত যে এটা প্ৰশ্ন জাগি উঠিছে, সেই কথাৰ তাৰ ধোঁৱাবৰণীয়া চকুযোৰে সঁহাৰি দিলে। তাই বুজিলে আৰু সেই দেখি আকৌ ক'লে—"নহয়, মই তাক জাৰ্মানৰ হাতত এৰি থৈ অহা নাই। তাক খালৰপৰা চোঁচোৰাই তুলি আনিলোঁ। আৰু মোৰ পিঠিত তুলি তাক ঘৰ পোৱালোঁহি।......তাক আমি পুতি থৈছোঁ। এতিয়া কোনেও তাক বিচাৰি নাপায়।"

"তাক সিহঁতে চিনি পালে নেকি?"

"কেনেকৈ পাব? সিহঁতে তাক মাৰি কুকুৰৰ দৰে খাললৈ দলিয়াই দিলে......এতিয়া বোধকৰো সিহঁতে তাক বিচাৰিব। কিন্তু এতিয়ালৈকে কোনো সাৰশুৰ নাই। আপুনি দুৱাৰত টুকুৰিয়াওঁতে সিহঁত আহিছে বুলিহে ভাবিছিলোঁ।" সি মুৰ জোকাৰিলে।

"ভেনেহ'লে এইদৰেই কত মানুহ মাৰিব লাগিছে!.........সক ল'ৰা-ছোৱালীও!......চাহা, তই মনত ৰাখিবি। এই সকলো কথা ভালকৈ মনত ৰাখিবি......।"

ল'ৰাটোৱে নীৰৱে মুৰ দুপিয়ালে।

"তোৰ দেউতাৰ আৰু আন মানুহবোৰ আহিলে সকলো কৈ দিবি......"

মানুহজনীয়ে শুকান মাতেৰে ক'লে—"সিহঁতে এইবোৰ কথা নাজানে বুলি ভাবে নেকি?"

"নিশ্চয় জানে। সিহঁতে নিজ চকুৰে দেখিছে। আগেয়ে

ষ্টেচনে আনৰ বাবে প্ৰতিশোধ লৈছিল। এইবাৰ মিস্কাৰ বাবে ল'ব লাগিব। নিজৰ পুতেকৰ মৃত্যুৰ বাবে সি প্ৰতিশোধ লবই লাগিব……।"

মেলিয়াচিথাই তাহেকৈ ক'লে—"এইবোৰ সকলো একে কথা।"

"নিশ্চয়, নিশ্চয় সকলো একে কথা……কিন্তু, হেজাৰ হ'লেও নিজৰ পুতেক। মোৰ ল'ৰাকো সিহঁতে ১৯১৮ চনত মাৰিলে। অনেক অভিযোগৰ বাবত সিহঁতৰ ওপৰত প্ৰতিশোধ লবলৈ মোৰ হেঁপাহ আছে। কিন্তু তাৰ কথাটোৱেই মোৰ মানত মুখ্য। মূঠতে, যিমান বুকুৰ কাষ, কষ্টও সিমানে বেছি। মই এতিয়া এটা নিৰস বুঢ়া; মোক এতিয়া কোনেও নিবিচাৰে।……কিন্তু মোৰ নাতিপুতি হ'লহেঁতেন; তেতিয়া মোৰ ঘৰতো আনন্দই নধৰা হ'লহেঁতেন……"

"ককা, গোটেই গাওঁ ভৰি আপোনাৰ নাতিপুতি আছে।"

"নিশ্চয়, গাওঁ ভৰি আছে…তথাপি নিজৰ তেজ-মঙহৰ মানুহৰ কথা বেলেগ…"

"সেয়া! শুনক, সিহঁতে ঘণ্টা দিছে। তাৰ মানে সভা বহিব……"

মেলিয়াচিথাৰ মুখ শেঁতা পৰি গ'ল।

"নিশ্চয় মিস্কাৰ বিষয়ে বিচাৰ কৰিব……।"

বুঢ়াই হাত জোকাৰিলে।

"মিস্কাৰ বিষয়ে হ'বও পাৰে, নহবও পাৰে……সিহঁতে আন কথা ভাবিব নোৱাৰে নেকি?"

তেতিয়াও ঘণ্টা বাজি আছিল।

"এৰা, আমি যাবই লাগিব। নহ'লে সিহঁতে খেদি লৈ যাবহি। ককা, আপুনি যাবনে?"

"মোৰ মনেৰে এই বিষয়ত আমাৰ কোনো বাছ-বিচাৰ নচলিব। যাওঁ ব'লা।"—সি লাখুটিত ভৰ দি থিয় হ'ল। "চাছা তই কলৈকো নাযাবি। জিনাক চাবি। শেষ হ'লেই মই ঘৰলৈ আহিম।"

কুঁৱলীৰ মাজেদি সিহঁত যাবলৈ ধৰিলে। বাটৰ দুয়োকাষে ঘৰৰ দুৱাৰবোৰ মেল খালে আৰু তিৰোতা, ছোৱালী, বুঢ়ামানুহ—সকলো ওলাই আহিল।

"কেলৈ মাতিছে জানানে?"

"কেনেকৈ জানিম ? তোমালোকে যিমান জানা,ময়ো সিমানেই জানো। ঘণ্টা বজোৱা শুনিলোঁ। আৰু ওলাই আহিলোঁ।!"

এজনী মানুহে ডাণ্ডৰকৈ হুমুনিয়া কাঢ়ি ক'লে—"গোসাঁই ঐ ! কিহৰ বাবে বা মাতিছে ?"

সিহঁতৰ কাষেদি যাওঁতে ফেডচিয়া ক্ৰেভচাকে কৈ গ'ল—"ইনাই বিনাই গৈছা কেলৈ ? কিহৰ কাৰণে মাতিছে সেই কথা জনাই নাই, ইপিনে উচুপিবলৈ লাগিলেই।"

"কিন্তু, এইটো দেখা কথা যে ভাললৈ মতা নাই।"

"তুমি সিহঁতৰপৰা কিবা ভাল কথা আশা কৰিছিলা নেকি ? যিহে ভালসোপা সিহঁতে আমাৰ কাৰণে কৰিছে ! এতিয়া সেই দেখি সিহঁতৰপৰা তুমি ভালৰ বাহিৰে একো আশাই কৰিব নোৱাৰা হ'লা......"

"সেইটো ঠিক......"

"সেইদেখি আগতে হা-হুমুনিয়া কাঢ়িবৰ একো আৱশ্যক নকৰে। আগতো নকৰে—পিছতো নকৰে !"—ফেডচিয়াই ক'লে।

কোনেও উত্তৰ নিদিলে। সকলোৱে ভেচিয়াৰ কথা জানে। তাইৰ মুখৰ কাষত কিয় দ ৰেখাকেইডালে দেখা দিলে, সেই কথা সিহঁতে জানে। সেইদেখি, এতিয়া বিনাবৰ সময় নহয় বুলি ক'বৰ যদি কাৰবাৰ স্বত্ব আছে, তেন্তে সেই স্বত্ব তাইৰেই। আন মানুহবোৰ যি আশা বান্ধি জীয়াই আছে, তাইৰ সেইকণ আশাও নাই। তথাপি তাই বেজাৰ কৰা নাই। সিহঁতৰ পুতেক-গিৰিয়েকহঁত সৈন্যবাহিনীত বা গৰিলাৰ দলত। সিহঁত জীয়াই আছে; যি শুভ মুহূৰ্ত্তত ৰেডসৈন্যৰ গুলীৰ আঘাতত এই গাঁৱৰ মাজতে শেষ জাৰ্মান সৈনিকৰ শেহৰ নিশ্বাস পৰিব, সেই মুহূৰ্ত্ততে ইহঁতবোৰে সকলোকে আকৌ দেখা পাব।

লাহে লাহে এন্ধাৰ বেছি হ'ল। বৰফৰ ধুমুহাৰ মাজত গাত কাপোৰ মেৰোৱা মূৰ্তিবোৰ এটা-দুটাকৈ তেতিয়াও আহি থকা দেখা গ'ল। কেউপিনৰপৰা স্কুললৈ মানুহ আহিবলৈ ধৰিলে। পুৰণি অভ্যাস অনুসৰি মানুহে এতিয়াও ইয়াক 'স্কুল' বুলিয়েই কয়। ডাঙৰ ঘৰ, খিৰিকীবোৰো ডাঙৰ, আটাললোৰ' ওখ আৰু জুহালবোৰ বগা 'টাইল'ৰ। কোঠাবোৰ ডাঙৰ আৰু পৰিপাটি। মাথোন এতিয়া তাত স্কুল নবহে। জাৰ্মানে ইয়াৰ চকী-মেজবোৰ পুৰি পেলালে, স্কুলৰ সৰঞ্জাম থকা সক আলমাৰিবোৰ ভাঙি গুড়ি

কৰিলে ; মেপ, ছবিবোৰ একৰাই পেলালে। স্কুলৰ সভা-ঘৰটো উদং হৈ নিজম পৰিল। এতিয়া এই ঘৰটোলৈকে মানুহ আহিবলৈ ধৰিলে ; শেহত তিৰোতা আৰু বুঢ়া মানুহেৰে ঘৰ ভৰি পৰিল। কেৱল মেলেনিয়া ভিছনেভাহে অকলশৰে থিয় হৈ থাকিল। অদৃশ্য প্ৰতিবন্ধক এটাইহে যেন তাইক জনতাৰপৰা আঁতৰাই ৰাখিছে, কোনেও যেন এই প্ৰতিবন্ধক পাৰ হৈ যাব নোখোজে। মৰাৰ দৰে শেঁতা পৰি তাই বেৰত আঁউজি থিয় হৈ থাকিল। তাইৰ উদ্‌বাউল চকুযোৰে একেথৰে এপিনে চাই থাকিল। কমালখনৰ তলেদি কোছাকোছে ক'লা চুলি বাহিৰলৈ বৈ পৰিছিল, তাই কিন্তু চুলিবোৰ পাছলৈ সামৰি নথ'লে।

ওখ চাংখন সিহঁতে ভঙা নাছিল ; তাৰ ওপৰতে মেজ এখন তুলি গেপ্‌লিক বহি আছিল। তাৰ কাষতে ফেল্ডৱেবেল বহিছিল ; সি হামিয়াই আছিল আৰু মাজে মাজে ঘৰটোত গোট খোৱা মানুহবোৰলৈ এনেয়ে এবাৰ চাইছিল।

মেজখনৰ পাছপিনে থিয় হৈ গেপ্‌লিকে সুধিলে—"ইয়ালৈ সকলো আহিল নে ?" তাৰ সৰু, ভপা মূৰটো দীঘল ডিঙিটোৰ ওপৰত ঢলং-পলং কৰি থাকিল।

দুৱাৰৰ ওচৰৰপৰা কোনোবা এটাই ক'লে—"সকলো আহিল।"

গাওঁবুঢ়াই মেজৰপৰা কাগজ দুখনমান তুলি ললে ; পিছত কিবা কাৰণত আকৌ থৈ দিলে। সি কঁপা হাতেৰে সেইবোৰ লুটিয়াই থৈছিল।

ভীৰৰ মাজৰপৰা কোনোবাই ফুচফুচাই ক'লে—"ভপা বুঢ়াটো ! সি ভয় কৰিছে।"

"সি নিশ্চয় কিবা নতুন ফন্দী উলিয়াইছে।"

"তাৰ ভয় নালাগিব কিয় ? সি বোধকৰোঁ জানে যে আমাৰ সৈন্যবোৰ আহিলে তাৰ জীয়াই জীয়াই ছাল চেলাব—।"

"তাৰ মানে, যদি আমি তাক আগতে ধৰি তাৰ উচিত ব্যৱস্থা কৰোঁ, তেতিয়া সি আৰু আগলৈ গাওঁবুঢ়া হবলৈ ইমান উচ্‌পিচনি নলগাব।"

বুঢ়া আলেকজেণ্ডাৰ সমুহীয়া পামৰ চহিচ, সি খোৰাও। সি সুধিলে—"তোমালোকে তাক কি কৰিবা ?"

"বৰ কথাটো সুধিলে ! কি কৰিব লাগে আমি জানো।"

—ওখ, গুৱলি ক্ৰচিয়াই টপৰাই মাত লগালে।

"চুপ্! কিহৰ ইমান কথা! সভা আৰম্ভ হ'ল।"—গেপ্‌লিকে জনতাৰ পিনে চাই খঙেৰে ক'লে।

জেভড'কিমে ভোৰভোৰাই ক'লে,—"আৰম্ভ হোৱা যেন নেদেখি।"

কোনোবা এটাই মাত লগালে—"তোমাৰ হৈছে কি? গেস্পডিন গাওঁবুঢ়া দয়া কৰি আহিছে, তাৰ মালিকো ইয়াতে আছে, তেনে আৰু কোনো কাক লাগে?"

অদ্ভুত মাতেৰে গেপ্‌লিকে চিঞৰি ক'লে,—"চুপ্! কিমান বাৰ ক'ব লাগে! কিহৰ ইমান ফুচফুচনি?"

ডাঙৰকৈ নাক বজাই টাৰপিলিখাই ক'লে,—"তিৰোতাবোৰ! মনে মনে থাকা। সিনো কি বকে শুনা যাওক।"

গেপ্‌লিকে গলখেকাৰি মাৰিলে; চকুকেইটা কাগজখনেৰে ঢাকি ল'লে আৰু জেপৰপৰা লোৰ চকৰী থকা চছমা এযোৰ উলিয়াই নাকৰ ওপৰেদি খুৰাই ল'লে।

"আহা…"

"সি কাগজখন পঢ়িব খুজিছে…"

"নতুন হুকুম-জাৰি যেন লাগে…"

চছমাৰ মাজেদি গাওঁবুঢ়াই জনতাৰ মাজলৈ এবাৰ চাই ল'লে। কোনেও কথা পত্তা নাছিল। সি আকৌ গলখেকাৰি মাৰিলে আৰু সৰু মাতেৰে লেনিয়াই আৰম্ভ কৰিলে—"এতিয়ালৈকে বাসিন্দাসকলে বস্তুৰে—তাৰ মানে—শস্যেৰে নিৰ্দ্ধাৰিত কৰা কৰ শোধোৱা নাই……।"

জনতাৰ মাজত গুণগুণনি উঠিল আৰু তৎক্ষণাৎ মাৰ গ'ল।

"বাসিন্দাসকলক ইয়াৰ দ্বাৰা সাৱধান কৰি দিয়া হ'ল যে, আগতে ঘোষণা কৰি দিয়া পৰিমাণে, টকাৰ সলনি বস্তুৰে—অৰ্থাৎ শস্যেৰে—যি কৰ ধাৰ্য্য কৰা হৈছিল তাক শোধোৱাৰ সময় আজিৰপৰা তিনি দিনৰ মূৰত উকলি যাব।"

আকৌ গুণগুণনি উঠিল।

"যেয়ে এই তিনি দিনৰ ভিতৰত নিজ দেশৰ আৰু জাৰ্মান-বাহিনীৰ ওচৰত নিজৰ কৰ্তব্য পৰিপূৰণ নকৰে, তাকে…"

গেপ্‌লিক ৰ'ল। চছমাৰ মাজেদি গৌৰৱেৰে জনতাৰ মাজলৈ চালে। আকৌ সকলো নীৰৱ; সকলোৰে চকু তাৰ ওঁঠৰ ওপৰত আৱদ্ধ।

"কর্তৃপক্ষৰ আদেশ পালন নকৰা, দৌৰাত্ম্য কৰি বিশৃঙ্খলা অনা আৰু কাৰ্য্যেৰে বা কথাৰে বাধা দিয়াৰ অপৰাধত আইন অনুসৰি......।"

কোনোবাই অতিমাত্ৰা গহীনালি দেখুৱাই আৰু নিৰ্ভয় মাতেৰে ডাঙৰকৈ ক'লে—"আমি জানো, আমি জানো।"

ফেল্ডৰেবেলে মেজৰ কাষত থিয় হৈ, মাতটো যি চুকৰপৰা আহিল, সেই চুকলৈ চাবলৈ ধৰিলে। কিন্তু সেই ঠাইত তেতিয়া সকলোৱে নীৰৱে থিয় হৈ গাওঁবুঢ়াৰ পিনলৈ একেথৰে চাই আছিল।

গেপ্‌লিকে মাতটো আৰু ডাঙৰ কৰিলে, যেন আনন্দত উথলি উঠিছে—"মৃত্যুদণ্ড দিয়া হ'ব..."

সি দীঘলাই উশাহ টানিলে; অলপ বৈ তলৰ তাৰিখ আৰু কেপ্তেইন "ব্ৰান"ৰ চহীটো পঢ়িলে। তাৰ পিছত কাগজখন জপাই থ'লে।

"সকলোৱে শুনিলেনে ?"

ভিৰৰ মাজৰপৰা কোনোবাই ক'লে—"শুনিলোঁ।"

"সকলোৱে বুজিলেনে ?"

টাৰপিলিথাই ক'লে—"বুজিলোঁ, ভালকৈ বুজিলোঁ। যেনেকৈ বুজিব লাগে আমি সেইদৰেই বুজিলোঁ।"

গেপ্‌লিকে সন্দেহৰ চকুৰে তাইৰ পিনে চালে। কিন্তু তাই ধীৰভাৱে চকুৱে চকুৱে চাই থাকিল; তাইৰ মুখখন কঠোৰ আৰু গহীন হৈ পৰিছিল।

"বাৰু তেনে, সেইটো হ'লেতো ভালেই......"

জনতাৰ মাজত হেঁচাঠেলা লাগিল; কোনোবা এটা যাবলৈ দুৱাৰমুখ পালেগৈ।

"কলৈ যাব খুজিছ ?"

"শেষ হোৱা নাই নেকি ?"

"আৰু এটা কথা আছে"—গাওঁবুঢ়াই খঙেৰে ক'লে। মেলিয়াচিখাৰ অন্তৰ ভাগি যোৱা যেন লাগিল; ভয়ত বুকুখনে ধপ্‌ধপাবলৈ ধৰিলে।

"কথাটো এয়ে......"

খেতিয়কবোৰে কাণ থিয় কৰি ৰ'ল।

"যোৱা ৰাতি কোনোবাই কাটেকত খোৱা দোষীক কটি পাব

কৰি দিবৰ চেষ্টা কৰিছিল ।”

মেলিয়াচিখাই ওচৰৰ কাৰোবাৰ হাত এখন খামুচি ধৰিলে । চেকৰে আচৰিত হৈ তাইৰ পিনে চালে । “তোমাৰ কি হৈছে ?”

“এ···কো···নাই···একো···নাই ।”

চেকৰৰ হাতখনত ধৰি তাই কোঁপাবলৈ ধৰিলে । “কটি দিব খুজিছিল প্ৰায় দহ বছৰীয়া ল’ৰা এটাই ।”

জনতাৰ মাজত গুণগুণনি উঠিল । ইটোৱে সিটোৰ কাণত ফুচফুচালে আৰু চকুৱে চোৱাচুই কৰিলে ।

“মনে মনে থাকা । ল’ৰাটো প্ৰায় দহ বছৰীয়া । দোষীক গুলীয়াই মৰা হ’ল ।”

মেলিয়াচিখাৰ শেঁতা মুখখনলৈ চেকৰে চাবলৈ ধৰিলে ; তাৰ পিছত লৰালৰিকৈ ইখন হাতেৰে তাইৰ হাতত খামুচি ধৰা মেলিয়াৰ হাতখন সাৰটি ধৰিলে । মেলিয়াৰ নখবোৰ তাইৰ হাতৰ তলুৱাত বহি গৈছিল ; তাই লাহে লাহে হাতখন মোহাৰি দিলে ।

মেলিয়াচিখাৰ কাণত ফুচফুচাই ক’লে—“সহ্য কৰা, সোণ ! ন’হলে সি দেখিব ।”

গেপ্‌লিকে কিন্তু তাৰ শ্ৰোতালৈ লক্ষ্য কৰা নাছিল । নাকেমতা সুৰেৰে সি পঢ়ি গ’ল—“সেই নাবালক অপৰাধীৰ শটো চুৰ কৰি নি কোনোবাই লুকুৱাই থৈছে । যেয়ে অপৰাধীৰ বা শ চুৰ কৰি নিয়াবোৰৰ পৰিচয় জানে, সেয়ে জাৰ্মান কৰ্তৃপক্ষক জনাব লাগিব ।”

গেপ্‌লিকে চকুৰ আৰু ওপৰলৈ কাগজখন তুলি ল’লে আৰু তাৰ কাষত বহা ফেল্ডৰেবেলৰ পিনে চাই কাহ মাৰিলে । ফেল্ডৰেবেল উঠিল ; ভিৰৰ মাজেদি সি দুৱাৰৰ পিনে বাট ল’লে ! জনতাই এফলীয়া হৈ দিলে আৰু বাহিৰৰ চালিৰ পিনে চাবলৈ ধৰিলে । তাত সশস্ত্ৰ সৈন্য থিয় হৈ থকা সকলোৱে দেখা পালে । সিহঁতৰ ৰাইফলৰ আগৰ সঙ্গীনবোৰ চকুচকাই আছিল ।

মানুহবোৰে ইটোৱে সিটোলৈ চালে । গুণগুণনি, কথা-বতৰা সকলো বন্ধ হ’ল ।

“আইন আৰু শান্তি ৰক্ষাৰ জামিনস্বৰূপে আৰু অপৰাধীক গ্ৰেপ্তাৰ কৰাৰ ক্ষতিপূৰণ স্বৰূপে জাৰ্মান কৰ্তৃপক্ষই··”

তাৰ পিছত কি কয় খেতিয়কবোৰে খুব সতৰ্কতাৰে শুনিবলৈ ধৰিলে ।

"তলত দিয়া মানুহ কেইজনক জামিন হিচাপে ৰাখিবলৈ আদেশ দিছে..."

সকলোৱে মূৰ আগবাঢ়ি গ'ল। জেভড'কিমে ভালকৈ শুনিবৰ মনেৰে কাণত হাত দিলে।

"তলত দিয়া গাৱঁৰ মানুহকেইজন......অলগা পেলেনচাক্"

ছুৱাৰৰ কাষৰ গাভক মানুহ এজনী ঢলি গ'ল। তাই যিদৰে মুখখন মেলিলে যেন চিঞৰিবই। কিন্তু মুখৰপৰা একো শব্দ নহ'ল।

"জেভড'কিম্ ওখাবক'..."

জেভড'কিমে কেউকাষৰ মানুহবোৰলৈ আচৰিতভাৱে চালে।

"কি ?..."

গেপ্‌লিকে ছুনাই ডাঙৰকৈ ক'লে, "জেভড'কিম ওখাবক'..." আৰু তাৰ পিছত আকৌ আৰম্ভ কৰিলে—"অছিপ্ গ্রখেচ্..."

গঠীয়া, লেঙেৰা খেতিয়ক এটাই বিমৰ্ষ মনেৰে মূৰ জোকাৰিলে।

"...মেৰিয়া চেকৰ..."

মেলিয়াচিখাই কাষৰ মানুহজনীৰ হাতখন এৰি দি আতঙ্কৰ চকুৰে তাইলৈ চালে।

"একো নাই, গেলিয়া, একো হোৱা নাই। মোৰ ল'ৰা-ছোৱালী কেইটা চাবা।"—মেৰিয়াই সককৈ ক'লে।

"মেলেনিয়া ভিছনেভা..."

ছোৱালীজনীয়ে লৰচৰকে নকৰিলে, তাই একেথৰে চাই আছিল।

হঠাৎ গাওঁবুঢ়াৰ মনত খেলালে যে এই জামিনৰ মানুহকেইটাক শস্য গোটোৱা উপায় হিচাপেও ব্যৱহাৰ কৰিব পৰা যায়। গুলীয়াবডো গুলীয়াবই। পিছে যদি এনেকুৱা মানুহ এটা ওলায়, যি নিজে মৰিবলৈ ভয় নকৰে কিন্তু আন এটাৰ জীৱন বলি দিবলৈ সি ইচ্ছা নকৰে! আগতে এনে ঘটনা সি দেখা পাইছে। জাৰ্মানবোৰৰ লগত কি বন্দোৱস্ত আছিল, কি নাছিল তাকনো কোনে মিলাই চাব! আৰু সেইদেখি নিজ খুচিমতে সি ঘোষণা কৰিলে:

"যদি তিনিদিনৰ ভিতৰত দোষীক পোৱা নাযায় আৰু যদি সেই সময়ৰ ভিতৰতে শস্য গোটোৱা আৰম্ভ নহয়, তেন্তে জামিনৰ মানুহবোৰক ফাঁচী দিয়া হ'ব।"

আকৌ জনতাৰ মাজত গুণগুণনি উঠিল।

হঠাৎ ফেডচিয়া ক্রেভ্‌চাকে সুধিলে—"কথা ইমানেই নেকি ? আমি যাব পাৰোঁ তেনে ?"

তিৰবা জৰপৰ ম এটা দীঘল হুমুনিয়া ভাঁহি উঠিল ; সকলোৱে যেন তাতেই সকাহ পালে।

"সভা ভাগিল। মই যিবোৰৰ নাম মাতিলোঁ, সেইবোৰৰ বাহিৰে বাকীবোৰ যাব পাৰে।"

ইটোৰ পিছত সিটোকৈ খেতিয়কবোৰ দুৱাৰমুখৰ পিনে যাবলৈ ধৰিলে। কোনো হুকুমৰ বাবে বৈ নাথাকি জামিনৰ মানুহ পাঁচটাই মেজৰ কাষত শাৰী পাতিলেগৈ। সিহঁতৰ কাষেদি মানুহবোৰ যাবলৈ ধৰিলে। কিছুমানে তলমূৰা হৈ সিহঁতৰ কাষেদি পাৰ হৈ গ'ল আৰু কিছুমানে সিহঁতৰ চকুৰে চকুৰে চাই গ'ল।

আকৌ স্কুলটো উদং হৈ পৰিল ; কিন্তু মানুহবোৰ ঘৰাঘৰি নগ'ল। সিহঁত বৰফৰ ধুমুহাৰ মাজত বাটতে থিয় হৈ থাকিল। গেপ্‌লিক আৰু ফেল্ডৰেবেল ওলাই আহিল ; পাছে পাছে খোলা সঙ্গীন লৈ সৈন্যবোৰে জামিনৰ মানুহ পাঁচটা লৈ গ'ল। মেৰিয়া চেকৰ আৰু অলগা পেলেনচাক সাৰটা-সাৰটি কৰি গৈছিল। জেভড'কিমে লাখুটি ডালেৰে মাটিত মৰিয়াই গৈছিল। নীৰৱ জনতাৰ আগেদি লাহে লাহে সিহঁত পাৰ হৈ গ'ল। হঠাৎ মেৰিয়া চেকৰে কেউপিনে চাবলৈ ধৰিলে। "এইটো কোনো কথা নহয়। সহ্য কৰা, সৈমান নহ'বা। আমাৰ কথা ভাবিব নালাগে ! সহি থাকা"—তাই ডাঙৰকৈ চিঞৰি ক'লে।

ওচৰেদি যোৱা সৈন্যটোৱে তাইৰ বুকুতে খুন্দা এটা মাৰি দিলে। তাই থৰকৃবৰক্ কৰিলে, কিন্তু মূৰ দাঙি আকৌ যাবলৈ ধৰিলে।

বিষাদ নীৰৱতা লৈ জনতা লাহে লাহে ঘৰাঘৰি গ'ল। ফেল্ডৰেবেলৰ দীঘল খোজৰ লগত সমানে যাবলৈ চেষ্টা কৰোঁতে গেপ্‌লিক প্ৰায় লৰি যাবলগীয়া হৈছিল। জগতৰ কোনো বস্তুৰে বিনিময়ত সি এই মুহূৰ্তত অকলে থাকিব নোখোজে। আচলতে, ইমান নিস্পত্তিকৈ কাম কৰা আৰু দেখাদেখিকৈ গাৱঁৰ বিপক্ষে আক্ৰমণমূলক হুকুম ৰাইজৰ আগত ঘোষণা কৰা, তাক গাওঁবুঢ়া পতা দিনৰপৰা এয়ে প্ৰথম। খেতিয়কৰ মুখবোৰ মনত পৰাত তাৰ গা কঁপি উঠিল। তথাপি সি কেপ্তেইন ৱাৰ্নাৰক তাতোকৈ বেছি ভয় কৰে ; অকৃতকাৰ্য্য হ'লে তাক কেনে আচৰণ কৰিব, সেই কথা কৈ বাক্তিশূন্য ৱাৰ্নাৰে যি ভাবুকি দিলে তাতোকৈ

তাৰ ভয়। গাওঁ গাৱেঁই—তাত আছে বুঢ়া, তিৰোতা আৰু ল'ৰা-ছোৱালীৰ দল। কিন্তু ইপিনে কেপ্তেইন ৱানাৰ হৈছে—জাৰ্মান কৰ্তৃপক্ষৰ প্ৰতিনিধি আৰু তেওঁৰ কথাৰ লগত ৰাইফল আৰু সঙ্গীনৰ সংযোগ আছে। পোনতে গেপ্‌লিকে লেতুসেতু হৈ দেখুৱাই টেঙৰালি কৰিছিল, কিন্তু ৰাতিপুৱা সাক্ষাৎ কৰাৰ পিছত সি ভালকৈ বুজিলে যে আৰু বাগিবুগা দিয়া অসম্ভৱ—তাৰ ভৱিষ্যত দুৰৱস্থাপূৰ্ণ হৈ আছিল। সি ভাবিলে—কি কুক্ষণত সি সেইদিনা পিছহুঁহকি জাৰ্মানবোৰৰ সৈতে ৰোস্তভৰপৰা গুচি আহিছিল! সি লুকাই থাকি পিছত ক'ৰবালৈ গুচি যোৱা-হেঁতেনেই ভাল আছিল। কোনো ৰকমে সি চলিব পাৰিলে-হেঁতেন। সিয়েই যে জাৰ্মানবোৰক নিজ গাৱঁলৈ আদৰি নিলে আৰু সিয়েই সিহঁতক পিতনিৰ মাজেদি বাট দেখুৱাই লৈ গ'ল—এইবোৰ কথা প্ৰমাণ কৰা এই যুদ্ধৰ দিনত সিমান উজু নহ'লহেঁতেন!

সি নিজকে আশ্বাস দিছিল—"জাৰ্মানবোৰ জিকিব।" তথাপি যিমান দিনলৈ সি এই গাৱঁত থাকিব লাগিব সিমান দিনলৈ ই এটা টুলুঙা বুজনি। তিনিশ পৰিয়াল থকা এই গাওঁখনৰ সকলোৱে তাক অন্তৰৰ সৈতে ঘিণ কৰে। ইয়াৰ যেই কোনো ঘৰতে তাৰ হত্যাকাৰীৰ বাসস্থান হ'ব পাৰে; সুবিধা পালেই তাক মাৰিবলৈ অলপো পিছ নুহুঁহকিব।

সি দীঘল হুমুনিয়া এটা কাঢ়িলে আৰু সভাখনৰ খবৰ দিবলৈ সেনাপতিৰ ওচৰলৈ গ'ল। খেতিয়কবোৰো নিজৰ ঘৰলৈ উভতিল। মেলিয়াচিখা উত্তেজনাত থৰ্‌ফৰাই থাকিল। পৃথিৱীখন ওপৰলৈ উঠি যোৱা যেন লাগিল। বুকুখন যেন পুৰি ছাই হৈ গ'ল। জুহালৰ কাষত মাৰিৰে ছবি সাজি চাছাই জিনাক ওমলাই আছিল। ল'ৰা-ছোৱালীকেইটাৰ গুৰনি মুৰকেইটাত চকু পৰি তাইৰ বুকুৰ পোৰণি আৰু বেছি হৈ উঠিল।

"হয়নে, তহঁতে কি কৰিছিলি? জিনাই আমনি কৰিছিল নেকি?"

"নাই কৰা······সভা শেষ হ'ল নে?"

"শেষ হ'ল। খন্তেকৰ কাৰণে মই লৰ মাৰি মেৰিয়াৰ তাৰপৰা আহোঁ। তাৰপৰা পোনে পোনে উভতি আহিম।"

"মেৰিয়াৰ ঘৰলৈ কেলৈ যাব খুজিছা?"

"মেৰিয়াক জাৰ্মানে গ্ৰেপ্তাৰ কৰিলে। আজিয়েই ল'ৰা-ছোৱালী

কেইটাক ৰাখিব লাগিব ।”—তাই ধীৰভাৱে ক’লে ।

চাছাই মাৰিবোৰৰপৰা মূৰ তুলি চালে ।

“গ্ৰেপ্তাৰ কৰিলে ? কিয় ?”

মাকে থোৰতে কৈ থ’লে—“তই এতিয়াও জাৰ্মানক চিনি নাপালি নে ?” তাকে কৈ তাই ওলাই গ’ল ।

মেৰিয়াৰ সৰু ল’ৰা-ছোৱালী তিনিটা লৈ তাই বেগেতে উভতি আহিল । ডাঙৰটো চাছাৰ সমনীয়া—প্ৰায় আঠ বছৰীয়া ।

তিনি বছৰীয়া নাইনাই কান্দিলে—“মা…মা…!”

মানুহজনীয়ে নিচুকালে –“নাকান্দিবা, মা এতিয়াই আহিব । তেওঁ আহিব নহয় ! মইনাহঁত, বহঁা দেই । মই তোমালোকক কিবা খাবলৈ দিম ।”

জুহালৰ তলত লুকাই থোৱা আলু কিছুমান উলিয়াই তাই ধুবলৈ ধৰিলে ; পেলনি যায় বুলি বাকলি মুগুচুৱাকৈ আলুবোৰ উতলালে । এই আলুকেইটা আৰু চাঙৰ ওপৰত তুলি থোৱা আটাগুৰি অলপৰ বাহিৰে ঘৰত আৰু একো নাই । ধান-চাউল, আলু, গাহৰিৰ শুকান মঙহ, মৌ—এই সকলোবোৰ ঘৰৰপৰা বহুত দূৰত মাটিৰ তলত পুতি থৈছিল ; এতিয়া সেইবোৰৰ ওপৰত বৰফ পৰি দ’ম বান্ধিলে—তাৰ মাজৰপৰা বস্তুবোৰ উলিওৱা অসম্ভৱ ।

“আন একো নাই । আলুকে অলপ খাহঁক । আমাৰ মানুহবোৰ উভতি আহিলে ৰুটি কৰি দিম ।”

জিনাই বেজাৰত পেন্‌পেনাবলৈ ধৰিলে—“কেৱল আলু । আৰু একো নাই !”

মাকে তাইক গালি পাৰিলে—“আৰু কি লাগে ? তহঁতৰ ভাগ্য ভাল বুলিহে আলুকেইটামান আছে । তোক আৰু কি লাগে !”

জীয়েকলৈ তাই খঙেৰে চাবলৈ ধৰিলে । হঠাৎ ছোৱালীজনীৰ ক্ষীণ হাতকেইখন আৰু দুখলগা শুকান মুখখন চকুত পৰাত তাইৰ মনটো অসহনীয় দুখেৰে ভৰি পৰিল ।

“নাকান্দিবি । আমাৰ মানুহ আহিব, তেতিয়া সকলো ঠিক হ’ব । আমি তেতিয়া ৰুটি কৰিম আৰু তাৰ ওপৰত মৌ সানি দিম । তেতিয়া তহঁতে খাবি দেই । এতিয়া বাৰু আলুকে খা…”

চাছাই সমৰ্থন কৰি ক’লে—“এৰা হয়, এয়ে বহুত ।”

আৰু জিনাই তাকে দোহাৰি ক’লে—“এৰা বহুত ।”

জুহালৰ জুইকুৰা বঢ়াই দি মেৰিয়াচিখা ল’ৰা-ছোৱালীবোৰৰ

লগত কথা পাতি আছিল। কিন্তু তাইৰ বাঢ়ি যোৱা অস্থিৰতাক তাই লুকাই ৰাখিব পৰা নাছিল। হাতবপৰা বস্তু সৰি পৰিছিল। কি কথা পাতে তাকে পাহৰি যায়। এবাৰ জেনালৈ ভুলত আলু বাকলি এথালকে আগবঢ়াই দিলে। পানী আগবঢ়াই দিওঁতে ঢোলোকনি খাই বাগৰি পৰিছিল।

মুৰকত চাছাই সুধিলে—“মা, তোৰ কি হৈছে ?”

তাই পুতেকৰ পিনে ভয়ে ভয়ে চালে।

“একো নাই সোণ, মোৰ আকৌ কিটো হ'ব !”

“তোৰ মূৰ কামুৰিছে নেকি ?”

“মূৰৰ কামোৰ ? কেলেই···অ' হয়”—এইটো উপলক্ষৰে তাই সহায় ল'লে আৰু টপৰাই মাত লগালে—“হয়, মোৰ মূৰ কামুৰিছে।”

চাছাই গহীনাই মাত লগালে—“সভালৈ যোৱাৰ বাবতে মূৰ কামুৰিছে।”

“এৰা, সেইবাবেই।···বহুত মানুহ হৈছিল ; গোটেই ঠাহ খাই পৰিছিল ! মোৰ মনেৰে সেইবাবেই মূৰ কামুৰিছে।”

ল'ৰা-ছোৱালীবোৰে তাইৰ যুক্তি মানি ল'লে। নিজ নিজ কামত সিহঁত আকৌ ব্যস্ত হৈ পৰিল। মেলিয়াচিখাই থালবোৰ ধুলে আৰু মাজে মাজে জুহালৰ কাষত খেলি থকা ল'ৰা-ছোৱালী-বোৰলৈ লুকাই চাবলৈ ধৰিলে। তাইৰ হাত দুখন চেঁচা পৰি গৈছিল ; কষ্টত তাইৰ অন্তৰখন ফাটি যোৱা যেন হ'ল। ল'ৰা-ছোৱালী তিনিটা—তিনি বছৰীয়া নাইনা, পাঁচ বছৰীয়া অস্কা আৰু আঠ বছৰীয়া চনিয়া। অকণ অকণ ল'ৰা-ছোৱালী। ইপিনে চেকৰ সৈন্যবাহিনীত। বেদনাত তাইৰ ছাটিফুটি লাগিল ; তাইৰ অন্তৰ দেইপুৰি নিলে। মাজে মাজে তাই খিৰিকীৰ মুখলৈ যায় আৰু বাহিৰৰ পিনে চাবলৈ ধৰে।

“কোনোবা আহিছে নেকি ?”

“নাই সোণ, কোনো অহা নাই। পিছে মই অলপ ওলাই যাম···মোৰ বেলি নহয়···”

জিনাই কন্দনামুৱা হৈ ক'লে—“তই মাথোন অনবৰত ঘূৰি ফুৰিবি।” “মই ফুৰিলেনো কি হ'ল ? যাব লগা থাকিলে যামেই। বিনা কাৰণত মই গাৱঁত ঘূৰি নুফুৰোঁ।”—তাই গোঙোৰা মাৰি ক'লে।

কোট বা আলোৱান একো নোলোৱাকৈ, যেনে আছিল

তেনেভাৰেই তাই দুৱাৰমুখ পালেগৈ ; তাকে দেখি চাহাই সৌৱৰাই দিলে—"আলোৱানখন লৈ যা ।"

বহুত দূৰত গ্ৰেখেচহঁতৰ ঘৰ। এছাটি বতাহ মাৰিলে ; ৰৰফৰ কণিকাবোৰে তাইৰ গাল দুখন টুকুৰা আয়নাৰ দৰে বিন্ধিবলৈ ধৰিলে। সেই ঠাই পায়গৈ মানে তাই কোঁপাবলৈ ধৰিলে। দুৱাৰমুখতে বৈ তাই ভাবিলে যে সেইদৰে উধাতু খাই ভিতৰলৈ যোৱা অনুচিত। কিন্তু আচলতে তাই গ্ৰেখেচ-পৰিয়ালৰ আগত সম্মুখীন হোৱা মুহূৰ্তটো বহুত আঁতৰ কৰি ৰাখিবলৈ বিচাৰিছিল। গ্ৰেখেচৰ ডিঙি ফাঁচীৰ খোৰোচাত লাগি থকাৰ নিচিনা হৈছে ; তাৰ ঘৈণীয়েক আৰু জীয়েক দুজনীয়ে বোধকৰোঁ এতিয়া উদং পঁজাটোত বহি খুব কন্দা-কটা লগাইছে !

হঠাৎ চোতালত কৰত মৰা শব্দ তাইৰ কাণত পৰিলহি। মেলিয়া আচৰিত হ'ল। এনে এটা দিনত কোনে গ্ৰেখেচহঁতৰ ঘৰত কাম কৰিব পাৰে বাৰু ?

গ্ৰেখেচৰ ঘৈণীয়েক আৰু বৰ-জীয়েক ফ্ৰচিয়াই চালিৰ কাষত কৰতেৰে কাঠ ফালি আছিল ; সিহঁতো গেলিয়াক দেখি আচৰিত হ'ল। আজিকালি মানুহৰ ফুৰাচকা বৰ কম। সকলো নিজৰ ঘৰত সোমাই থাকে ; সকলোৰে চিন্তা—ইয়াৰ পিছত বা জাৰ্মানে কি কৰে !

"তোমাৰ লগত অলপ কথা আছিল……"

পোন হৈ থিয় দি সিজনীয়ে ক'লে—"ভাল কথা। ব'লা ভিতৰলৈ যাওঁ।"

গ্ৰেখেচৰ সৰু ছোৱালীজনী খিৰিকীৰ কাষত বহি আছিল, মেলিয়াচিখাই কেৰাহিকৈ তাইলৈ চালে। "মই তোমাক অকলে লগ পাব খুজিছিলোঁ।"

আচৰিত হৈ গ্ৰেখেচিকাই সুধিলে—"অকলে ? কিহৰ বাবে ? বাৰু, তেনেহ'লে। লাইডা, তই বাহিৰলৈ যা ; কাঠকে ফালগৈ। আমি ইয়াত অলপ কথা পাতোঁ।"

ছোৱালীজনীয়ে টাপলি মাৰিবলৈ লোৱা কামিজটো সামৰি থ'লে ! ডাঠ কাপোৰ এটুকুৰাত বেজীটো খোঁচ মাৰি থৈ তাই লাহে লাহে কোঠাৰপৰা ওলাই গ'ল। কান্দোতে কান্দোতে তাইৰ চকুৰ বাহুকেইটা উখহি গৈছিল।

মেলিয়াচিখা বেঞ্চ এখনত বহিলগৈ ; বিমোৰত পৰি তাই

আঙুলিৰ গাঁঠিবোৰকে ফুটাবলৈ ধৰিলে। ইপিনে ঘৰৰ গৃহস্থনীয়ে কোনো কথা নোকোৱাকৈ তাইলৈ চাই থাকিল।

শেহত তাই ক'লে—"বাহিৰত বৰ শিল-ধুমুহা!"

আকৌ দুয়োজনী নিমাত হৈ পৰিল।

বিচনাৰ সিফালে গজাল এটাত গ্ৰেখেচৰ চোলাটো ওলোমাই থৈছিল। মেলিয়াচিথাই চোলাটোলৈ চালে। এটা জেপ ফটা আৰু আগে-পাছে বহুত টাপলি। বুটাম এটা সূতাত লাগি ওলমি আছিল। সেইটো তাৰ কাম কৰা চোলা।

"তুমি কি ক'ব খুজিছিলা?"

মেলিয়াচিথাই তাইলৈ বেজাৰৰ চকুৰে চালে।। তাৰ পিছত ফুচফুচাই ক'লে—"সিহঁতে তোমাৰ ঘৰৰ মানুহক ধৰি দিলে..."

সিজনীৰ খং উঠিল।

"হয় নিলে, পিছে আমি কি কৰিম?...এয়ে আমাৰ কপাল। তেওঁ বোধকৰো উভতি আহিব। তুমি সেই কথাকে কব খুজিছিলা নেকি?"

"এৰা...পিছে.. নহয়..."

"সেই বিষয়ে কবলৈ কিটো আছে? প্ৰথমে মই ইমান হতাশ হৈছিলোঁ। যে থিতাতে পৰি মৰিম যেন লাগিছিল। পিছত ঘৰলৈ আহি ভাবিলোঁ।- এৰা, আই, কোনো কামত ধৰাহে ভাল; তেতিয়া সহ্য কৰিবলৈ সহজ হ'ব। সেইদেখি ফ্ৰস্কাৰ সৈতে কৰত মাৰিবলৈ লাগিলোঁ। বেৰত খুন্দিয়াই মূৰ ফালিলে কি হ'ব? বহি বহি কান্দি-কাটি থাকিলে নচলে। আজি তেওঁৰ পাল, কাইলৈ অইন এটাৰ হ'ব। এইদৰে বেছিদিন চলিলে এই গাৱঁত আৰু কোনো বাকী নাথাকিব, সেইটো ধুৰুপ জানিবা। এটা এটাকৈ আমাৰ সকলোকে সিহঁতে বধ কৰিব।"

"কিজানি এইবোৰ বেছিদিন নচলিবও পাৰে।"

"চলিবলৈ হ'লে মই কোৱাৰ দৰে অৱস্থাই হ'ব। এতিয়ালৈকে একো শুনা নাই। খিৰিক্-খাবাক্ শব্দ হ'লেই মই গুলীৰ শব্দ শুনা যেন পাওঁ, আমাৰ মানুহ আহিছে যেন লাগে। কিমান দিন হৈ গ'ল? এমাহকে এবছৰ যেন লাগে। আৰু অন্তবোৰ মানুহ মৰিল!......আমাৰ ঘৰৰ মানুহৰ নামটো মাতি গাওঁবুঢ়াই মোৰ পিনে চাইছিল। মই মনতে ভাবিছিলোঁ।: মই কন্দা চাবলৈ তই বৰ হেঁপাহ কৰিছ! কিন্তু এই জনমত মই কন্দা চাবলৈ

তই নাপাৱ, কেতিয়াও নাপাৱ। তোৰ আগত—তোৰ নিচিনা ভতুৱা কুকুৰ এটাৰ আগত—মই কেতিয়াও নাকান্দো। এদিন সময় আহিব; তেতিয়া তইহে কান্দিব লাগিব—তেজৰ চকুলো বৈ যাব। আমি গাৱঁলীয়া তিৰোতাবোৰ গজালৰ দৰে টান। আমাৰপৰা তহঁতে একো নাপাৱ……”

“কিন্তু……”

“কি হৈছে?”—তাই সুধিলে।

মেলিয়াচিখা বেঞ্চৰপৰা উঠি গ্ৰখেচিখাৰ আগত আঁঠু কাঢ়ি বহিলগৈ।

“তুমি বলিয়া হ’লা নেকি? কিখন কৰিছা?”

“যোৱা নিশা জাৰ্মানে মোৰ মিস্কাক গুলীয়াই মাৰিলে।”

“মিস্কাক?”

“মইহে ৰাতি ওলাই গৈ তাক খালৰপৰা দাঙি আনি কবৰ দিলোঁ। মোৰ বাবেই জাৰ্মানবোৰে তোমাৰ ঘৰৰ মানুহ আৰু লগৰ আন মানুহবোৰক গ্ৰেপ্তাৰ কৰিলে।”

তাইৰ শৰীৰৰ শিৰা-উপশিৰা পৰ্য্যন্ত কঁপিবলৈ ধৰিলে। ভৰিকেইটা পিছলি যাব খুজিলে। কিন্তু হঠাৎ তাই সকাহ পালে। কিয়নো, তাই কথাটো শেহত ক’ব পাৰিলে। গ্ৰখেচৰ ঘৈণীয়েকে কঁকাল চাপৰাই তলমূৰা হৈ তাইক কবলৈ ধৰিলে: “মোক সেই কথা কিয় কৈছা? আনে এই কথা কিয় জানিব লাগিছে?”

মেলিয়াচিখাই তাইৰ কথা নুবুজিলে।

“কিয়! তোমাৰ ঘৰৰ মানুহক সেইবাবেই ধৰি নিলে…… মোৰ মনেৰে মই সিহঁতৰ কেপ্তেইনক সকলো কথা কওঁগে। তেতিয়া সিহঁতে মানুহবোৰ এৰি দিব।”

গ্ৰখেচিখা জাঁপ মাৰি উঠিল।

“একেবাৰে বলিয়া হ’লা নেকি? কি বলকিছা? কাণ্ডজ্ঞান নোহোৱা হ’ল নে? তুমি জাৰ্মানৰ ওচৰলৈ যাব খুজিছা?”

“আচল ঘটনাটো কবলৈ…মানুহবোৰ দায়ী নহয়…” “আৰু তুমি হ’বলা দায়ী? ল’ৰাটোক সিহঁতৰ হাতত এৰি দৈ অহাটো উচিত বুলি ভাবিলা নেকি? কথাটো চোৱাঁ! ভুল-শুদ্ধ বাছিবৰ জানো নোহোৱা হ’লনে? খেতিয়কৰ মুখত—আৰু নাৰীৰ মুখত —এনে কথা নুশুৱায়। এইবোৰ গাওঁবুঢ়াৰ হাতৰ পুতলা হোৱাৰ খেলা মাথোন। সিহঁতে মাথোন পাঁচটা মানুহ কাটেকত নুমাবলৈহে

পালে, ইপিনে সিহঁতে বিচৰা আচল দোষী একেবাৰে আগতে গুলালহি! ভাল আঁকবীজনী! ইয়াৰ ফল কি হ'ব, ভাবিছানে? আমাক পাকত পেলোৱা উপায় সিহঁতক দেখুৱাই দিব খুজিছে হ'বলা? আজি তুমি সিহঁতৰ ওচৰলৈ যোৱাঁ আৰু কাইলৈ কি হয় চাবা—তেতিয়া পাঁচোটাৰ সলনি পঞ্চাশটাক সিহঁতে আটক কৰিব। এনে কথা মই কেতিয়াও শুনা নাই। এতিয়ালৈকে আমাৰ কোনো চহা মানুহেই জাৰ্মানৰ ভৰিত পৰাগৈ নাই আৰু এতিয়া তুমি গৈ সিহঁতক এই বুধি শিকাই দিয়াঁ..."

"মোৰ বাবতে মানুহবোৰ বন্দী হৈ আছে, মোৰ বাবতে সিহঁত......"

"তোমাৰ বাবত নহয়! আমাৰ দুখ আৰু দুৰ্ভাগ্যৰ বাবত, যুদ্ধৰ বাবত আৰু মূৰ্খ জাৰ্মানবোৰৰ বাবত তেওঁলোক ফাটেকত আছে। সিহঁতে মিস্কাক গুলীয়াই মাৰিলে। ল'ৰা-ছোৱালীক গুলীয়াঁয়!—কুকুৰ সিহঁত!"

হতভম্ব হৈ মেলিয়াচিখা তাতে থিয় হৈ থাকিল।

"তেনেহ'লে, তুমি ভাবা..."

"ভাবোঁ! ভাবিবলৈ কিটো আছে! আইটি, ঘৰলৈ যোৱাঁ, আৰু এই বিষয়ে এটা কথাও কাকো ন'কবা। যদিও আমি সকলোবোৰ নিজৰে মানুহ, তথাপি কেনৈনো মানুহৰ মনত প্ৰলোভন জন্মাব খুজিছা? এইবোৰ কথা জানিবৰ কাৰো আৱশ্যক নকৰে। আমাৰ চেলবেলীয়া মুখৰ বাবতে জাৰ্মানে সুবিধা পাইছে আৰু আগলৈকো পাব। ঘৰলৈ গৈ কাম-বনত মন দিয়া; এইদৰে বলিয়ালি কৰি ফুৰিব নালাগে।"

"কিন্তু তোমাৰ ঘৰৰ মানুহ যে..."

"সেয়া নকলোঁনে মই তোমাক! তেওঁ মোৰ ঘৰৰ মানুহ নে তোমাৰ? মই দেখোন থিৰেৰে ঘৰত মনে মনে বহি আছোঁ। তেওঁৰ যি হ'ব লগা আছে হ'ব। আৰু যদি গতিয়ে এনেকুৱা পিনে ঢাল লয় যে আমি সদায় জাৰ্মানৰ তলত থাকিব লাগিব, তেতিয়া সোনকালে মৰি থকাই ভাল..."

"আমি চিৰদিনৰ কাৰণে জাৰ্মানৰ তলত থাকিবলগীয়া নহয়।"

"আইটি, সেইকণ আশাকে যদি খন্তেকৰ বাবেও মনৰপৰা এৰি দিলোঁহেঁতেন, তেতিয়া কেতিয়াবাই ডিঙিত কাঁচ লগাই সো গজালটোত ওলমি থাকিলোঁহেঁতেন। মই মাথোঁ এটা কথা জানো

যে এতিয়া আমাৰ বেয়া সময় আহিছে, কিন্তু সিহঁতৰো এদিন বেয়া সময় আহিব। উস্! সেই দিন আহিবলৈ কিমান দিন আছে বাৰু ?”

মানুহজনীৰ মুখখন বগা পৰি গৈছিল; চকুকেইটা উলাহত জ্বলি উঠিছিল।

মেলিয়াচিখাই হুমুনিয়া কাঢ়িলে।

“তুমি মোৰ সকলো কথা খেলিমেলি লগাই দিলা ”

“মোৰ মনেৰে বহুত দিনৰ আগৰপৰাই তোমাৰ খেলিমেলি লাগিছে। তোমাৰ ভগৱানে দিয়া বিবেক আছে, তথাপি মূৰ্খালি কৰি দেখুৱাইছা। তুমি নিজৰ কথা নাভাবিবা; মুঠতে নিজক নাভাবি সকলোৰে কথা ভাবা। যেতিয়া সকলোৰে কথা ভাবিবা, তেতিয়া বুজিবা যে তোমাৰ কৰলৈ একো অধিকাৰ নাই। আপোন ইচ্ছামতে জাৰ্মানৰ ফান্দত ডিঙি মেলি দিবলৈ তোমাৰ কোনো অধিকাৰ নাই। কৰিব নোৱাৰিছে সিহঁতে অত্যাচাৰ! তথাপি আমাক একো কৰিব নোৱাৰে। দিয়ক ফাঁচী!……যিমান পাৰে গুলীয়াই মাৰক!……দুই এটা মৰিব। কিন্তু আমাৰ সকলোকে মাৰি শেষ কৰা সিহঁতৰ কাৰণে অসম্ভৱ। আমাৰ মানুহবোৰ ঘৰলৈ নহালৈকে আমি সহিব লাগিব, দেহে-কেহে সেই দিনলৈ বাট চাব লাগিব…”

মেলিয়াচিখাই এনেয়ে মূৰ জোকাৰিলে। এটা প্ৰবল দুৰ্বলতাই তাইক আৱৰি ধৰিলে। তাইৰ সকলো শক্তি দূৰ হ’ল। তাই বহিব খুজিলে—তাই যেন মাটিত পৰি কান্দিবলৈ ধৰিব। মিছুটকাৰ কাৰণে তাইৰ কান্দিবৰ মন গ’ল। গ্ৰেখেচৰ কাৰণে তাইৰ বেজাৰ লাগিল। চাছাক চাবলৈ কৈ ঘৰত এৰি থৈ অহা সৰু ল’ৰা-ছোৱালীকেইটাৰ কাৰণেও তাইৰ শোকে খুন্দা মাৰি ধৰিলে। খালত বৰফৰ মাজত পৰি থকা ভেচিয়া ক্ৰেভচাকৰ কাৰণে, খালটোৰ কাষত জাৰ্মানে গুলীয়াই মৰা ডেকা পেছচাকৰ কৰণে, ফাঁচীকাঠত ওলমি থকা ল’ৰাটোৰ কাৰণে, গোটেই গাওঁখনৰ কাৰণে আৰু যিবোৰে এমাহৰ আগতে গাওঁখনৰ কাৰণে যুঁজি টেঙ্কৰ আগত পাছ হুঁহকি গুচি যাবলৈ বাধ্য হ’ল এই সকলোৰে কাৰণে তাইৰ কান্দিবৰ মন গ’ল।

গ্ৰেখেচিখাই অলপ টানকৈ ক’লে—“হাতত কাম লোৱা, নহ’লে কোনো কামৰ উপযোগী নহ’বা।”

মেলিয়াচিখা তাইক নীৰৱে বিদায় জনাই গুচি গ'ল। লিডিয়া আৰু ফ্ৰচিয়াৰ সৈতে কথা হবলৈ তাই মনটোকে স্থিৰ কৰিব নোৱাৰিলে; সিহঁতে তেতিয়া চোতালত কৰত মাৰি আছিল। গ্ৰখেচৰ বৈণীয়েকৰ ককৰ্থনা তেতিয়াও তাইৰ কাণত বাজি আছিল। তাইৰ হৈ মাতঁোতা মানুহ এজনী ওলাল······সকলোৱে জানে যে গ্ৰখেচিখা এজনী খঙাল তিৰোতা; তাই দন্দ-হাই কৰি চিঞৰিবলৈ ভাল পায় আৰু কাকো ভালকৈ মাত এষাৰ নিদিয়ে। পিছে এতিয়া···কেনেকুৱা মানুহজনী কেনেকুৱা হ'ল !···

চাছা ঘৰত মাৰিৰে চোতাল-ঘৰ সজাত ব্যস্ত; গোহালিত আৰু আস্তাবলত গৰু, ঘোঁৰা ৰখাব। নাইনায়ো কন্দা নাছিল; তাই মনযোগ দি চাই আছিল।

"আৰু ইয়াত কি ৰাখিবা ?"

"ইয়াত নতুনকৈ অনা ভেড়াবোৰ ৰাখিম।"

"আহা !"

"এঙাৰ এটুকুৰা দে। তাৰে ক'লা ভেড়া কৰিম। আৰু এটুকুৰা দে; বহুত ভেড়া ৰাখিম।"

নাইনাই সুধিলে—"মেকুৰী ক'ত ?"

জিনাই বুজাই ক'লে—"মেকুৰী ওলাই গ'ল; মেকুৰী সদায় ঘূৰিহে ফুৰে।" নাইনা সেই কথাত সন্তুষ্ট হ'ল।

বৰ ব্যস্ততাৰ সৈতে অচিয়াই আদেশ দিলে—"জাৰ্মান আহিছে, আমি জন্তুবোৰ আঁতৰাই নিব লাগিব।"

"ঠিক কথা, পিছে সিহঁতক খেদি নিব কোনে ?"

নাইনা আগবাঢ়িল—"মই নিম।"

অচিয়াই থিৰাং কৰিলে—"মই গৰিলাবোৰৰ লগত থাকিম। আহাঁ, এতিয়া আমি জাকটো খেদি নিম।"

কাঠৰ টুকুৰাকণেৰে জপনা সাজিছিল; সিহঁতে সেই টুকুৰা কাঠ আঁতৰাই দিলে। বগা ঠাল আৰু এঙাৰবোৰেই সিহঁতৰ সমূহীয়া পামৰ বয়বস্তু। সিহঁতে মুকলি পথাৰলৈ সকলোবোৰ উলিয়াই নিলে! "এইজাক ক'লৈ খেদি নিম ?"

"সৈন্যবাহিনীৰ ওচৰৰপৰা নৈৰ পাৰকৈ দূৰলৈ খেদি নিম। আমাৰ মানুহে জাৰ্মানক নদী পাৰ হবলৈ নিদিয়ে।"

অচিয়াই ক'লে—"পিছে সিহঁতে নৈত বোমা দিব পাৰে।"

চাছাই ক'লে—"কোনো কথা নাই, আমি নৈ পাৰ হৈ যাম। সেই তক্তাছটা দে। সেইখনেই নৈ হ'ব।"

হঠাৎ দুৱাৰখন মেল খালে। সিহঁত পাঁচোটাৰ চকু সেইপিনে গ'ল। চাছা লৰচৰ কৰিব নোৱাৰা হৈ পৰিল।

দুৱাৰমুখত এটা জাৰ্মান সৈনিক। মূৰটো ফটাকানিৰে বন্ধা; তাৰ তলেদি তাৰ ৰঙা চকুযোৰে ল'ৰা-ছোৱালীবোৰলৈ চাবলৈ ধৰিলে। তাৰ গোটেই গাতে বৰফ লাগি আছিছিল। ঘৰৰ কেউপিনে চাই, কোনো ডাঙৰ মানুহ নেদেখি, সি জুহালৰ কাষৰ ল'ৰা-ছোৱালী পাঁচোটালৈ চালে। চাছাই প্ৰথমে তাৰ কথা বুজিব পৰা নাছিল। মানুহটো মিছাৰ ঘটনাটোৰ বাবেই আহিছে বুলি সি খাটাংকৈ ধৰি লৈছিল; সি ভাবিছিল—জাৰ্মানবোৰে সকলো কথা গম পালে, সিহঁতে তাৰ মাকক গ্ৰেপ্তাৰ কৰিলে আৰু এতিয়া, এই সেউজীয়া কোট পিন্ধা মানুহটোৱে চোতালত তাৰ ককায়েকৰ কবৰটো খান্দিব! সৈন্যটোৱে তাৰ কথাটো কেবাবাৰো কোৱাৰ পিছতহে চাছাই গাখীৰৰ ৰাছিয়ান শব্দটোৰ ভুল উচ্চাৰণটো বুজিব পাৰিলে। "গাখীৰ, গাখীৰ⋯"

চাছাই ঘেঁহাই ক'লে—"আমাৰ অলপো গাখীৰ নাই।"

সৈন্যটো নেৰানেপেৰাকৈ লাগি থাকিল।

"গাখীৰ, গাখীৰ দে⋯"

চাছা থিয় হ'ল আৰু সৈন্যটোৰপৰা সমূলি চকু নাতৰাই চালিৰ তললৈ গ'ল। চালিয়েদি যাওঁতে ভৰিৰ তলত থকা ককায়েকৰ সমাধিৰ কথা তাৰ মনত পৰিছিল; তাতে মাটিৰ তলত মিস্কা পৰি আছিল। সৈন্যটো তাৰ পাছে পাছে বেগাই গ'ল। চাছাই গোহালিৰ দুৱাৰখন খুলি দিলে আৰু অঙ্গীভঙ্গীৰে তাত একো নাই বুলি বুজাবলৈ চেষ্টা কৰিলে। আৰু সঁচাকৈ, থাকিবনো কেনেকৈ? কাৰণ জাৰ্মানবোৰে অহাৰ দিনাই সিহঁতৰ গৰুজনী ধৰি নি সেনাপতিৰ ঘৰৰ আগতে কাটিলেগৈ।

সৈন্যটোৱে উদং গোহালিটোৰ কেউপিনে চালে। মাটিৰ তলত অলপ খেৰ আৰু গোবৰ পৰি আছিল; সেইদেখি তেতিয়াও সেইটো গোহালি যেনেই দেখা গৈছিল; কিন্তু দানা দিয়া পাত্ৰটো বৰফ যেন চেঁচা—উদং হৈ পৰি আছিল। এইবোৰে স্পষ্ট প্ৰমাণ দিলে যে তাত গাখীৰ পোৱা নাযায়।

ইপিনে জেনাই খুব চিঞৰিবলৈ ধৰিলে। মাক নাই, তদুপৰি চাছাও জাৰ্মানটোন সৈতে গোহালিলৈ গ'ল। সেইদেখি তাইৰ ভয় লাগিল। নাইনাই এনেয়ে অলপতে কান্দে, তায়ো কান্দিবলৈ ধৰিলে।

সৈনিকটো আকৌ ঘৰলৈ উভতি আহিল আৰু ল'ৰা-ছোৱালীবোৰলৈ চাই হাঁহিবলৈ ধৰিলে। ক'লা, ক্ষয় যোৱা দাঁতবোৰ নিকটাই জাৰ্মানটোৱে ক'লে—"নাকান্দিবি।"

ভয়ত জেনাই আৰু ডাঙৰকৈ কান্দিবলৈ ধৰিলে। জাৰ্মান-টোৱে তাইৰ পিনে ৰাইফলটো টোঁৱাই দেখুৱালে। চাছাই জীৱনৰ সংশয় এৰি জাঁপ মাৰি ভনীয়েকৰ সমুখত আগভেটি থিয় দিলে। সি হাত দুখন দাঙি ধৰিলে আৰু জাৰ্মানটোৰ ৰঙা চকুকেইটালৈ চাই থাকিল। জাৰ্মানটোৰ মূৰ ফটাকানিৰে বন্ধা, তাৰ ওপৰত এটা টুপী; সিও চাছাৰ পিনে চাই আছিল।

"হো…হো…" সৈন্যটোৱে ভেঙুচালি কৰি বন্দুকৰ নলটো নাইনাৰ পিনে ঘূৰাই ধৰিলে। বেচেৰী নাইনাজনীয়ে কি হৈছে একো নুবুজিলে; তাই মাথোন কান্দোন বন্ধ কৰি এই অদ্ভুত মানুহটোলৈ—টেলেকাচকুৱা জাৰ্মানটোলৈ—চাবলৈ ধৰিলে। তায়ো জানিছিল যে সেই মানুহটো জাৰ্মান।

সৈন্যটোৱে ক'লে, "মই গুলীয়াম।" তাই কথাটো নুবুজিলে, তথাপি সি ভয়ঙ্কৰ কিবা কথা এটা কৈছে বুলি ভাবি ল'লে। জিনাও মনে মনে থাকিল। চাছাই একেথৰে নলটোৰ ক'লা বিন্ধাটোলৈ চাই থাকিল।

নলৰ এই ক'লা বিন্ধাটো বেছি ওপৰলৈ উঠা নাছিল; এবাৰ এটাৰ মূৰৰ ওপৰত আৰু এবাৰ আন এটাৰ মূৰৰ ওপৰত লক্ষ্য ৰাখি নলটো ঘূৰি আছিল।

হঠাৎ চাছাৰ মনত খেলালে: সি যদি জঁপিয়াই পৰি বন্দুকটো থাপ মাৰি কাঢ়ি আনে? তাৰে বাৰু সি গুলীয়াব কেনেকৈ? আৰু জাৰ্মানটোক মৰাৰ পিছত কি হ'ব? তাতোকৈ প্ৰধান কথা হৈছে—তাৰ হাতৰপৰা সি ৰাইফলটো আনিব পাৰিব জানো?

ক'লা দাঁতবোৰ উলিয়াই জাৰ্মানটোৱে হাঁহিবলৈ ধৰিলে। এই ধেমালিখন তাৰ ভাল লাগিল—ল'ৰা-ছোৱালীবোৰৰ চকুত ভয়, সিহঁতৰ গালৰ তেজ নাইকিয়া হৈ গৈছিল; আটাইতকৈ ডাঙৰ ল'ৰাটোৰ মুখত এটা চিন্তাশীল ভাবে দেখা দিছিল।

চাছাই শেহত বুজিলে, সৈন্যটোৱে ধেমালিহে কৰিছে। মেকুৰীয়ে নিগনিৰ সৈতে ধেমালি কৰাদি সিও ধেমালি কৰিছে। এৰা, সঁচাকৈ সৈন্যটোৱে নিজকে আমোদ দিবৰ চেষ্টা কৰিছিল। ৰাইফলৰ ক'লা নলটো এবাৰ তললৈ, এবাৰ ওপৰলৈ, উঠা-নমা কৰি আছিল। চাছাৰ এনে লাগিল যেন সৈন্যটোৱে গুলীয়াই দি হ'লেও সোনকালে এই ধেমালিখনৰ সামৰণি পেলাওক।

সি ভাবিছিল, জাৰ্মানটোৱে প্ৰথম তাকেই গুলীয়াব, কাৰণ সিয়েই আটাইতকৈ ডাঙৰ আৰু সেইদেখি বৰ উৎসাহেৰে সি নলটোৰ সমুখত থিয় দিছিলহি। তাক বেগেতে গুলীয়াওক আৰু এইবোৰৰ ওৰ পৰক।

শেহত সৈন্যটোৰ এই ধেমালি আমনি লাগিল; ঢেক্‌ঢেকাই হাঁহি মাৰি সি যাবলৈ ওলাল। ৰাইফলটো কান্ধত ওলোমাই সি ওলাই গ'ল; যাওঁতে পাছলৈ এবাৰ উভতিও নাচালে। ল'ৰা-ছোৱালীকেইটা তাতে তধা লাগি ৰ'ল; সিহঁতে একেথৰে দুৱাৰৰ পিনে চাই থাকিল। চাছাই অলপ পৰ বাট চালে—কিজানি জাৰ্মানটো দুৱাৰৰ চুকতে লুকাই আছে, কিজানি সি চাইহে আছে আৰু সিহঁতৰ কোনোবাই লৰচৰ কৰিলেই সি দুৱাৰখন মেলি গুলীয়াই দিব।

আনকি নাইনাও নিগনিটোৰ দৰে একেথৰে বৈ থাকিল। এনেতে সঁচাকৈ সিহঁতে খোজৰ শব্দ শুনিলে—বাবাগুাত কাৰো-বাৰ খোজৰ শব্দ! দুৱাৰখন মেল খালে, সিহঁতৰ মাকে দুৱাৰ-মুখত দেখা দিলেহি।

তেতিয়াহে সকলো ৰুদ্ধ অনুভূতি প্ৰকাশ হ'ল। জেনাই টেঁটুফালি চিঞৰি কান্দিবলৈ ধৰিলে। নাইনাৰ চকুপানী বৈ গ'ল, আৰু অচিয়া, চনিয়ায়ো কান্দিবলৈ ধৰিলে। কেৱল চাছাহে মাকৰ আগত নীৰৱে থিয় হৈ থাকিল।

"কি কথা? হ'ল কি?"—তাই ভয়ে ভয়ে সুধিলে।

চাছাই উত্তৰ দিলে—"ইয়ালৈ জাৰ্মান এটা আহিছিল।"

"জাৰ্মান? কি বিচাৰিছিল সি?"

"একো নাই। সি গাখীৰ খুজিছিল।"

"বাৰু, তাৰ পিছত?"

"আমাৰ গৰু নাই বুলি তাক দেখুৱাই দিলোঁ।"

"আৰু সি হ'বলা গুচি গ'ল ?"

"হয় ।"

"তেনে তহঁতে ৰাউচি জুৰিছ কেলৈ ? সি গুচি গ'ল, ভাল হ'ল । তহঁতক সি মৰিয়ালে নেকি ?"—তাই খঙমুৰাকৈ সুধিলে । চাহাই গহীনাই উত্তৰ দিলে—"নাই, সি আমাক মৰা নাই ।" তাই অলপ তত পালে ; ঘৰৰ ভিতৰত পৰে বুলি চালিৰ তললৈ গৈ আলোৱানৰপৰা বৰফবোৰ মোহাৰি পেলাই দিলে ।

"ইমান বতাহ ! সমুলি নকমে যেন লাগিছে ।"

দূৰণিৰপৰা চিঞৰৰ শব্দ এটা আহিল ঃ "সেইটো কি ?"

"একো নহয়···অ'লেনাৱ প্ৰসৱ হৈছে ।" খঙেৰে মেলিয়া-চিখাই ক'লে । ল'ৰা-ছোৱালীবোৰে একমনে শুনিবলৈ ধৰিলে । তলা মৰা চালিখনৰপৰা এটা দীঘলীয়া চিঞৰ শুনা গ'ল । মাজে মাজে শব্দটো ডাঙৰ হৈ যায়, আকৌ সৰু হৈ পৰে আৰু খন্তেক মাৰ যায় ; তাৰ পিছত আকৌ ডাঙৰকৈ চিঞৰ আৰম্ভ হয় ।

## ॥ চাৰি ॥

সেনাপতিৰ অফিচৰ কাষৰ কোঠা এটা। চাৰিওপিনে বেৰ দিয়া আৰু মজিয়াখন উদং। আগেয়ে ইয়াত এটা কিতাপৰ আলমাৰী আছিল; গাৰ্ৰ ছভিয়েটৰ আৰু সমূহীয়া পামৰ কিতাপ-পত্ৰ থকা দেৰাজ এটাও আছিল।

সেই পুৰণি ঘৰটোৰ বেৰবোৰ সাজিছিল শকত কাঠৰ টুকুৰাৰে। খিৰিকীত তক্তা লগাই জাৰ্মানবোৰে কোঠাৰ ভিতৰখন এন্ধাৰ কৰি পেলালে। ৰখীয়াকোঠাৰ পিনে থকা দুৱাৰখনৰ মাজেদিহে পোহৰ অলপ আহিছিল; তাত চাকি এটা জ্বলি আছিল। বন্দী পাঁচটাক এই এন্ধাৰ কোঠাটোলৈ লৈ আহিল। চাবিটো তলাৰ ভিতৰত ঘূৰোৱা শুনা গ'ল—এবাৰ; আকৌ এবাৰ শুনিলে আৰু তাৰ পিছৰপৰাই সিহঁত চাৰিবেৰৰ মাজত, এন্ধাৰত পোত গৈ তাতে সোমাই থাকিল। তাত বহিবলৈ আসন নাছিল। লাহে লাহে সিহঁতৰ কাৰণে এন্ধাৰেই সহজ হৈ পৰিল। সিহঁত মাটিতে বহিল, বেৰত আঁউজি ল'লে। গ্ৰখেচ মাটিত দীঘল দি পৰিল, হাতৰ মুঠিতে মূৰটো থৈ তৎক্ষণাৎ টোপনিত লালকাল হৈ পৰিল।

আনবোৰে কিন্তু শুব পৰা নাছিল। অ'লগা পেলেনৃচাক চেকৰিখাৰ কাষ চাপি গ'ল। তাইৰ ভয় লাগিছিল। তাই কোঠাটোলৈ ভয় কৰিছিল, এন্ধাৰত থাকি আৰু দুৱাৰৰ পিছপিনৰ পোহৰটো দেখিও তাইৰ ভয় লাগিছিল। সিহঁতৰ কি হ'ব, সেই কথা ভাবিও তাইৰ ভয় লাগিছিল। চেকৰিখাই তাইক এহাতেৰে সাৱটি ধৰিলে; সেইদৰে সাৱটা-সাৱটি কৰি সিহঁত বহি থাকিল।

কেৱল মালাছাহে দলটোৰ মাজলৈ কাষ চাপি নাহিল। তাই এচুকত অকলশৰে আঠুকেইটা সাৱটি বহি থাকিল; বেৰত আঁউজি একেথৰে এন্ধাৰৰ পিনে চাই থাকিল। লগৰীয়া বন্দীবোৰে যি কথা ভাবিছিল তাই সেইবোৰ ভবা নাছিল। অচলভাৱে, পচাৰ আৰু উশাহ নসলোৱাকৈ তাই এক মনেৰে শুনি থাকিল। কাষৰ কোঠাটোৰপৰা অহা ক্ষীণ কথাবোৰৰ অৰ্থ নিৰ্ণয় কৰিবলৈ

বা বেৰৰ সিপাৰে গাৰঁৰ মাজত কিহৰ শব্দ হ'ল, তাক শুনিবলৈ তাই চেষ্টা কৰা নাছিল। চকু ঘোপা কৰি তাই নিজৰ দেহাৰ ভিতৰৰ কিবা শব্দ এটা শুনিবৰ চেষ্টা কৰিলে। এসপ্তাহ হৈ গ'ল --নহয়, আৰু বেছি—দহ দিন হৈ গ'ল। তথাপিও একো নহ'ল। দুখ মনেৰে তাই সেই আপদীয়া কথাকে ভাবি থাকিল। হয় নে নহয়? হয় নে নহয়? তাইৰ মুৰটো গধুৰ গধুৰ লাগিল, বুকুখন ধপ্ধপাবলৈ ধৰিলে। তাইৰ এনে লাগিছিল যেন শিৰৰ মাজেদি তেজ বৈ যোৱা তাই শুনিছিল; তাইৰ শিৰৰ মাজেদি গৈ গোটেই শৰীৰত তেজবোৰ টোপাটোপে আঁকাই পকাই ফুৰা যেন লাগিল। হাতৰ মুঠিকেইটাৰ ওচৰত যেন কোনোবাই হাঁতুৰীৰেহে মৰিয়াইছে। তাই কেনেকৈ জানিব? কেনেকৈ সঠিক হ'ব পাৰিব!

আকৌ তাই দিন লেখিবলৈ ধৰিলে, কিজানি তাইৰ ভুল হৈছে। কিন্তু বাৰে বাৰে দহ দিনহে হয়গৈ। আৰু হোৱাৰ কাৰণো আছে······কাৰণ···আচলতে দহ দিনেই হৈছে। এই দহ দিনৰ ওপৰতে তাইৰ চিন্তা আৰদ্ধ হৈ নাথাকিল, ই আৰু দূৰলৈ গ'ল। যি দিনটোৱে তাইৰ জীৱনটো কাটি দুটুকুৰা কৰিলে, সেই দিনলৈকে তাই এদিন এদিনকৈ পিছুৰাই লেখি গ'ল। তাইৰ চিন্তা গৈ সেই দিনটো পাওঁতে তাই শৰীৰত আঘাত পোৱা যেন পালে, মনৰ পোৰণি অসহ্য হৈ উঠিল। তলুৱাত নখবোৰ সোমাই যোৱাকৈ তাই হাতৰ মুঠিকেইটা খামুচি ধৰিলে; আঁঠুকেইটা বুকুৰ একেবাৰে কাষলৈ চপাই আনিলে। এই ছাটিফুটি লগা কণ্ঠৰ চকৰীৰ তলত তাইৰ হাড় পৰ্য্যন্ত ভাগি যোৱা যেন লাগিছিল। তাই যেন আৰু এক মুহূৰ্ত্তও সহ্য কৰিব নোৱাৰে; যেন বনৰীয়া জন্তুৰ দৰে তাই চিঞৰি দিব। তাইৰ টেঁটু ফালি চিঞৰি কান্দিবৰ মন গ'ল; চুলিবোৰ ছিঙি পেলাব খুজিলে। তাই চিঞৰিয়েই যেন সেই দিনটো আৰু এই একেৰাহে লেখি থকা দিন দহোটাক নাইকিয়া কৰি দিব! অনবৰত তাই এই দহ দিনৰ হিচাপ মিলাইছে আৰু পুনৰ তাকে লেখিছে; কিন্তু বাৰে বাৰে একেই হৈছে। তাই চিঞৰিয়েই যেন এই সকলোবোৰ মনৰপৰা মচি পেলাব······

গাটো যাতনাত কঁপিবলৈ ধৰিলে। তাই ভাবিলে, তাই আৰু সহ্য কৰিব নোৱাৰে—তাই যেন সেই ঠাইতে পৰি মৰি থাকিব। কিন্তু মৃত্যু নহ'ল; মৰিবলৈ ইমান সহজ নহয়। এন্ধাৰত বহি

বহি তাই মানুহৰ উশাহ সলোৱা শব্দ শুনি মনতে ভাবি-গুণি থাকিল। মুহূৰ্তৰ বাবেও তাই ভাবিবলৈ এৰা নাছিল যে তাই —মালাছা—অভিশপ্তা আৰু ঘিণ লগা জীৱ; চিৰকাললৈ আন মানুহৰপৰা তাই আঁতৰ হ'ল; গাওঁখনৰপৰা তাই আঁতৰত; আনকি অলপ দিনৰ আগলৈকে তাইৰ নিজৰ জীৱনটোৰ নিচিনা বুলি ভবা সকলো বস্তুৰপৰাই তাই আজি আঁতৰত। কিন্তু কিয়? কিহৰ কাৰণে এনেকুৱা হ'ল? গাৱঁৰ অতবোৰ ছোৱালীৰ মাজত তাইৰহে এই ঘটনা হ'বলৈ পালেনে?

তাই সমুখত অন্ধকাৰ দেখা নাছিল; দেখিছিল—তাইৰ ওপৰত হালি পৰা সেই মুখ তিনিখন, সেই ঘিণ লগা মুখ তিনিখন। তাইৰ স্মৃতিত ছবিৰ দৰে চিৰদিনৰ বাবে সেইবোৰৰ সাঁচ বৈ গ'ল। সদায় চকুৰ আগত সেইবোৰেই ভাঁহি থাকিল। তাইৰ স্মৃতিৰ পটৰপৰা একোৱে সেইবোৰ মচি পেলাব নোৱাৰে আৰু তাইৰ মনৰপৰা একোৱে সেইবোৰ আঁৰ কৰি ৰাখিব নোৱাৰে। তিনিখন মুখ—ডাঢ়ি খুৰুৱা নাই, বঙা নোমেৰে ভৰা; চকুকেইটা বৰ্বৰ যেন দেখি; ফটা ওঁঠকেইটাৰ মাজেদি সিহঁতৰ দাঁতবোৰ বনৰীয়া জন্তুৰ দাঁতৰ দৰে ওলাই পৰিছিল।

কেইমাহমানৰ আগতে তাই ইভানৰ সৈতে একেটা কোঠাতে আছিল। একে কোঠা আৰু একে বিচনা। কিন্তু ছিটাছিট হৈ পৰা গাৰুটোৰপৰা আৰম্ভ কৰি সকলোবোৰ এতিয়া শূন্য। মাটিত খেৰবোৰ সিচঁৰতি হৈ আছিল, খিৰিকীৰ বাতামৰপৰা সুগন্ধ গোলাপৰ ফুলদানিবোৰ মাটিত সৰি পৰিল আৰু তাৰ ভগা টুকুৰাবোৰ জাৰ্মানৰ বুট জোতাৰ গচকনিত গুড়ি হ'ল। তাই এইবোৰ কথা ভাবিব খোজা নাছিল—আৰু তাই ভাবিবও নোৱাৰে। তথাপি সেই কথাটোৱেই তাইৰ মনত বাঁহ লৈ খন্তেকৰ বাবেও তাইক শান্তি নিদিছিল। আকৌ সিহঁত তিনিটাৰ মুখকিখনলৈ তাইৰ মনত পৰিল; সিহঁতে ডাঢ়িবোৰ খুৰুৱা নাছিল: থুতৰিত এথোপা ৰঙা ডাঢ়ি। সিহঁতৰ ঢেকৃঢেকনি আৰু চিঞৰকেইটালৈ তাইৰ মনত পৰিল। তাইৰ হাত-ভৰিত সিহঁতে বৰফ যেন চেঁচা হাতেৰে কট্‌কটীয়াকৈ খামুচি ধৰিছিল। তাৰ পিছত সিহঁত গুচি গ'ল, দুৱাৰখন কেৰ্‌কেৰাই উঠিল। এচমকা ধোঁৱা-বৰণীয়া বাষ্প কোঠাটোৰ ভিতৰ সোমাল। আৰু তাৰ পিছত? তাৰ পিছৰ-পৰাই এই দীঘলীয়া, হৃদয়-বিদাৰক, অসহ্য দুঃস্বপ্নৰ আৰম্ভণি।

আৰু তাতোকৈ অসহনীয় হ'ল—এই শেহৰ দিন দহোটা। পুৰাৰপৰা গধূলিলৈকে আৰু নিতৌ নিশা এবাৰো চকুৰ টিপ নামাৰি তাই কেৱল নিজ শৰীৰৰ ভিতৰৰ কিবা এটা শব্দ শুনিবলৈ চেষ্টা কৰে আৰু এদিন এদিনকৈ দিনবোৰ লেখি যায়; এই হিচাপ কৰি কৰিয়েই তাই বলিয়া হ'বলগীয়া হ'ল। দিনৰ পিছত দিন লগ হৈ এতিয়া দহত সোমাইছেহি।

অৱশেষে গাৱঁৰ মানুহো ধ্বংস হ'ল; বহুতৰ চিনচাব নোহোৱা হৈ পৰিল। লেভ'নিয়াকৰ শটো ফাঁচী কাঠত ওলমি আছে। গা-নৰিয়া অৱস্থাতে অ'লেনাই চালিৰ তলত জাৰ্মানৰ নিৰ্য্যাতন ভুগিছে। কিন্তু কেৱল তাইৰ বাহিৰে আন কোনেও সিহঁতৰ শৰীৰত জাৰ্মানৰ সন্তান বহন কৰিবলগীয়া হোৱা নাই। মৰি-হাজি যোৱাবোৰৰ আৰু নিৰ্য্যাতিত হোৱাবোৰৰ মাজতো কোনেও নিজ শৰীৰত শত্ৰুৰ ভাৰ বব লগীয়া হোৱা নাই।

আন এচুকত অল্‌গা পেলেনচাকে কেঁচুৱাৰ দৰে উচুপি আছিল। হঠাৎ মালাছাৰ বৰ খং উঠিল, এটা অবৰ্ণনীয় ঘৃণা জন্মিল: এই মূৰ্খজনীয়ে কান্দিছে কেলৈ? কান্দিবলৈ তাইৰ কি কাৰণটো আছে? জাৰ্মানে তাইৰ ধৰ্ম নষ্ট কৰা নাই। মানুহৰ জীৱনত ঘটিব পৰা, সম্ভৱ আটাইতকৈ ভয়ানক, ঘটনাটোৰ বিষয়ে তাইৰ কোনো অভিজ্ঞতা নাই। তাই আকৌ ভয় কৰিছে কিয়? তাইক সিহঁতে গুলীয়াই মাৰিব বুলি নেকি? গুলীয়াই মাৰিব বুলি মালাছাই কেতিয়াও বিশ্বাস নকৰে। শত্ৰুৰ হাতত অকাল মৃত্যু হোৱাটো বৰ ডাঙৰ কথা—ই এটা ডাঙৰ ভাগ্য। নাই, তাই কেতিয়াও এই কথা বিশ্বাস কৰিব নোৱাৰে। সিহঁতক বোধকৰোঁ আটক কৰি ৰাখিব; সম্ভৱ জাৰ্মানবোৰে সিহঁতৰ কাৰণে মৃত্যুতকৈও বেছি ভীষণ কিবা এটা ভয়ানক ব্যৱস্থাৰ চিন্তা কৰিব। কিন্তু সিহঁত নমৰে; জাৰ্মানৰ হাতত মানুহৰ কেতিয়াও একো ভাল নহয়। সিহঁতে জাৰ্মানৰপৰা কেতিয়াও সৌভাগ্য নাপায়। আৰু মৃত্যু হোৱাটো এটা সৌভাগ্য। আকৌ তাই দিন লেখিবলৈ লাগিল—এক, দুই, তিনি......তাই দহ পালেহি আৰু কষ্টত ছট্‌ফটাবলৈ ধৰিলে। তাইৰ এনে লাগিছিল যেন অন্তৰ ফাটি যাব, তাই আৰু এক মুহূৰ্তও সহ্য কৰিব নোৱাৰিব। কিন্তু তাইৰ অন্তৰ নাফাটিল। কুমকিটাত সৰু হাঁতুৰীৰে পিটাৰ দৰে হুতুৰ্, হুতুৰ্, মাৰিবলৈ ধৰিলে। এন্ধাৰৰ পিনে একেথৰে চাই

তাই দিনবোৰ লেখিবলৈ ধৰিলে। মালাছাই ভাবিলে, এদিন এদিনকৈ শেষ নোপোৱালৈকে তাই দিনবোৰ লেখি যাব ; মুৰকত নির্দিষ্ট সময় পাবহি আৰু তাই—মালাছাই, ৰেড্ সৈনিকৰ স্ত্রীয়ে —এদিন বিজাতৰীয়া জার্মান এটাক জন্ম দিব।

তাই কেৱল শুনি থাকিল। কুমৰ আৰু হাতৰ গাঁঠিৰ শিৰবোৰে হাঁতুৰী মৰাদি মাৰিবলৈ ধৰিলে। তাই পেটত হাত দিলে। তাতো শিৰবোৰে হাঁতুৰী মৰাদি খিপ্ খিপাই আছিল। নিজ শৰীৰৰ প্রতি তাইৰ অদম্য ঘৃণা জন্মিল। তাইৰ গাত ঠাই ল'লে এটা জার্মানে ; বর্তমান সি নাই যদিও তাৰ অস্তিত্ব আছে। যদি তাই খায়, তেন্তে সেই খাদ্য তাই খাবলৈ নাপায়—ভিতৰৰ জার্মানটোৱেহে খায়। সি সকলো বস্তু খাব, লাহে লাহে বাঢ়ি যাব আৰু শেহত কটা ঘাত চেঙা তেল দিয়াদি এদিন তাইৰ দুর্ভাগ্যৰ ওপৰত কলঙ্ক জাপি দিব। যেতিয়া তাই শোৱে, টোপনিয়ে তাইক শক্তি নিদিয়ে ; এই জিৰণি তাইৰ নহয়—ই সেই জার্মানটোৰহে। সন্তানৰ নিচিনাকৈ তাই তাক ভাবিব নোৱাৰিলে। সন্তান বুলিব পাৰি অ'লেনাৰ কেঁচুৱাটোক ; ডাঠ কাঠেৰে সজা এই বন্ধ ঘৰটোৰ ভিতৰলৈকে মাজে মাজে তাৰ কান্দোন শুনা গৈছিল। সেইদিনা ৰাতি সিহঁতে গুলীয়াই মৰা সেই অপৰিচিত ল'ৰাটোক সন্তান বুলিব পাৰি ; চেকৰিখা আৰু মেলিয়াকহঁতৰ ল'ৰা-ছোৱালীক সন্তান বুলিব পাৰি। মুঠতে, যিবোৰ ল'ৰা-ছোৱালী গাৱঁতে উপজি ডাঙৰ-দীঘল হৈছে আৰু জার্মানবোৰ অহাৰ লগে লগে যাৰ প্রাণত সুনিশ্চিত মৃত্যুৰ ভয় সঞ্চাৰ হৈছে, সেইবোৰেই সন্তান। আন তিৰোতাৰ ল'ৰা-ছোৱালী হয়—কিছুমানৰ চুলি ৰঙা, কিছুমানৰ ক'লা ; চকুৰ ৰং কোনোটোৰ পাতল আৰু কোনোটোৰ ডাঠ ; কোনোবা পেনেৰা আৰু কোনোবা ৰঙিয়াল ; দোলনাত শুই থাকোঁতে কিছুমান শান্ত হৈ থাকে আৰু কিছুমানে কল্‌কলাই থাকে। মাকহঁতে গর্ভধাৰণ কৰে, জন্ম দিয়ে আৰু সন্তানৰ প্রতিপালন কৰে। কিন্তু, তাই যাক ধাৰণ কৰিছে আৰু যাক তাই জন্ম দিব—সি তাইৰ সন্তান নহয়। সি এটা কুকুৰৰ পোৱালি, এটা জার্মান। তাই আতঙ্কৰ সৈতে ভাবিলে, যি ঘটনা হৈ গ'ল তাক আৰু সলনি কৰিব নোৱাৰি। সি যদি মৰিও থাকে—আৰু যদি তাই নিজ হাতেৰেই তাক টেঁটু চেপি মাৰে—তথাপি একো ফল নহয়। তথাপি অনন্ত কাললৈকে তাই

ঘৃণা আৰু অনিচ্ছাৰ সৈতে সুঁৱৰি থাকিব যে তাই জাৰ্মান এটাক জন্ম দিছিল আৰু নিজৰ তেজেৰে তাই তাক পালন কৰিছিল। তাইৰ উখহা পেটটোলৈ আৰু গৰ্ভাৱস্থাৰ কষ্টকৰ খোজটোলৈ মানুহে লক্ষ্য কৰিব। প্ৰত্যেকে তাইক বাট এৰি দিব—কিন্তু তাই সহজে পাৰ হৈ যাবলৈ সুবিধা কৰি দিবৰ কাৰণে নহয়, উৎকট ঘৃণাৰ বাবতহে সিহঁতে বাট এৰি দিব—জানোচা জাৰ্মানৰ শয্যাশায়িনী —জাৰ্মান-সন্তানক বহন কৰা এই মানুহজনীক—সিহঁতে ছোৱে।

অৱশ্যে গাৱঁৰ মানুহবোৰে জানে। সকলোৱে তাইৰ বাবে দুখ প্ৰকাশ কৰে, জাৰ্মানবোৰক শাও দিয়ে আৰু সিহঁতে কোৱাকুই কৰে যে এদিন এই সকলো অত্যাচাৰৰ বাবে সিহঁতে প্ৰতিশোধ লব। কিন্তু মালাছাই জানে—ই ইমান সহজে সমাধান নহয়। পেছচাক, লেভ'নিয়াক, অ'লেনা, উচ্ছন্ন ঘৰবাৰী আৰু সিহঁতৰ মৰা ল'ৰা-ছোৱালী ইত্যাদি সকলোৰে বাবত প্ৰতিশোধ লব পাৰিব। কিন্তু কোনেও কেতিয়াও তাইৰ ঘটনাটোৰ প্ৰতিশোধ লব নোৱাৰে। ইয়াৰ কোনো প্ৰতিবিধান নাই। যদিও এই বিষয়ে কোনেও একো কথা সুলিয়ায়, তথাপি তাই মন কৰিছিল যে তিৰোতাবোৰে তাইৰ চকুলৈ নাচায় আৰু মানুহবোৰে তাইক প্লেগ বেমাৰীৰ দৰে ভয় কৰি তাইৰপৰা আঁতৰি থাকে। যিদিনা সিহঁত তিনিটা তাইৰ ঘৰ ভাঙি ভিতৰ সোমাল, সেই দিনটোৰেই তাইৰ আৰু গাৱঁৰ মাজত এটা দুৰ্জয় অন্তৰায় হিচাপে থিয় দিলে। সেইদিনা তাইৰ ধৰ্ম নষ্ট হ'ল; কিন্তু সাধাৰণতে সিহঁতৰ ভোগৰ বলিক গুলীয়াই মৰাদি তাইক সিহঁতে গুলীয়াই নামাৰিলে। নিকাৰ ভুগিবলৈ তাই জীৱিত জগতৰ মাজত থাকি গ'ল। আৰু এয়ে যেন যথেষ্ট নহ'ল; তাইৰ মৰ্য্যাদা হানি কৰিয়েই সিহঁত ক্ষান্ত নহ'ল। সেইদেখি সিহঁতে সমাজৰ চকুত তাইৰ অৱস্থা এটুকুৰা পেলনি যোৱা ফটাকানিৰ নিচিনা কৰিলে। এতিয়া তাই কেৱল দিন লেখে আৰু মূৰকত মুঠ সংখ্যাটো একেই পায়। তাই উপায়হীনভাৱে কল্পিত আশাৰ কণাত খামুচি ধৰে; ভুল হৈছে বুলি মৰীচিকাৰ দৰে ভাব এটা লয়। সকলো কথা তাই মিছা বুলি ভাবে; কেতিয়াবা এনে হ'লেও কোনো হৈ-চৈ নহয় বুলি তাই নিজক আশ্বাস দিয়ে। তাই ভাবে—আৰু দুই-এদিন গ'লে সকলো ভাল হৈ যাব। কিন্তু সকলো বুজনি মিছা হৈ পৰে; কাৰণ অন্তৰৰ এচুকৰপৰা তাই উপলব্ধি কৰিছিল যে সঁচাকৈ তাই গৰ্ভৱতী; একোৱেই

ইয়াক পৰিবৰ্তন কৰিব নোৱাৰে।

গ্ৰীষ্মৰ দিনকিটালৈ তাইৰ মনত পৰিল—কেনে উজ্জ্বল, ফুলেৰে জাতিষ্কাৰ আৰু গোন্ধত আমোলমোলাই আছিল সেই দিনবোৰ! নিয়ৰৰ টোপালে নিশাবোৰ ৰূপোৱালী কৰি তুলিছিল; ঘাঁহবোৰ কঁকালৰ কাষলৈকে ওখ হৈছিল; নৈৰ পানত খেৰ শুকুৰা মানুহে বহা পাতিছিল; তৰাৰ চিক্‌মিকনি আৰু খেৰৰ সুগন্ধিৰ মাজত তম্বুত কটোৱা নিশাবোৰ উন্মাদনা ভৰা পচোৱাৰ নিচিনা। এনে-বোৰ চেনেহৰ মাজত তাইৰ কোনো কেঁচুৱাৰ জন্ম হোৱা নাই। সেই নিশাবোৰ মধুৰ আৰু সুখৰ—ওঁঠে ওঁঠে লগালগি, হিয়াত উলাহ ভৰা কঁপনি! এই সকলো এতিয়া শেষ হ'ল। তাৰ আৰু একো চিনচাব নাথাকিল। এইবোৰ যেন কেতিয়াও হোৱাই নাছিল। ইপিনে গোটেই গ্ৰীষ্মকাল জুৰি তেনেকুৱা কত নিশা সিহঁতৰ জীৱনৰ মাজেদি পাৰ হৈ গ'ল! প্ৰৱল প্ৰেমৰ উন্মাদনাত তাই নিজক সমৰ্পণ কৰিছিল; কিন্তু পিছত তাৰ কোনো ফল হোৱা নাছিল। তথাপি কোনো দন্দ-হাই নকৰাকৈ সিহঁতে বিদায় লৈছিল।

আৰু এতিয়া আছিল কেৱল এক মুহূৰ্ত, ভয়ঙ্কৰ আধাঘণ্টা সময়! কিন্তু এই আধাঘণ্টায়েই তাইৰ জীৱন বিষাক্ত কৰি তুলিব; ইয়েই তাইৰ জীৱনত এটুকুৰা পকনি ধৰা ঘাৰ নিচিনা হ'ব আৰু চিৰদিনলৈ তাৰপৰা দুৰ্গন্ধ আৰু বিষাক্ত পুঁজ নিজৰি ওলাই থাকিব।

তাই ইভানৰ কথা ভাবিলে। সঁচাকৈ, তাইৰ বিবাহিত জীৱনৰ দিনকেইটা বৰ চমু। সেই নিশাবোৰ কেনে অময়া সুখেৰে ভৰা! চালিৰ জলঙাইদি তৰাবোৰে ভুমুকিয়াই চাইছিল; জুন মাহৰ নিশা গ্ৰীষ্মকালৰ তপত বতাহ এছাটি বৈছিল। গিৰিয়েক যুঁজলৈ যোৱাৰ আগতে এনেকুৱা এটা সময় আছিল; কিন্তু এতিয়া একো নাই।

গহীন খোজেৰে তাই গাওঁৰ মাজেদি গৈছিল। তাইৰ বুকুখন কুমাৰী ছোৱালীৰ দৰে; কঁকালটো লাহী। সকলো ল'ৰাই তাইলৈ চায় আৰু তাইৰ লগত কথা পাতে। সিহঁতে পাহৰি গৈছিল যে তাই এতিয়া বিবাহিতা আৰু তাইৰ ইভানৰ স্থান কাৰো লগত সলনি হব নোৱাৰে। তাইৰ চিকমিকাই থকা দাঁতকেইটা চাবলৈ সিহঁতে হেঁপাহ কৰে, তাইৰ উলাহ ভৰা হাঁহিটো শুনিবৰ আশা কৰে; আৰু তাইৰ ক'লা চকুযোৰৰ ৰঙিয়াল,

পিৰিক্-পাৰাক্ চাৰনিটোলৈ সিহঁতৰ বৰ ধাউতি আছিল।

কেৱল আধাঘণ্টা! কিন্তু এই ধ্বংসকাৰী আৰু সপোনৰ দৰে সময়কণেই সকলো পৰিবৰ্তন কৰি দিলে। এতিয়ালৈকে কোনেও নাজানে, এতিয়ালৈকে ই কাৰো দৃষ্টি আকৰ্ষণ কৰা নাই। কিন্তু সেইটো দিন আহিব, যিদিনা তাইৰ দুৰ্দশা সকলোৱে চকুত পৰিব। মচিব নোৱাৰা অপমানৰ চেকাৰে তাইক কলঙ্কিত কৰিও যেন যথেষ্ট নহ'ল। সেয়ে যথেষ্ট নহ'ল বাবে তাই এতিয়া জাৰ্মানটোক পেটত ভাৰ বৈ ফুৰিব লাগিব; তাক যন্ত্ৰণাৰ মাজত জন্ম দিব লাগিব। কোনে তাইক সহায় কৰিব? আৰু তাইৰ আৱশ্যকৰ বেলিকা কোনে তাইৰ কাষত থাকিব খুজিব? কুকুৰ-নেচীয়া বাঘৰ পোৱালিটোক—ৰঙাচুলীয়া খুনীৰ পোৱালিটোক—স্পৰ্শ কৰি কোন তিৰোতাই নিজৰ হাত কলুষিত কৰিব? অলগাই মৃত্যুৰ ভয়ত কান্দিছে। কিন্তু মালাছাৰ বিশ্বাস যে মৃত্যু নহয়। সিহঁত কেনেকৈ ৰক্ষা পৰিব, সেই কথা তাই নাজানে। মৰা ল'ৰাটোক বা জাৰ্মানৰ হাতৰপৰা তাৰ শটো কাঢ়ি নিয়াবোৰক কোনোবাই আনি সমৰ্পণ কৰাৰ সম্ভাৱনা আছে বুলিও তাই ভবা নাই। আৰু নিশ্চয় জাৰ্মানক কোনেও ধান-চাউল নিদিয়ে। ই কেনেকৈ ঘটিব পাৰে আৰু কেনেকৈ ঘটা উচিত, সেইবোৰ তাই নাজানে। কিন্তু তাই নিশ্চিত আছিল যে তাই নমৰে, সিহঁতে তাইক বধ নকৰে। আৰু তাইক বধ নকৰে যেতিয়া আনবোৰো জীয়াই থাকিব।

প্ৰথমে চেক্ৰিখাই অল্গাৰ হাতত লাহে লাহে হাত ফুৰাই দিছিল; কিন্তু অল্গাই কান্দোন বন্ধ নকৰা দেখি তাইৰ ধৈৰ্য্য হেৰাল।

"কান্দিছা কেলৈ? যি হ'ব লগা আছে হ'বই। কান্দিবলৈ তোমাৰ লাজ লগা উচিত।"

"মই কান্দিব খোজা নাই, কিন্তু কান্দোনহে বন্ধ কৰিব পৰা নাই।"—সৰু ছোৱালীৰ দৰে, অসহায়ভাৱে, অল্গাই উচুপি ক'লে। চেক্ৰিখাৰ কাণত তাইৰ জীয়েক নাইনাৰ মাতৰ দৰে বাজিল। তাইৰ মনটো কুমলি গ'ল।

"সেয়া! হৈছে থোৱা। সেইদৰে কান্দি নাথাকিবা। কি হয় আমি এতিয়াও দেখোন একো জনাই নাই।" মালাছাই

তাইৰ এক্কাৰ চুকটোৰপৰা ঘৃণাৰ হাঁহি এটা মাৰিলে। কি হ'ব, তাই ভালকৈ জানে। মৃত্যুৰ কোনো আশাই নাই।

"ঘৰত মই তিনিটা ল'ৰা-ছোৱালী এৰি থৈ আহিছোঁ; সিহঁতৰ বা এতিয়া কি হৈছে?...তথাপি দেখোন মই কান্দিকাটি থকা নাই..."—হঠাৎ ল'ৰা-ছোৱালীকেইটাৰ বাবে চেক্‌বিখাৰ এটা অতৃপ্ত হেঁপাহ জন্মিল। যদি এক মুহূৰ্ত্তৰ বাবেও তাই সিহঁতক দেখিবলৈ পালেহেঁতেন! সিহঁতে কি কৰিছে, কেনেকৈ চলিছে? মেলিয়াচিখাই সিহঁতক তাইৰ ঘৰলৈ নিলে নে নাই? কিজানি সিহঁত অকলশৰে আছে? সিহঁতে চাগৈ নিশা হৈ অহাৰ লগে লগে ভয়ত কঁপিবলৈ ধৰে; বাটত খোজৰ শব্দ শুনিলে বোধকৰোঁ উচাপ খাই উঠে; কাৰণ জাৰ্মানবোৰে আহি সিহঁতক ঘৰৰপৰা খেদি দিয়াৰ দিনৰেপৰা সিহঁতৰ আজিকালি সকলোলৈকে বৰ ভয়।

ল'ৰা-ছোৱালীকেইটা যাতে জাৰত ঠেৰেঙা নালাগে তাৰ বাবে ঘৰৰপৰা ওলাই যাবৰ সময়ত তাই ফটা কানি-কাপোৰ দুখনমান লব খুজিছিল। ওখ ফেল্ডৰেবেলটোৱে ধমকি দি ক'লে—"স্ক্ৰেম!" আৰু তাইক বন্দুকৰ কুন্দাৰে খুন্দিয়াই দিলে। আকৌ চিঞৰি ক'লে—"স্ক্ৰেম!" ল'ৰা-ছোৱালীকেইটাই ভয়ত বিহ্বল হৈ ঘৰৰ পৰা ওলাই বৰফৰ মাজলৈ লৰ ধৰিলে। চনিয়াৰ গাত তেতিয়া সৰু চোলা এটাহে আছিল।

কিন্তু জাৰ্মানবোৰে ঘৰটোত থাকি সুবিধা নাপালে; সেইদেখি সিহঁত আন এটা ঘৰলৈ গুচি গ'ল। তেতিয়া চেকবহঁত ঘৰলৈ আকৌ উভতি আহিল। কিন্তু সিহঁতে আহিয়েই প্ৰথমে দুৱাৰমুখখন আঁতাই লব লগা হৈছিল। এটা কথা দেখা গ'ল যে জাৰ্মানবোৰে বৰফৰ মাজত বাহিৰলৈ ওলাই যাবলৈ টান পাইছিল। সেইদেখি সিহঁতে দুৱাৰমুখতে ময়লাৰে ভৰাই পেলালে। ঘৰৰ ভিতৰ সোমাওঁতে সিহঁতে যে সেই ময়লাবোৰ গচকি আহিব লাগিব আৰু ঘৰৰ ভিতৰখনত দুৰ্গন্ধ উঠিব, সেইবোৰ কথালৈ সিহঁতৰ চিন্তা নাছিল। ওকালিত পেট আঙোৰ-পাঙোৰ কৰাত তাই দাঁত কামুৰি লৈছিল। সন্দেহত তাই ঘৰৰ ভিতৰখনো ভালকৈ পৰীক্ষা কৰিলে—জানোচা সিহঁতে ইয়াতো লেতেৰা কৰিলে। ঘৰটো ভাল নাপাই সিহঁতে এৰি থৈ গ'ল; সেই আখেজতে ঘৰটো এইদৰে লেতেৰা কৰিলে বুলি তাই প্লোনতে

ভাবিছিল। কিন্তু পিছত দেখিলে যে সিহঁতে সকলোতে সেই একে ব্যৱহাৰকে কৰিছিল; আৰু চেকৰহঁতৰ বেলিকাও এই নীতিৰ লৰচৰ নহ'ল।

মেলিয়াচিথাৰ তাত ল'ৰা-ছোৱালীবোৰ কেনেকৈ থাকিব? অস্কাটোৱে যদি চাছাৰ লগত দন নকৰাকৈ থাকে! সি সৰু, ইপিনে দুৰ্বল; কিন্তু ইমান দন্দুৰা যে সি সদায় অশান্তিৰ বাঁহ। সদায় মাৰ খায়, আৰু এসোপা ঘা লগাই ঘৰলৈ উভতি আহে। সি সদায় তাতকৈ ডাঙৰ ল'ৰাৰ লগত মাৰপিট কৰি ফুৰে। চনিয়া ধীৰ আৰু তাই বয়স অনুসৰি টনকিয়ালো। কিন্তু বাকী দুটা— অস্কা আৰু নাইনা……অতজাক ল'ৰা-ছোৱালীক মেলিয়াই চম্ভালিব কেনেকৈ? তাইৰ নিজৰে আকৌ দুটা! এই অভাৱৰ দিনত তাইনো অতবোৰক খুৱাব কেনেকৈ?

সিটো চকুত জেভড'কিমে হুমুনিয়া কাঢ়িলে: "এখেচ কেনেকৈ শুই আছে চোৱাঁ……।"

নাকৰ ঘোঁটঘোঁটনি একেৰাহে চলি আছিল; যেন এন্ধাৰত ঠেকা খাই ডাঙৰকৈ প্ৰতিধ্বনিত হৈছিল।

মনৰ চিন্তাবোৰ আঁতৰ কৰি ৰাখিবৰ মনেৰে চেক্‌ৰিখাই সুধিলে —"আপুনি একা, ককা! আপুনি নোশোৱে নেকি?"

"আজিকালি মই বেছিকৈ শুব নোৱাৰোঁ। শুব খোজোঁ, কিন্তু আজি বহুত দিনৰপৰা মোৰ টোপনি নহা হ'ল।……… দুঘণ্টা বা তিনিঘণ্টা, তাতকৈ জীৱন গ'লেও মই বেছিপৰ শুব নোৱাৰোঁ। দিনো বৰ দীঘল হৈছে।"

হঠাৎ অল্‌গাই সুধিলে—"আমি ইয়াত বহুত পৰ আছোঁ নেকি?"

"কব নোৱাৰোঁ। এইদৰে বহি থাকিলে সময় নাযায়-দুপুৰায় যেন লাগে। এতিয়া গধূলি হৈছে যেন লাগিছে। সোৱা চোৱা, সিটো কোঠাত লেম এটা জ্বলিছে। মোৰ মনেৰে গধূলি হৈছে।"

অল্‌গাই হতাশভাৱে সুধিলে—"গধূলিহে হৈছে? মোৰ আকৌ কিমান সময় হৈ যোৱা যেন লাগিছিল!"

"এয়া দেখিছা! আইটি, ইমান বিতত নহ'বা। আমি ইয়াত আৰু কিমান দিন থাকিব লাগিব, তাৰ কি ঠিকনা আছে?"

"তাই ছোৱালী হৈ আছে। ডেকা মানুহৰ সদায় খৰ্‌খেদা।" —জেভড'কিমে হুমুনিয়া কাঢ়ি ক'লে।

চেক্‌ৰিখাই এন্ধাৰত তাৰপিনে চালে। তাইৰ কাৰণে এন্ধাৰেই সহজ হৈ পৰিছিল ; দুৱাৰৰ তলৰ সৰু ফাঁট এটাইদি কোঠাটোৰ ভিতৰলৈ অলপ পোহৰ আহিছিল। বেৰত আঁউজি থকা বুঢ়া মানুহটোৰ বগা মূৰটো অস্পষ্টভাৱে দেখা গৈছিল।

"খৰ্‌খেদা নো কিহলৈ ককা ? আমাৰ এতিয়া কলৈকো খৰ্‌খেদাকৈ যাবলৈ নাই। ইয়াত বহি থকা সময়কণ আমাৰেই। আৰু তাৰ পিছত কি হ'ব, সেইবোৰ পিছৰ কথা। এৰা..."

ভয়ে ভয়ে অল্‌গাই ক'লে—"আৰু যদি আমাৰ মানুহবোৰ আহে ?'' সিহঁত অহাৰ আশা নাই বুলি তাই ভাবিব নোৱাৰিলে ; তাই কোনোমতে ভাবিব নোৱাৰিলে যে মৃত্যুৰ কাৰণেহে এই এন্ধাৰ গুদাম-ঘৰটোৰ দুৱাৰ মেল খাব।

"তুমি আকৌ পাহৰি নাযাবা যে জাৰ্মানে আমাক কেৱল তিনিদিনহে সময় দিছে।"

''কেলেই, এই তিনিদিনৰ ভিতৰতে ?"

"ইমান বৰফ ধুমুহাত ? ইমান সহজ কথা নহয়। সিহঁত মেচিনগান, বৰটোপ লৈ আহিব কেনেকৈ ? এনেকুৱা ভয়ানক বৰফ-ধুমুহাত তুমি নিজৰ নাকটোকে নেদেখা। ক'ৰবাত খালে-ডোঙে পৰি বৰফত পোত যাব লাগিব।" চেক্‌ৰিখাই ধীৰভাৱে কথাখিনি ক'লে। হঠাৎ তাই উপলব্ধি কৰিলে যে নিজৰ কথাকে তাই নিজে বিশ্বাস কৰিব পৰা নাই।

অৰণ্যে বৰফ আছে ; তথাপি সিহঁতে অটল বিশ্বাস লৈ সেইদৰেই অপেক্ষা কৰি আছে। কিয় ! সিদিনা ৰাতিপুৱাও দেখোন সিহঁত আহিছে বুলি তাই ভাবিছিল। ভাবিছিল—ৰেডসৈন্য হয়তো এতিয়ামানে লেছচেন পৰ্য্যন্ত পালেহি ; কিজানি খালে খালে আহি পাহাৰী বাটেদি আগবাঢ়িছে ; তেনেহ'লে এতিয়ানো সিহঁত নাহিব কিয় ? কালি আৰু পৰহি বৰফ-ধুমুহা হৈছিল—কিন্তু সিহঁতে বৰফ-ধুমুহালৈ কি ভয় কৰিব ? সেই ঠাইৰ সকলো বাট-ঘাট সিহঁতে চিনি পায ; হেজাৰ হওক, এইখন সিহঁতৰ নিজৰ দেশ। ধুমুহা, বৰফ—এইবোৰ সিহঁতৰ কাৰণে সহজ হৈ পৰিছে। এইবোৰৰ সম্মুখীন হোৱা সিহঁতৰ কাৰণে একো নতুন কথা নহয়।

হয়, অল্‌গাই ঠিকেই কৈছে। সিহঁত আহিব পাৰে। মৃত্যুৰ সন্মুখত মাথোন তিনিটা দিন ; তাৰ যেই সেই এদিনতে সিহঁত

আহিব পাৰে। হঠাৎ ছুৰাৰ মেল খাব, গুলীৰ শব্দ ভাঁহি উঠিব আৰু সিহঁত গুদামঘৰৰ অন্ধকাৰৰ মাজৰপৰা ওলাই গৈ মুকলি ঠাই টুকুৰা পাবগৈ। নিজৰ সৈন্যবোৰক লগ পাব আৰু তাৰ পিছত ল'ৰা-ছোৱালীকেইটাক বিচাৰি মেলিয়াকহঁতৰ ঘৰলৈ বেগ দিব।

বোধকৰোঁ সিহঁত আহিছেই—নিশাৰ এন্ধাৰত গা ঢাকি আহিছে; কিজানি বৰফ-ধুমুহাৰ মাজত আঁৰ হৈ আহিছে, ধুমুহাৰ শব্দই আন সকলো শব্দ মাৰ নিয়াইছে। সিহঁতে এতিয়া গাৱঁৰ পিনে মনে মনে বগাই আহিছে। তাৰ পিছত হঠাৎ বিজুলীৰ দৰে গাওঁখন আক্রমণ কৰিব।...গাওঁখনৰ বুকুত বহি জার্মানে গাৱঁৰে তেজ শুহি খাইছে; সিহঁতে এই জার্মান দস্যুদলক কাকতী কৰিওৰ দৰে এফালৰপৰা কাটি-মাৰি ধ্বংস কৰি নিব।

তাই ডাঙৰকৈ ক'লে—"এৰা, সিহঁত আহিব পাৰে; আমি বোধকৰো সিহঁতক দেখিবলৈ পাম।"

অল্‌গাৰ ধাতু আহিল—"তুমিও ভাবা? সিহঁত আহিব বুলি তুমিও ভাবা?"

জেভড'কিমে সৰুকৈ ক'লে—"আহিব পাৰে। উস্ এতিয়া-মানে সিহঁত পাবহি লাগিছিল, যথেষ্ট সময় হ'ল!"

অল্‌গাই থোকাথুকি মাতেৰে ক'লে—"সিহঁতে আমাক ভাল অৱস্থাতে পাবহি। আমাক ক'ত বন্ধ কৰি ৰাখিছে সেই কথা সকলোৱে জানে।" এই কথাকিটাকে তাই সেই মুহূর্তত বৰ জৰুৰী কথা বুলি ভাবিছিল। তেতিয়া সিহঁত আৰু এক মুহূর্তৰ বাবেও তাত বহি থাকিব নালাগে। সিপিনে ৰেড্‌বাহিনীৰ সঙ্গীনৰ খোঁচাত জার্মানবোৰ গাৱঁৰপৰা প্রবল বৰফ-ধুমুহাৰ মাজলৈ লৰ ধৰিব লাগিব।

চেক্‌ৰিথাই সান্ত্বনাৰ সুৰত ক'লে—"তাকে ভাবি মূৰ ঘমাব নালাগে। সিহঁত আহে যদি আহিব। তুমি যিদৰে কৈছা, সিহঁত যেন ইতিমধ্যে গাওঁ পালেহিয়েই।"

"সঁচাকৈ জানো পাবহি নোৱাৰে?"

উপায়হীনভাৱে আঙুলিবোৰ টানি চেক্‌ৰিথাই ক'লে, "পাবহি পাৰে।"

তেতিয়াও মালাছাই এন্ধাৰৰ পিনে চাই আছিল। এৰা, সিহঁতে আশা কৰিব পাৰে—এইদৰে জীৱন ৰক্ষা কৰিবলৈ সিহঁতে আশা কৰিব পাৰে—কিন্তু তাইক কোনেও সহায় কৰিব নোৱাৰে,

কোনেও ৰক্ষা কৰিব নোৱাৰে। সিহঁতৰ সৈন্যবাহিনী আহিব। কিন্তু তাৰ পিছত কি হ'ব? সিহঁতক আদৰি আনিবলৈ বা সিহঁতৰ সুখৰ ভাগী হবলৈ তাই যাব নোৱাৰিব। তাই সিহঁতক এটোপা পানীও যাচিব নোৱাৰিব। নাইবা, সিহঁতক তাইৰ ঘৰলৈ মাতি আনিবও নোৱাৰিব। কোন তাই? তাই জাৰ্মানৰ শয্যাশায়িনী। তাইৰ গৰ্ভত জাৰ্মানৰ সন্তান। তাই অনন্ত কালৰ কাৰণে অভিশপ্তা। সিহঁতৰ সৈন্যবাহিনী আহিব; গাৱঁৰ জীৱন আকৌ উভতি আহিব; আকৌ বাটত ছোৱালীবোৰে গান গাবলৈ ধৰিব আৰু ৰেড্‌বাহিনীক দেখি মিচিকিয়াই হাঁহিব। ঘৰে ঘৰে প্ৰেমৰ বুৰঞ্জী আৰম্ভ হ'ব; কোনেও সেই কথাত গৰিহণা নিদিয়ে; কাৰণ, সেইবোৰ সিহঁতৰ নিজৰ মানুহ নহয় জানো? ছোৱালীবোৰে নো সিহঁতক চুমা এটাৰপৰা বঞ্চিত কৰিব কিয়? কিয়নো সিহঁতৰ কোনটো কেইদিনলৈ জীয়াই থাকে সেই কথা কোনে জানে? তাইকহে কোনেও নাচাবই; তাইৰ ওচৰৰপৰা সকলো আঁতৰি যাব। আৰু যদি যুদ্ধও শেষ হয় আৰু ইভান উভতি আহে, তেতিয়া সিও তাইৰ কাষলৈ নাহে। সিহঁতে তাক কৈ দিব; সি ঘৰৰপৰা আঁতৰি থাকিব আৰু তাইক বাটত লগ পালে অচিনাকি মানুহৰ দৰে কাষেদি গুচি যাব; আনকি ঘৃণাত মাটিত থু পেলাবও পাৰে।

ইটো চুকত অল্‌গাই ফুচফুচাই কথা কৈ থকা তাই শুনি আছিল। তাইৰ খং উঠিল—"সিহঁত মোৰপৰা যিমান পাৰে সিমান দূৰত বহিছে।" কিন্তু তাই পাহৰি গ'ল যে সিহঁত সকলোৱে নবহালৈকে তাই নিজেই বাহিৰত বৈ আছিল আৰু তাৰ পিছত তাই সিহঁতৰপৰা আটাইতকৈ নিলগৰ চুকটোত বহিলগৈ। এৰা, অল্‌গাই বাট চাব পাৰে। অল্‌গাৰ মৃত্যুলৈ ভয় কৰিবৰ কাৰণ আছে—জীয়াই থাকিবলৈ অল্‌গাৰ সম্বল আছে। অস্তাপ যুঁজৰপৰা উভতি আহিলে সিহঁতৰ বিয়া হ'ব। আনৰ দৰে সিহঁতেও জীৱন কটাব, কাম-বন কৰিব। অস্তাপৰ সন্তানক তাই জন্ম দিব। কিন্তু কেৱল তাইহে যুঁজৰ আগতে যেনেকুৱা আছিল তেনেকুৱা আৰু কেতিয়াও নহয়; ইপিনে মালাছায়েই এসময়ত গাৱঁৰ ভিতৰত শ্ৰেষ্ঠা কৰ্মী আৰু আটাইতকৈ সৰবৰহী ছোৱালী বুলি পৰিগণিত আছিল।

ফেড্‌চিয়াই ভেচিয়াৰ শোক পাহৰিব; শেহত সময়ৰ লগে লগে তাই পুতেকৰ কথা শান্তভাৱে সুঁৱৰিব। মুঠতে, দেশৰ বাবে প্ৰাণ ত্যাগ কৰা সিয়েই প্ৰথম বা শেষ নহয়। লেভনিয়াকৰ মাক-বাপেকেও পাহৰি যাব। সিহঁতৰ আৰু দুটা ল'ৰা আছে, দুজনী ছোৱালী আছে। ল'ৰা দুটা যুঁজৰপৰা উভতি আহিলে ঘৰ আকৌ ভৰি পৰিব। জাৰ্মানে ভঙা ঘৰবোৰ মানুহে আকৌ সাজিব; ফুলনিৰ যিবোৰ গছ জাৰ্মানে নিৰ্দয়ভাৱে কাটি পেলালে, সেইবোৰৰ ঠাইত নতুন গছ ৰুব। মানুহৰ গাৰ ঘাবোৰ শুকাই যাব আৰু সকলো আগৰ দৰে হ'ব। কেৱল তাইৰহে আশা কৰিবলৈ একো নাই; একো উভতি নাহে, একো পাহৰি নাযায়। সকলোৰে সমুখত একোটা পথ মুকলি হৈ আছে; কিছুমানৰ কঠিন, কিছুমানৰ সহজ। তাইৰ সমুখতহে কোনো পথ নাই।

গাঁৱৰ ভিতৰত তায়েই আটাইতকৈ ধুনীয়া ছোৱালী। সমূহীয়া পামৰ সকলো ছোৱালীতকৈ তাইৰ কামেই ভাল। একুৰি ছোৱালীৰ মাজত থাকিলেও সকলোৰে চকু পৰে তাইৰ ওপৰতহে; সিহঁতে গান গাওঁতে আনবোৰতকৈ তাইৰ মাতটোহে বেছি স্পষ্ট আৰু শুদ্ধ হয়। কাৰো এনে বেণী, এনে চকু আৰু এনে ঠেক, ধেনুভিৰীয়া চেলাউৰি নাই। এইবোৰৰ বাবে এসময়ত তাই কিমান ৰং পাইছিল! নিজৰ ৰূপৰ গৌৰৱত তাই শিৰ তুলি ফুৰিছিল।

কিন্তু ইয়েই শেহত তাইৰ দুখ আৰু দুৰ্দশা চপাই দিলে। বুঢ়ী মাৰফাৰ দৰে তায়ো সোঁতোৰা পৰা আৰু লেৰেলী হোৱা হ'লেই ভাল আছিল। খোৰা উষ্টিয়াৰ দৰে কুঁজী বা ৰঙাচুলীয়া হোৱাহেঁতেন ভাল আছিল। তাই যদি ক্লেভাৰ দৰে কুৎসিৎ হ'লহেঁতেন! তাই ইহঁতবোৰৰ নিচিনা নাছিল, সেইবাবেই সিহঁত তিনিটাৰ তাইৰ ওপৰত চকু পৰিল। সেয়ে তাইৰ ধ্বংস চমুৱাই আনিলে।

মাজে মাজে দুৱাৰৰ ফাঁকেদি মানুহৰ মাত আৰু খোজৰ শব্দ আহিছিল। জাৰ্মানবোৰ তাতে আছিল। সিহঁতে গাঁৱৰ ছভিয়েট বহা ঘৰটোত যিদৰে ৰৰমভা বোলাই ফুৰে, যেন সিহঁত নিজৰ ঘৰতহে আছে। সিহঁতে নিজক তাৰ গৰাকী বুলি ভাবিছিল। মালাছাৰ হাতৰ মুঠিকেইটা টান হৈ পৰিল। সিহঁত কেৱল তাতেই নাই; থেইভতো আছে—তালৈ তাই এখন মেলা চাবলৈ গৈছিল। খেইভৰ বহল বাটত সিহঁতে খোজকাঢ়ি ফুৰে; খেইভৰ

সোণালী দ'লকিটা পাৰ হৈ দীঘল দীঘল খোজেৰে বাটত ঘূৰি ফুৰে। থাৰকোভৰ বাটতো সিহঁতৰ বুটৰ গচক পৰিল। সৈনিকৰ বুট পিন্ধি সিহঁতে ইউক্রেনৰ মাটিত সদৰ্পে ভেও দি ফুৰিছিল। কেৱল মালাছাই নহয়, ইউক্রেনৰ মাটিও আজি ভ্ৰষ্টা, অপমানিতা আৰু কলঙ্কিতা। নগৰবোৰ এৰা পৰিল, ভস্মীভূত গাৱঁৰ ছাই বতাহত উৰি গ'ল। নোপোতা শবোৰ মাটিত পৰি থাকিল আৰু কাঁচীকাঠত মৰা শ ওলমি থাকিল। পৃথিৱী তেজেৰে তিতি গ'ল, চকুলোৰে ডোঙা বান্ধিলে।

কিন্তু সেই দিন আহিব, যিদিনা মুক্ত দেশক সোণালী ৰ'দে আকৌ ছাটি ধৰিব। আকৌ নিপৰ নৈ মুক্ত হৈ, আপোন পথেদি বাগৰি যাব। ভৰছক্লা, লপান আৰু চিল আকৌ সশব্দে বৈ যাব। নৈৰ কোবাল সোঁতে দেশ ধুই নিব; দেশৰ সকলো কলঙ্কৰ চেকা আৰু আবৰ্জনা ধুই নিব। তেজেৰে তিতি যোৱা মাটিত খেতি শতগুণে উপচি পৰিব। ঘেঁহুৰ পাতবোৰে বতাহত অসীম সাগৰৰ দৰে ঢৌ খেলিব। ধানৰ পথাৰবোৰ সোণৰ দৰে জিলিকি উঠিব। ফুলনিত আকৌ 'হলিহুক' ফুল ফুলিব। আৰু বিলাহীৰ ৰঙা গুটিবোৰ কেউপিনে উপচি পৰিব।

দেশ আকৌ পৰিষ্কাৰ হৈ উঠিব আৰু ফলে-ফুলে জাতিষ্কাৰ হৈ সম্পদেৰে উপচি পৰিব।

কিন্তু মালাছাৰ যি পৰিবৰ্তন হ'ল, ই চিৰদিনলৈ থাকি যাব; তাইৰ দৰে দুৰ্ভগীয়া পৰিত্যক্তা এজনীৰ কাৰণে সকলো পথেই ৰুদ্ধ। তাইৰ বুকু ফালি আপোনাআপুনি এটা কেঁকনি ওলাই পৰিল।

চেক্‌ৰিথাই সুধিলে—"মালাছা, তুমি শোৱা নাই নেকি?"

মালাছা উচাপ খাই উঠিল। মানুহজনীৰ মাতত তাই অনিচ্ছাৰ ভাব থকা যেন পালে। সেই বাবে তাইৰ খং উঠিল। মন নাই যদি কথা নাপাতিবি! ভাও ধৰ কিয়?

তাই খেচ্‌খেচাই উঠিল—"নাই শোৱা। পিছে তোমাৰ কি হ'ল?"

"সুধিছোঁহে।"

"সুধিবৰ আৱশ্যক নাই। মোৰ কাৰণে ইমান উচ্‌পিচনি লগাব নালাগে।"

"খং কৰিছা কেলৈ? আমাৰ সকলোৰে একে অৱস্থা।"

বিৰক্তিৰ হাঁহি মাৰি মালাছাই ক'লে—"সকলোৰে একে অৱস্থা ? নহয়, মোৰ বেলেগ ।"

"সেইটো এটা দুৰ্ভাগ্য……"

"তুমি দেখিছোঁ দুৰ্ভাগ্যৰ বিষয়ে বহুত কথা জানা ?" তাইৰ মনত প্ৰবল বিদ্ৰোহ জাগিছিল আৰু তাকে কাৰোবাৰ ওপৰত তাই জাৰিবলৈ বিচাৰিছিল—"তুমি নিজে ঠিক থকালৈকে অন্ততঃ তাতে মনে মনে বহি থকাই ভাল । আন নহ'লেও প্ৰেখেচৰ নাকৰ ঘোঁট-ঘোঁটনিকে শুনি থাকিব পাৰা ।"

চেক্ৰিথাৰ চোলাৰ হাতটো টানি অল্‌গাই ক'লে—"তাইৰ লগত কথা নাপাতিবা ; তাই বৰ খঙাল ।"

কথাষাৰ মালাছাৰ কাণত পৰিল ।

"ঠিক কথা । তোমালোকে মোৰ লগত কথা পাতিব লাগিছে কিয় ? মই খঙাল, নীচ—সকলোৱে সেই কথা জানে । পিছে তোমাৰ কথাত তেনেহ'লে মো বৰষে নহয় নে ?"

মানুহকিজনীয়ে কথা বন্ধ কৰিলে । মালাছাই ঘনাই উশাহ লৈ এন্ধাৰৰ পিনে চাই থাকিল ।

খেতিৰ সময়ত বাতৰি কাগজত তাইৰ বিষয়ে লিখা কথাবোৰলৈ তাইৰ মনত পৰিল । আহ ! তেতিয়া তাই খঙাল নাছিল । লগৰ ছোৱালীবোৰে আৰু আন তিৰোতাবোৰে তাইক সাৰটি ধৰিছিল । কাগজত তাইৰ ছবি ওলাইছিল । 'ফটো'ত মালাছাক বৰ ভাল দেখা নাছিল । হাঁহোঁতে তাইৰ দাঁতবোৰ বৰকৈ চিক্‌মিকাই ওলাই পৰিছিল ; ইপিনে তাইৰ মুখখন এন্ধাৰত নেদেখা হৈছিল । তথাপি, তাইৰ ছবি কাগজত ওলাইছিল আৰু তলত তাইৰ বিষয়ে এনাৰী কথাও লিখা আছিল—আদৰ্শ যৌথ খেতিয়ক, মালাছা । তেতিয়া তাইৰ বিষয়ে এষাৰ কথা লিখিবলৈকো আছিল !……

আৰু এতিয়া ? সেই আদৰ্শ যৌথ খেতিয়ক, মেলেনিয়া ভিছনেভাই আজি এটা ওকণিয়ে খোৱা জাৰ্মানৰ সন্তানক ভাৰ বৈ ফুৰিছে !

বাহিৰত হোহোৱাই ৰতাহ । ডাঠ বেৰৰ মাজতো সেই শব্দ শুনা গৈছিল । হঠাৎ প্ৰেখেচৰ টোপনি ভাগিল, সি ডাঙৰকৈ হামি এটা মাৰিলে ।

খিয়ালত বুঢ়া জেভড'কিমে ক'লে—"সঁচাকৈ, তুমি হ'লে বৰ শুব পাৰা ।"

"কেলৈ নোৱাৰিম ? এঘুমটি মাৰিলে একো অপকাৰ নহয় ।

পিছত কি হয় কোনে জানে ?”

“কিটো হ’ব ? কি হ’ব আমি জানো !” টপৰাই অল্‌গাই মাত লগালে—“বোধকৰোঁ আমাৰ মানুহ পাবহি ।” সিহঁত আহিব বুলি এখেচে যেন সমৰ্থন কৰে, তাই তাকেই আশা কৰিছিল ।

“নিশ্চয় আহিব পাৰে……কিন্তু এই তিনিদিনৰ ভিতৰতে যে আহিব, তাৰ কোনো অৰ্থ নাই……”

“নহ’লে আমাৰ গৰিলাবোৰো আহিব পাৰে ।”

খেতিয়কটোৱে বাধা দি ক’লে—“সেয়া দুৰাশা । সিহঁত ইয়ালৈ কেনেকৈ আহিব ? সিহঁত বহুত দূৰত হাবিৰ মাজত আছে । এনে বৰফৰ মাজত সিহঁতে ইয়ালৈ অহাৰ কথা ভাবিবও নোৱাৰে । জাৰ্মানে সিহঁতক খেদি খেদি মাৰিব । গৰম দিনত অৱশ্যে বেলেগ কথা । তেতিয়া যলৈকে ইচ্ছা, তালৈকে যাব পাৰি । প্ৰত্যেক জোপাটোৱে ৰক্ষা কৰিব, লুকাবলৈ ঠাই দিব । কিন্তু এনে বতৰত মুকলি ঠায়েদি কেতিয়াও যাব নোৱাৰি ।”

“আৰু সৈন্যবাহিনী একা ?”

“সেনাবাহিনীৰ কথা বেলেগ । সিহঁতে যুঁজি বাট উলিয়াব ।”

অল্‌গাই হুমুনিয়া পেলালে ।

“কেনেকৈ বতাহ বলিছে !……”

জেভড’কিমে ক’লে—“এনে নিশাত মৃত্যুৱে ডেও দি নাচি ফুৰে বুলি মানুহে কয় ।”

অল্‌গাৰ গোটেই শৰীৰ কঁপি উঠিল । এনেয়ে গুদাম-ঘৰটোত ভয় লগা এন্ধাৰ । তাতে আকৌ বুঢ়াই এনেবোৰ কথা পাতিছে কিয় ?

চেক্‌ৰিখাই গহীনাই সমৰ্থন কৰি ক’লে “সঁচাকৈ মৰণে আমাৰ দেশত জপিয়াই ফুৰিছে……”

সিহঁত নীৰৱে থাকিল ; যেন ডাঠ বেৰৰ মাজেদি সিহঁতে মৃত্যুৰ পদধ্বনিহে শুনিছে । সিহঁতে যেন বাটত ঘূৰি ফুৰা মৃত্যুকহে চাইছে ।

বুঢ়াই ক’লে—“আজিকালি মৃত্যু দুটা ।”

“কেনেকৈ দুটা মৃত্যু হ’ল ?”

“অতি সহজ কথা । দুটা……এটা হৈছে, জাৰ্মান-মৃত্যু ; সি

নিয়ে আমাৰ মানুহবোৰক। আনটো হৈছে, জাৰ্মানবোৰৰ কাৰণে অপেক্ষা কৰি থকা মৃত্যুটো।”

অল্‌গা চেক্‌ৰিখাৰ্ৰ কাষ চাপি গ'ল।

“ককা! তুমি এনে কথা পতা উচিত নহয়। বৰ ভয়ানক কথা……”

গ্ৰখেচে টান মুখেৰে ক'লে—“ভয়ানক কথালৈ ভয় কৰিলে নচলিব। আজিকালি জগতখনেই ভয়ানক; তোমাক কি লাগে তাকেই তুমি জনা উচিত; আৰু আন একোলৈ ভয় কৰিব নালাগে। সিহঁতে তোমাক এবাৰ যদি ভয় খুৱাই লব পাৰে, তাৰ পিছত যি ইচ্ছা তাকে কৰিব পাৰিব।”

“কোনে কৰিব?”

“কোনে? কেলৈ! জাৰ্মানে। কেনেকৈ মানুহৰ মনত ভয় সুমাব পাৰে তাকে সিহঁতে প্ৰধানকৈ চেষ্টা কৰিছে। যদি সিহঁতলৈ তুমি এবাৰ ভয় কৰা, তেতিয়া তোমাৰ পিনে আধ্যা পৰিল। কিন্তু তুমি যদি ভয় নোখোৱা, তেনেহ'লে জাৰ্মানে তোমাক একো কৰিব নোৱাৰে।”

“ভেস্কাই সিহঁতলৈ ভয় কৰা নাছিল; তথাপিও তাক দেখোন গুলীয়াই মাৰিলে। আৰু পেছচাক……”

“সিহঁতে গুলীওৱা নাছিল বুলি মই ক'লোঁনে? গুলীয়াবৰ কাৰণেই সিহঁতৰ হাতত ৰাইফল আৰু সিহঁত জাৰ্মান বুলিয়েই সিহঁতে গুলীয়ায়। মই সেই কথা কোৱা নাছিলোঁ; শক্তি তাত নাথাকে…”

“তেনে ক'ত থাকেনো?”

“তুমি নিজে নাজানা নেকি?”

তাই উত্তৰ নিদিলে; কি ক'ব ভাবি নাপালে।

“বন্দুক হাতত লৈ থকাতহে শক্তি থাকে, কিন্তু বন্দুকৰ ওচৰত বশ্যতা স্বীকাৰ কৰাত শক্তি নাথাকে। তুমি লুকাই ৰাখিব খুজিলে শক্তিও লুকাই থাকিব; আৰু সিহঁতে তোমাৰপৰা একো সঁহাৰি নাপায়। কিন্তু নিশ্চয় এইবোৰৰ ওৰ পৰিব; সিহঁতৰ এটাও জীৱিত অৱস্থাত ইয়াৰপৰা সাৰি যাব নোৱাৰে। আৰু সিহঁতে যদি গুলীয়াই মাৰে?……আহ! তুমি এতিয়াও সৰু হৈ আছা। যোৱা যুদ্ধত আৰু গৃহযুদ্ধত কিমান মানুহ মৰিল!……১৯১৮ চনত জাৰ্মানে আমাৰ কি নকৰিছিল, সেই

কথা ভাবি চোৱাচোন। তথাপি তাৰ ফল কি হ'ল? তাৰ একো চিনচাব নাথাকিল, থাকিলোঁ আমিহে। দেশখন থাকি গ'ল আৰু থাকিল তাৰ মানুহবোৰ—তাৰ মানে সকলো থাকিল।"

"আস্! কিন্তু এভিয়া সিহঁতে ১৯১৮ চনতকৈ বহুত বেছি মানুহ মাৰিছে; একালবপৰা কেৱল ধুই নিছে।"

"এৰা, বেছিকৈ মাৰিছে। কিন্তু সিহঁতে আমাৰ সকলোকে মাৰিব নোৱাৰে। দেশ নতুনকৈ গঢ়ি তুলিবলৈ কোনোবা জীয়াই থাকিব। অলপ বাট চোৱাঁ, জীয়াই থাকিলে আমিয়েই দেখিম; আমি মৰিলেও আনে কি হয় দেখিব। যুদ্ধৰ পিছত দেশ আগতকৈ চহকী আৰু উন্নত হ'ব।"

অল্‌গাই হুমুনিয়া কাঢ়ি ক'লে—"এইবোৰ নিজে দেখা পোৱা হ'লে কিমান ভাল লাগিলহেঁতেন!"

"কেলৈ নেদেখিবা! তোমাৰ বয়স বাৰু কিমান?"

"উনৈশ!"

"উনৈশ……ককা, আমি উনৈশৰ ডেওনা পাৰ হোৱা কিমান দিন হ'ল?"

জেভড'কিমে চিঞৰি ক'লে—"সেয়া, দেখিছা! তুমি মেজৰ তলত চুঁচৰি ফুৰা সময়তে মোৰ ডাঢ়ি পকিবলৈ আৰম্ভ কৰে।"

"হব পাৰে। কিন্তু তাইৰ তুলনাত মই বুঢ়ী। নিজ চকুৰে দেখা পাবলৈ তুমি ইচ্ছা কৰিবই লাগিব, মইনা!……কেৱল উনৈশ বছৰীয়া ছোৱালী। আহ-হা! ককা আৰু মই তোমাতকৈ বহুত ডাঙৰ, তথাপি আমি সেই দিন নিজ চকুৰে দেখা পাবলৈ জীয়াই থাকিম বুলি আশা কৰোঁ……"

অল্‌গাই হুমুনিয়া কাঢ়ি ক'লে—"যুদ্ধৰ পিছত দেশৰ কি হয়, কেৱল তাকে চাবৰ ইচ্ছা হয়।"

হঠাৎ গ্ৰখেচ জঁপ মাৰি উঠিল।

"নহয়, মই কেৱল তাকে চাব খোজা নাই। জাৰ্মানৰ শেহৰ মানুহটোও যেন আমাৰ এই গাৱঁতে মৰে, তাকে মোক চাবলৈ লাগে। থেইভত বাকী বোৱা শেহৰ জাৰ্মানটো কাঁচী কাঠত ওলমি থকা চাবলৈ মোক লাগে। ৱিপৰৰ ওপৰৰ পাহাৰটোত কাঁচী কাঠ বহুৱাই তাত শেষৰ জাৰ্মানটোক কাঁচী দিবলৈ মোক লাগে। যিবোৰ জাৰ্মানে সিহঁতৰ ঘৰত বহি আমাৰ ডিঙিত কাঁচ লগাবৰ ব্যৱস্থা কৰিছিল, সেইবোৰক সিহঁতে ইয়ালৈ দৈ অহা চাবলৈ

মোক লাগে। সিহঁতৰ হতুৱাই ভস্মীভূত গাওঁবোৰ আৰু ধ্বংসপ্ৰাপ্ত নগৰবোৰৰ প্ৰতি গাঁথনিকে নতুনকৈ গঢ়ি তোলা চাবলৈ মোক লাগে। বাতৰি কাকতত কি কৈছিল, মনত আছেনে ?—প্ৰতি গাঁথনিকে গঢ়ি তুলিব লাগিব।”

চেকৃৰিখাই মাত লগালে—“সিহঁতক আকৌ ইয়াত দেখাতকৈ আমি নিজেই এইবোৰ কাম কৰা ভাল হ'ব।”

জেভড'কিমে হুমুনিয়া কাঢ়ি ক'লে—“আমাৰ মানুহবোৰ অতি মৰমিয়াল। আহ ! অতি মৰমিয়াল। আজি সিহঁতৰ খং উঠিছে, কিন্তু কাইলৈ সিহঁতে সকলো পাহৰি যাব ! আমাৰ মানুহে অন্তৰত হিংসা পুহিব নাজানে।”

“ককা, চিন্তা নকৰিবা। সিহঁত সৰলচিতীয়া হব পাৰে ; কিন্তু যেতিয়া কলিজাত কটাৰীৰ খোঁচ পৰে, তেতিয়া চাবা ! আৰু এতিয়া কলিজাত লাগিছেও। সিহঁতে পাহৰিব কেনেকৈ ? মৃত্যুৰ সময়লৈকে মানুহে এই কথা পাহৰিব নোৱাৰে। কে—তি—য়া—ও !”

চুকত বহি মালাছাই সিহঁতৰ কথাকে শুনি আছিল। গ্ৰেখেচৰ কিছুমান কথা তাইৰ নিজৰ ভাবৰ প্ৰতিধ্বনি যেন লাগিছিল। এৰা, ফাঁচীকাঠত শেহৰ জাৰ্মানটো ওলমি থকা চাবলৈ, ঘামৰ নৈ বৈ যোৱাকৈ সিহঁতে কাম কৰা চাবলৈ তায়ো বিচাৰে। কিন্তু সেইবোৰে তাইক শান্তি নিদিয়ে। সকলোৱে প্ৰতিশোধ লৈ অন্তৰ শাঁত পেলাব, কিন্তু তাইৰ অন্তৰখনহে কেতিয়াও শাঁত নপৰে। পুৰণি স্মৃতিয়ে তাইক সদায় আমনি কৰি থাকিব ; ৰক্তপাত, প্ৰতিহিংসা বা সময়ৰ সোঁতে সেই স্মৃতি ধুই নিকা কৰিব নোৱাৰে।

গ্ৰেখেচৰ শেহৰ কথাকেইটা তেতিয়াও বতাহত ভাঁহি থকা যেন লাগিল। জুইৰ আখৰৰ দৰে সেইবোৰে আটালৰ ক'লা চ'টিবোৰত যেন অগনি জ্বলাই দিছে—“মৃত্যুৰ দিনালৈকে মানুহে এই কথা কেতিয়াও নাপাহৰে।” আৰু মালাছায়ো তাৰে প্ৰতিধ্বনি তুলিলে —“কেতিয়াও নাপাহৰে।”

অল্‌গাই ফুচফুচাই ক'লে—“মোৰ পিয়াহ লাগিছে।”

গ্ৰেখেচে ক'লে—“সেইবোৰ কথা নাভাবিবা। সিহঁতে আমাক এটোপাও পানী নিদিয়ে। তিনিদিন পানী নোখোৱাকৈ তুমি চলিবই লাগিব ! ইয়াত গৰম নহয় ; আৰু একো কাম কৰিবও নালাগে। কেৱল বহিহে থাকিব লাগে। সহ্য কৰিব পাৰিবা।

তুমি মাথোন এইবোৰ কথা নাভাবিবা, নহ'লে তোমাৰ পানী খাবৰ মন যাব।"

"আ—হ!"

চেক্‌ৰিখাই মাত লগালে—"আইটি, তোমাৰ লাজ লাগিব লাগিছিল। সেইদৰে হা-হুমুনিয়া কাঢ়ি থাকেনে? তুমিহে কষ্ট ভোগ কৰিছা বুলি ভাবিছা নেকি? গাৱঁৰ কোননো ভাল অৱস্থাত আছে?"

"কিন্তু আমি জামিনৰ মানুহহে······"

"হব নোৱাৰিছোঁ! সিহঁতে তিনিদিনৰ মূৰত আমাক গুলীয়াব বুলি কৈছে। পিছে কিটো হ'ল? তুমি নিজে শুনা নাছিলা জানো? শস্য উলিয়াই দিবলৈ আমাক হুকুম দিছিল, গুলীয়াব বুলি ভয় দেখুৱাইছিল। কিন্তু কোনোবাই সিহঁতক কিবা দিবহি বুলি ভাবানে? আজিকালি সকলোৰে পাছে পাছে মৃত্যু লাগি ফুৰিছে······"

সকলো নিমাত হ'ল। অল্‌গাই মনোযোগেৰে শুনিলে; যেন তাই গাৱঁৰ মাজত ঘূৰি ফুৰা মৃত্যুৰ খোজৰ শব্দহে শুনিবলৈ চেষ্টা কৰিছে।

বাহিৰত হোহোৱাই বৰফ-ধুমুহা। বৰফবোৰ উফৰি পৰিছিল; দেখাত গাওঁখন নিটাল মাৰি শুই থকা যেন লাগে। ঘৰবোৰ বৰফত পোত খালে। বতাহৰ সোঁ-সোঁৱনিৰ মাজত অলেনাৰ চিঞৰ মাৰ গ'ল। এতিয়াও তাইৰ সন্তান জন্ম হোৱা নাই। তাইৰ চিঞৰৰ বাহিৰে একো শব্দ শুনা নাযায়—যেন গোটেই গাওঁখন টোপনিত লালকাল হৈ পৰিল।

কিন্তু গাৱঁৰ মানুহবোৰ শোৱা নাছিল। গাৱঁত ঘূৰি ফুৰা যি মৃত্যুৰ কথা জেভড'কিমে কৈছিল, সকলোৱে সেই মৃত্যুৰে পদধ্বনি শুনিছিল। বাটৰ ওপৰত মৃত্যুৱে বৰফৰ চাকনৈয়া পাতিছিল; ঘৰৰ ওপৰেদি পচোৰাৰ লগত মৃত্যু উৰি ফুৰিছিল; ভুতৰ দৰে মৃত্যু বেৰৰ জলঙাইদি বগাই আহিছিল। ঘৰৰ মূধ উৰাই নিছিল আৰু জাৰ্মান-কুঠাৰৰ কোব নপৰা, বাটৰ কাষৰ নেমু গছ কেইজোপা বতাহে উভালি নিয়ে যেন কৰিছিল। মৃত্যু যেন তাৰ বৰফৰ বুকুখনেৰে পৃথিৱীলৈ নামি আহিছে আৰু প্ৰকাণ্ড পাখি দুখনেৰে দেশ ছাটি ধৰিছে!

খালত মৰা মানুহবোৰ পৰি আছিল। মৃত্যুয়ে বৰফ বগৰাই দি সিহঁতৰ শৰীৰ আৰু কাপোৰৰ অৱশিষ্ট অংশ ঢাকি পেলালে। হোহোৱাই গৈ মৃত্যুয়ে ভেচিয়া ক্ৰেভচাকৰ ক'লা মুখখন ঢাকি পেলালে; সেইখন মুখকে তাৰ মাকে আজি ইমানদিন লেভেৰা হ'বলৈ নিদি যত্নেৰে ৰাখিছিল। এমাহৰ আগৰপৰা গাৱঁৰ ওচৰত পৰি থকা ৰেড্ ফৌজৰ মানুহবোৰৰ ওপৰত মৃত্যুয়ে নতুনকৈ এদ'ম বৰফ ছটিয়াই দিলে। ইয়াত এই খালটোৱেই মৃত্যুৰ ৰাজ্য; ইয়াতে মৰাশবোৰ শিল যেন হৈ বৰফৰ মাজত দ'ম বান্ধি পৰি আছে।

লেভ'নিয়াক গৰিলাৰ দললৈ যাব খুজিছিল; আজি মৃত্যুয়ে তাৰ ওলমি থকা শটোৰে দোলন খেলিছে। এই শটোও ক'লা হ'ল আৰু শিল যেন টান হৈ পৰিল। ৰচিডাল কেৰ্ কেৰাই উঠে, ৰতাহ বলিলে শটো ৰৰকৈ ঢুলিবলৈ ধৰে। ল'ৰাটোৰ ভৰিকিটাই খুটিটোত খুন্দা মাৰেগৈ; থেপেক্‌কৈ গধুৰ শব্দ এটা উঠে।

উন্মাদৰ দৰে আঁকাই-পকাই আহি মৃত্যুয়ে চালিখনৰ দুৱাৰত খুন্দিয়ালে; সেই চালিখনৰ তলতে খেৰৰ ওপৰত অলেনাই প্ৰসৱ কৰিছিল।

হাঁহিৰে হোহোৱাই মৃত্যুয়ে তাৰ সময়ৰ কাৰণে বাট চাই আছে। বিকট হাঁহি মাৰি গাৱঁৰ ওপৰেদি পাৰ হৈ গৈছে। মানুহে সেই শব্দ শুনিছিল। সিহঁত ঘৰত শুই থকা নাই। বিচনাত দীঘল দি সিহঁতে আটালৰ-পিনে একেথৰে চাই আছিল। সিহঁতে এন্ধাৰৰ মাজত মৃত্যুৰ মাতকে শুনিলে। এই হুৰহুৰণিৰ মাজত সিহঁতে জাৰ্মান-মৃত্যুৰ মাত শুনিলে। আনন্দত মতলীয়া হৈ মৃত্যুয়ে ঢেক্‌ঢেকাই হাঁহিছিল; চিকাৰৰ আশাত তাৰ হাতোৰাৰ নখবোৰ চোকা কৰি লৈছিল—মৃত্যুয়ে প্ৰচুৰ শস্য চপাবৰ আশা কৰিছিল। কেৱল খালত গুলীয়াই মৰা পেছচাক আৰু জাৰ্মানৰ ফাঁচত ওলমি থকা লেভনিয়াকেই যথেষ্ট নহয়। সকলোৰে ওপৰত জাৰ্মানৰ ফাঁচ ওলমি আছিল; ৰাইফলৰ ক'লা নলটোৱে সকলোৰে বুকুলৈ লক্ষ্য ৰাখিছিল।

গুদাম-ঘৰটোত থকা মানুহবোৰেও সকলোৰে মনত খেলোৱা কথাবোৰকে পাতিছিল। ধুমুহা আৰু মৃত্যুয়ে হোহোৱাই থকা

এনে নিশাও সেই ভাববোৰেই কাৰো চকুত টোপনি নোহোৱা কৰিলে। বুঢ়া জেভড'কিমে সেই দীঘলীয়া নিস্তব্ধতা ভাঙিলে।

"কেতিয়াও সিহঁতে সকলোকে গুলীয়াই মাৰিব নোৱাৰে। ......কেনেকৈ পাৰিব? গোটেই গাওঁখন উজাৰ কৰি দিব পাৰিবনে? কোনেও সিহঁতক ধান-চাউল নিদিয়ে।"

গ্ৰেখেচে কঠুৰা হাঁহি এটা মাৰি ক'লে—"সেইটোনো সিহঁতলৈ কি কথা? কিবা এইবাৰেই প্ৰথম নে? লেভেনেভ্‌কাত সিহঁতে কি কৰিলে? চাহডিত কি কৰিলে? আৰু কষ্টিনকাত?"

বৰ্তমান ধ্বংসৰ স্তূপত পৰিণত হোৱা সেই গাওঁকেইখনৰ প্ৰেতাত্মা সিহঁতৰ চকুৰ আগত ভাঁহি উঠিল। লেভেনেভ্‌কা মাটিৰ লগত মিলি গ'ল। জাৰ্মানবোৰে গাওঁখনৰ কেউপিনৰপৰা জুই লগাই দিলে আৰু জুইৰ মাজৰপৰা পলাই যোৱা খেতিয়কবোৰক গুলীয়াবলৈ ধৰিলে। মাকহঁতৰ চকুৰ আগতে ল'ৰা-ছোৱালীক দপ্‌দপাই জ্বলি থকা জুইৰ মাজলৈ দলিয়াই দিলে। জাৰ্মান সৈন্য এটালৈ কোনোবাই গুলীয়াইছিল; সেয়ে সকলোৰে মূল। ......তাৰ পিছত সিহঁতে দেখিলে চাহডিৰ প্ৰেতাত্মা। সমুদায় ডেৰশ অধিবাসীক খাল এটাৰ পিনে খেদি নিলে; সেই খালটোৰপৰাই এসময়ত ইটা তৈয়াৰ কৰা মাটি যোগোৱা হৈছিল। তাতে সেই মানুহবোৰক হাত-বোমাৰে ধ্বংস কৰিলে। আৰু কষ্টিনকাত? তাত সিহঁতে মানুহবোৰক ফাঁচী দিলে; নাঙঠা তিৰোতাবোৰক আৰু ল'ৰা-ছোৱালীবোৰক ৪০ ডিগ্ৰিৰ বৰফৰ মাজলৈ খেদি নিলে। সাহায্যৰ আশাত দূৰৰ চুবুৰীয়া গাওঁখনলৈ যাওঁতে বাটতে সিহঁত মৰিহজি নাইকিয়া হ'ল।

"চাহডি, লেভেনেভ্‌কা, কষ্টিনকা......সেইবোৰ হৈছে আমাৰ জিলাত। পিছে আন ঠাইত কি হৈছে? খেইভ্, অডেচা আৰু আন আন নগৰবোৰত সিহঁতে কি কৰিলে? আমাৰ সকলুৰা নগৰ আৰু গাওঁবোৰৰ কি অৱস্থা কৰিলে? ১৯১৮ চনত কি হৈছিল? উস্, ককা, মানুহে ভাবিব আপুনি এই প্ৰথম এইবোৰ কথা শুনিছে আৰু দেখিছে।"

অল্‌গাই নীৰৱে ভাইৰ হাত দুখনেৰে চকুকেইটা ঢাকিলে। অলপ আগতে তাই সকলো কথা সহজ বুলি ভাবিছিল। তাই ভাবিছিল, অলপতে গুলীৰ শব্দ শুনিব আৰু তাৰ পিছত সেই

চিৰপৰিচিত জয়ধ্বনি উঠিব ; দুৱাৰ মেল খাব……মুক্তি……
সিহঁতে জীৱন ঘূৰাই পাব! কিন্তু ইপিনে সিহঁতে কেৱল মৃত্যুৰ
কথা পাতিছে, যেন সিহঁতৰ নিশ্চয় মৃত্যু হ'ব—মৃত্যু যেন অনিবাৰ্য্য।
সিহঁতে কথাবোৰ নিচেই সামান্য কথাৰ দৰে গহীনাই কোৱা শুনি
তাইৰ অন্তৰ আতঙ্কত শিয়ঁৰি উঠিছিল। তাই দুখেৰে ভাবিবলৈ
ধৰিলে—"সিহঁতৰ কাৰণে মৃত্যু ভাল হ'ব পাৰে। যিমান বছৰেই
নহওক, জেভড'কিম বহুত দিন জীয়াই থাকিল। কোৱা শুনিছোঁ
বোলে আশী বছৰ হৈছে। সেই বয়সত মৰিবলৈ উজু।…গ্ৰখেচ
…১৯১৮ চনৰ যুদ্ধত সি আছিল। তাৰ ছোৱালীকেইজনী ডাঙৰ
হ'ল ; ঘৈণীয়েকজনী খিংখিঙীয়া। তাৰ কাৰণে মৰিবলৈ নো
কি কথা? চেক্‌ৰিখা……" অল্‌গা অলপ বিমোৰত পৰিল, তাইৰ
খোকোজা লাগিল। "অ', হয়, চেক্‌ৰিখাৰ তিনিটা ল'ৰা-
ছোৱালী আছে আৰু তাইৰ গিৰিয়েক এতিয়া যুদ্ধত। তথাপিও
তাইৰ গিৰিয়েক আছে, তিনিটা ল'ৰা-ছোৱালী আছে। আৰু
মই? মই জীৱনৰ কিমান দূৰ দেখিলোঁ? সিহঁতে কবলৈ
ভাল……"

জেভড'কিমে ক'লে—"তথাপি কোনেও সিহঁতক খুদ-কণ এটাও
নিদিয়ে।"

চেক্‌ৰিখাই হয় দিলে—"নিশ্চয় নিদিয়ে।"

খালৰ কাষৰ এমূৰৰ শেষ পঁজাটোলৈকে গাৱঁৰ সকলোৱে
সেই একে কথাকে ভাবিছিল। ধান-চাউল সাৰধানে মাটিৰ
তলত পুতি থোৱা আছে। দূৰৈৰ পথাৰত আৰু বৰফ গোট
মাৰি শিল যেন হোৱা মাটিৰ তলত এইবোৰ পুতি থোৱা আছে।
সোণালী ৰঙৰ ঘেঁহু, সৰিয়হ যৱ মাটিৰ তলত পুতি থৈছিল।
ৰেড্‌বাহিনীৰ হাতত শোধাই দিব নোৱাৰা বস্তুবোৰ সিহঁতে মাটিত
লুকাই থৈছিল। মুঠতে, যোৱা শৰৎ কালত চপোৱা সোণালী
ৰঙৰ প্ৰচুৰ খেতিৰ অৱশিষ্ট ভাগটো মাটিৰ তলত পুতি থোৱা
হৈছিল। বৰফৰ ডাঠ আৱৰণৰ তলত আৰু বতাহে উৰাই আনি
দ'ম বন্ধা বৰফৰ তলত সোণালী শস্যবোৰ ঢাক খালে। কোনেও
সেইবোৰ উলিয়াব নোৱাৰে। ক'ত আছে তাকো কোনেও অনুমান
কৰিব নোৱাৰে। জাৰ্মানবোৰে শ শ ক্ৰোশ জুৰি মাটি খান্দিব
নে?

মাটিৰ তলত পুতি থোৱা সোণালী শস্যবোৰ গাওঁখনৰ কেৱল অন্ন যোগোৱা ব্যৱস্থা হিচাপেই পৰিগণিত হোৱা নাই। নিজৰ জীৱন ধাৰণৰ বাবে সিহঁতে ৰুটি নাখায়ো থাকিব পাৰিব। কিন্তু দেশৰ সোণালী অন্তৰখনহে সিহঁতে মাটিৰ তলত, জাৰ্মানৰ ক্ষুধিত চকুৰ আঁৰত, লুকাই থ'লে। সোণবৰণীয়া গুটিবোৰেই এই মাটিৰ দান ; খেতিয়কবোৰে এই মাটিৰপৰা চপোৱা শস্যবোৰ তাতে লুকাই থৈছে। এই শস্য সমৰ্পণ কৰাই হৈছে—জাৰ্মান বাহিনীক ৰুটি যোগোৱা। এই শস্য সমৰ্পণ কৰাৰ অৰ্থ হৈছে—ওকণীৰে ভৰা জাৰ্মানবোৰক খাবলৈ দিয়া ; সিহঁতৰ উদং পেট ভৰিবলৈ দিয়া ; ঘা লগা, ঠেৰেঙা দিয়া শৰীৰত তাপৰ যোগান ধৰা। শস্যখিনি শোধাই দিয়াটো হৈছে—যিবোৰে ইমান নিস্বাৰ্থভাৱে, দেহেকেহে, বীৰত্বৰ সৈতে শত্ৰুৰ লগত এনে বৰফ-ধুমুহাত যুঁজ কৰিছে, সিহঁতৰ অন্তৰত আঘাত দিয়া। শস্য সমৰ্পণ কৰাৰ অৰ্থ হ'ব—দেশখনক শত্ৰুৰ হাতত তুলি দি বিশ্বাসঘাতকতা কৰা ; নিজৰ মানুহৰ প্ৰতি বিশ্বাসঘাতকতা কৰা ; জাৰ্মানক ইউক্ৰেনৰ সোণ ফলোৱা মাটিৰ গৰাকী বুলি সদৌ জগতৰ আগত স্বীকাৰ কৰা। শস্য শোধোৱাৰ অৰ্থ—নিজক আৰু নিজৰ মানুহৰ প্ৰতি বিশ্বাস-ঘাতকতা কৰা ; গাৱেঁ গাৱেঁ বিয়পি পৰা আদেশটো অৱমাননা কৰা ; 'শত্ৰুক এটুকুৰা ৰুটিও নিদিবা'—এই আদেশ সকলোৰে কাণত পৰিছিল আৰু ই সকলোৰে অন্তৰত এটা ছাব বহুৱাই দিছিল। এই শস্য সমৰ্পণ কৰাৰ অৰ্থ—নিজ দেশক পৰিত্যাগ কৰা ; নিজক শত্ৰুৰ ওচৰত বিক্ৰী কৰা ; এই যুদ্ধত, গৃহযুদ্ধত আৰু ১৯১৮ চনৰ যুঁজত দেশৰ কাৰণে প্ৰাণত্যাগ কৰা মানুহবোৰৰ প্ৰতি বিশ্বাসঘাতকতা কৰা। আৰু তাতোকৈ, যিবোৰে মানৱৰ মুক্তিৰ বাবে যুঁজিলে, যিবোৰে নিজৰ তেজৰ বিনিময়ত মুক্তি আনিলে, সেইবোৰৰ প্ৰতি বিশ্বাসঘাতকতা কৰা হ'ব।

গাওঁখনৰ ভিতৰত এখন হিয়াও নললবিল। পূৰ্বৰ পামৰ শ্ৰমিকবোৰেই এতিয়া ইয়াত নিজৰ উন্নত সমূহীয়া পামত বাস কৰিছে। তিৰোতাবোৰে উপায় বিচাৰিলে ; সিহঁত নাথাকিলে কেনেকৈ কাম-বন চলিব, তাৰেই চিন্তা কৰিলে।

আদবয়সীয়া কভেলচাকে এন্ধাৰত গুই গুই ভাইৰ ল'ৰা-ছোৱালী আঠটাই উশাহ সলোৱা শুনি আছিল। সিহঁতৰ কিছুমান বিচনাত আৰু কিছুমান জুহালৰ ওপৰৰ খলপাকিটাত

শুই আছিল। তাই ভাবিলে—লেনা ডাঙৰ হোৱালী; তাই ইবোৰক তদাৰক কৰিব পাৰিব, সিহঁতৰ খোৱা-মেলা কাম কৰিব পাৰিব। বেড্ বাহিনী উভতি আহিলে মাটিৰ তলৰপৰা সকলোৱে খাবৰ কাৰণে যথেষ্ট বস্তু পাব। তেতিয়ালৈকে কোনোমতে আনবোৰৰ দৰেই থাকিব।

ভিছেহ্বভাই এন্ধাৰত তাইৰ কেঁচুৱাটোৰ দোলনাখনৰ ওপৰত হালি পৰি ভাবিবলৈ ধৰিলে—কোনে তাইৰ কেঁচুৱাটোক খুৱাব? এতিয়া তায়েই তাৰ যত্ন লৈছে। কিন্তু তাই নিশ্চিত আছিল যে সিহঁতে তাক মৰিবলৈ এৰি নিদিয়ে। নিজৰ পিয়াহৰ গাখীৰ খুৱাবলৈ তাৰ কাৰণে মাক এজনী ওলাব।

গ্ৰেখেটিখায়ো তাকে ভাবি এন্ধাৰৰ পিনে চাই থৰ লাগিল। গ্ৰেখেচক জামিনত বন্ধ কৰি ৰাখিলে। তেনেহ'লে সিহঁতে শস্য নোশোৱাৰ বাবে কোন জগৰীয়া হ'ব? সি নে তাই—তাই ভাবি থিৰাং কৰিলে যে তায়েই জগৰীয়া হ'ব। কিন্তু সেই বাবে তাই চিন্তিত হোৱা নাছিল। তাইৰ সৰু ল'ৰা-ছোৱালী নাই, ছোৱালীবোৰ ডাঙৰ হ'ল। সিহঁত চলিব পাৰিব।

গাভক ভেনিয়াকে ভাবিলে, তাই আৰু কেতিয়াও গিৰিয়েকক নেদেখে। বেজাৰত তাইৰ হিয়াখন ফাটি যোৱা যেন হ'ল। এমাহৰ আগতে সি তাইলৈ চিঠি এখন দিছিল। আহত হৈ হাস্পতালত পৰি আছে বুলি লিখিছিল। তাৰপৰা বেহাই দিলে কেইদিনমানৰ ছুটী লৈ ঘৰলৈ অহাৰ সম্ভাৱনা আছে বুলি জনাইছিল। এমাহ হ'ল; ইপিনে জাৰ্মান আহি গাৱঁত সোমাল। যেতিয়া সিহঁতৰ নিজৰ সৈন্যবোৰ আহিব, তেতিয়া তাই আৰু নাথাকিব। নিজৰ বাবে আৰু গিৰিয়েকৰ বাবে তাইৰ দুখ লাগিল। তেওঁ শান্ত, সহায়হীন মানুহ; অকলে বৰ অসুবিধা পাব।

এন্ধাৰত শুই শুই সকলোৱে ভাবিছিল। সকলো নিজৰ ভাবত বিভোল। প্ৰত্যেকে নিজৰ মানুহবোৰৰ কথা ভাবিছিল। সিহঁতে শস্যৰ কথা ভাবিছিল। ভৰা ধলত বৰফৰ পাহাৰ খহাদি, পৃথিৱীৰ এই সোণোৱালী তেজ সোণালী সোঁতেৰে সকলোৰে মনৰ মাজেদি বৈ গৈছিল। নিজৰ মানুহবোৰ উভতি অহা শুভদিনলৈকে বস্তুবোৰে মাটিৰ তলত পৰি বাট চাই থাকিব। মানুহবোৰ বিচনাত পৰি আছিল; সিহঁতৰ ইটো-সিটোৰ মাজৰ অলপো সাদৃশ্য নাই। কিন্তু সেই নিশা সিহঁত সকলোৱে কেৱল এটা কথা ভাবিছিল।

সিহঁতে এই বিষয়ে আনৰ লগত তৰ্ক-পৰামৰ্শ একো কৰা নাছিল। প্ৰত্যেকে নিজে নিজে দৃঢ়ভাৱে থিৰাং কৰিলে যে শস্যবোৰ মাটিৰ তলতে থাকিব; ই জীৱনতকৈও বেছি আৱশ্যকীয়। লুকাই থোৱা গাঁতৰপৰা জাৰ্মানক এইবোৰ খান্দি উলিয়াবলৈ দিব নোৱাৰি।

আৰু হিল-দ'ল ভাঙি অহা ধুমুহাৰ বোকোচাত উঠি জাৰ্মান-মৃত্যুৱে গাৱঁৰ ওপৰেদি ঘূৰি ফুৰিলে; হাঁহি, কেঁকনি আৰু চিঞৰৰ শব্দ ভাহি উঠিল। বলিৰ আগত এয়ে মৃত্যুৰ হুতাহভৰা, নিষ্ঠুৰ আৰু বিকট হাঁহি। প্ৰত্যেক ঘৰৰপৰা এই হাঁহি শুনিলে।

সেই ৰাতি ৰখীয়া থকা জাৰ্মান সৈন্যবোৰ সিহঁতৰ ঠাইত ঠেৰেঙা লাগি থিয় দি থাকিল। ভয়ত কঁপি-জপি ইপিনে সিপিনে চায়, বৰফৰ ওপৰেদি লাহে লাহে খোজ কাঢ়িবৰ চেষ্টা কৰে। সিহঁতেও মৃত্যুৰ আহ্বান শুনিছিল। মৃত্যু সিহঁতৰ আঁৰে আঁৰে থকা যেন লাগিছিল; মৃত্যুৱে মনে মনে সিহঁতৰ একেবাৰে কাষেদি যাওঁতে সিহঁতৰ মুখত নীৰৱ, বৰফ যেন চেঁচা উশাহ পেলাই গৈছিল। মৃত্যু খালত লেপেটা কাঢ়ি বহি থকা, ঘৰৰ চুকত মৃত্যুৱে চোপ লৈ থকা আৰু মূধৰ খেৰৰ ওপৰত নিঃশব্দে বগাই ফুৰা সিহঁতে অনুভৱ কৰিলে। মৃত্যুৱে সিহঁতলৈ হেজাৰ-হেজাৰ ঘোপা চকুৰে চাই আৰু ওঁঠে ওঁঠে চেপি ধৰি, নিমাতভাৱে, সিহঁতৰ ওপৰত দণ্ডৰ বিধান দিয়ে। মৃত্যু নীৰৱে গাৱঁৰ জেওৰাৰ ওপৰেদি পাৰ হৈ যায়। চকোৱাৰ দাঁতিত থিয় হৈ কুঁৱাৰ ওপৰেদি জুমি চায়। মৃত্যু সকলো ঠাইতে আছিল আৰু জাৰ্মান সৈনিকে সকলো ঠাইতে মৃত্যুৰ উপস্থিতি অনুভৱ কৰে। গাৱঁৰ বাটত মৃত্যুৱে সিহঁতৰ কাষেদি ঢেও দি ফুৰে, ঘৰবোৰৰ ওচৰত সিহঁতৰ লগত মনে মনে থিয় দি থাকে আৰু ঘৰলৈ উভতি যাওঁতে সিহঁতৰ লগ নেৰে। মৃত্যুৱেই সিহঁতৰ চকুৰ ওপৰত গভীৰ টোপনিৰ ক'লা ওৰণিখন টানি ধৰে। সিহঁতৰ ওপৰত তাৰ ঘোপা চাৱনিটো সিহঁতে অনুভৱ কৰে। মৃত্যুৰ অদৃশ্য দৃষ্টিয়ে সিহঁতক ভেদ কৰি গৈছিল আৰু মৃত্যুৰ অদৃশ্য মুখৰ উশাহৰ আগত সিহঁত ঠেৰেঙা লাগিছিল। ইউক্ৰেনৰ এই নীৰৱ আৰু নিৰ্দয় মৃত্যুৱে সিহঁতৰ হাড়ৰ মজ্জালৈকে ভেদ কৰে। মৃত্যুৱে ক্ষীণ হাতৰ আঙুলিৰ পাবত সিহঁতৰ লেখ লৈ থাকে।

## ॥ পাঁচ ॥

হুৰহুৰাই বতাহ বলিল। চালিখন কঁপিবলৈ ধৰিলে; যেন হঠাৎ ভাগি খালত পৰিবগৈ। চ'টিবোৰ কেৰ্‌কেৰাবলৈ ধৰিলে আৰু খেৰৰ মুঠিবোৰ আজুৰি উৰাই নিওঁতে মুধটো খৰ্‌খৰাই উঠিল। খেৰবোৰ গাৰ্ৰ বহুত দূৰলৈ, বৰফে ঢকা মুকলি পথাৰৰ পিনে উৰি গৈ বৰফৰ ছিটিকনিৰ আঁৰত নেদেখা হ'ল।

অ'লেনাই চিঞৰিলে। টেটুফালি তাই চিঞৰিলে। অসহ্য বিষত-তাইৰ শৰীৰ অৱশ হৈ পৰিল। কেৱল প্ৰসৱৰ বেদনাই নহয়; এতিয়া তাই ৰাইফলৰ কুন্দাৰ খুন্দা, সঙ্গীনৰ খোঁচ আৰু বাটেদি সৈন্যবোৰে খেদাই লৈ যাওঁতে লুটি খাই পৰাৰ পৰিণাম ভোগ কৰিবলৈ ধৰিলে। ভোক, পিয়াহ আৰু জাৰৰ পৰিণতি অনুভৱ কৰিলে। এজাক ভোকাতুৰ কুকুৰ-নেচীয়াৰ দৰে সকলো এতিয়া তাইৰ ওপৰত জপিয়াই পৰিল; তাইক যেন নেফানেফ্ কৰিলে; যেন সিহঁতৰ লুভীয়া দাঁতে তাইক চোবাবলৈ ধৰিলে। শৰীৰটো ছিগি টুকুৰা-টুকুৰ হোৱা যেন লাগিল; গাটো যেন জুয়েহে পুৰিছে। হেজাৰ হেজাৰ বিষাক্ত কটাৰী যেন তাইৰ গাত সুমাই দিছে।

অ'লেনাই চিঞৰিলে। তাই এতিয়া চিঞৰিব পাৰিছে। তাইৰ প্ৰসৱ হৈছে; আৰু এতিয়া তাই ৰুদ্ধ নিস্তব্ধতা ভাঙি দিব পাৰিব। এই নিস্তব্ধতাই তাইৰ মনৰ বলকো বিচলিত কৰি তুলিছিল। ঘৰৰপৰা জাৰ্মানবোৰে তাইক টানি নিয়াৰপৰা আৰম্ভ কৰি অতবোৰ হোৱা সত্ত্বেও তাইৰ প্ৰসৱ হৈছে বুলি উপলব্ধি কৰা মুহূৰ্তলৈকে, তাই নীৰৱে আছিল। ৰাইফলৰ কুন্দাৰ মাৰ, বৰফত পিছলি পৰা আৰু চেঁচা বৰফ—এইবোৰৰ একোৱে তাইৰ গৰ্ভৰ সন্তানটোক বধ কৰিব নোৱাৰিলে। সি জীয়াই থাকিল আৰু জগতলৈ আহিব খুজিলে; নিজ পথেদি বলেৰে পোহৰলৈ আহিবলৈ চেষ্টা কৰি তাইৰ শৰীৰত নিকৰুণ-ভাৱে আঘাত দিবলৈ ধৰিলে

তাই জন্তুৰ দৰে অমানুষিকভাৱে চিঞৰিলে; চিঞৰি তাই শান্তি পাইছিল। চিঞৰৰ মাজত তাইৰ গাৰ বিষ মাৰ গৈছিল, জাৰ আঁতৰিছিল আৰু বাহিৰত হোহোৱাই থকা বতাহৰ কথা তাই পাহৰি গৈছিল।

জুপুৰীৰ দুৱাৰখন কেৰ্‌কেৰাই উঠিল। তাই নাচালেই। বিষ ক্ৰমে বাঢ়িবলৈ ধৰিলে; নিৰ্য্যাতিত শৰীৰৰ দাবী অনুসৰি তাই কেৱল ইচ্ছামতে চিঞৰি থাকিল।

সৈন্যটো দুৱাৰমুখত থিয় দিলেহি আৰু তাইক দাবি দিব খুজিলে; কিন্তু সি বুজিলে যে মানুহজনীয়ে প্ৰসৱ কৰিলে। খন্তেকৰ পিছতে আৰু এটা সৈন্য আহিল। সিহঁতে দাত নিকটাই চাই থাকিল আৰু ইটোৱে সিটোৱে কিবাকিবি ক'লে। তাই যে নাঙঠ হৈ খেৰৰ ওপৰত পৰি আছে, অচিনাকি মানুহৰ নিলাজ চকুৱে তাইলৈ চাই আছে আৰু তাইৰ কথা লৈ সিহঁতে চুপতি কৰিছে, এইবোৰলৈ তাই লক্ষ্য কৰা নাছিল। এতিয়া তাই সন্তান জন্ম দিছে; সেয়ে জাৰ্মানে শাসন কৰা পৃথিৱীৰপৰা তাইক আঁতৰাই নিছিল, সিহঁতৰ নিলাজ চাৱনিৰপৰা তাইক আঁৰ কৰি ৰাখিছিল আৰু সিহঁতৰ অৰ্থহীন হাঁহিৰপৰা তাইক বৰ্মৰ দৰে ৰক্ষা কৰিছিল। সিহঁতে তাইক প্ৰসৱ কৰিবলৈ অনুমতি দিয়া যেন দেখা গ'ল, কাৰণ সিহঁত সোমাই নাহি দুৱাৰমুখতে অপেক্ষা কৰি ৰ'ল।

তাই বেছিকৈ চিঞৰিবলৈ ধৰিলে। ওচৰ-চুবুৰীয়া তিৰোতা-বোৰে নিজৰ বুকুত 'ক্ৰছ' চিন আঁকি বৰফ-ধুমুহাৰ মাজলৈ জুমিবলৈ ধৰিলে; সকলোৰে চকুত আতঙ্ক ভৰা। অ'লেনা কষ্টিয়াকে অকলশৰে উদং চালিখনত প্ৰসৱ কৰিছিল; কোনো সহায় নাই, ইপিনে জাৰ। সিহঁতে ভাবিছিল—তাই কেতিয়াবাই মৰিল, কেতিয়াবাই বৰফৰ মাজত তাই ধ্বংস হ'ল, তাইৰ গৰ্ভৰ সন্তানটো বহুত আগতে মৰিল। কিন্তু তাই এতিয়া প্ৰসৱ কৰিছে; কাষত কোনো নাই, এটোপা পানী দিওঁতা নাই; তাইৰ শুকান ওঁঠকিটা তিয়াই দিবলৈ বা মুৰৰ তলত গাৰু এটা দিবলৈ কোনো নাই। তাইক সহায় কৰিবলৈ এজনী লগৰীয়া নাই। নাঙঠ হৈ বৰফৰ মাজত, চালিৰ তলৰ উদং মাটিখনত তাই যি অৱস্থাত প্ৰসৱ কৰিছে, সেইদৰে গাৱঁত কোনেও কেতিয়াও সন্তান জন্ম দিয়া নাই। তিৰোতাবোৰে বুকুত 'ক্ৰছ' আঁকি, ওঁঠ চেপি ধৰি, থিয়

দি আছিল ; সিহঁতে কাণত হাত দিয়ে ; কিন্তু কৌতূহলৰ বল বাঢ়ে আৰু শুনিবলৈ সিহঁত আকৌ বাধ্য হয়। তাই আকৌ চিঞৰিব নেকি ? সেয়া, তাই আকৌ চিঞৰিছে, এইবাৰ বেছি, কাণ তাল মাৰি গৈছে। কেনেকৈ সেই ক্লান্ত, ভগ্ন আৰু লাঞ্ছিত শৰীৰটোৰপৰা এনে চিঞৰ ওলাব পাৰে ?

এবাৰ তাই বিকট চিঞৰ এটা মাৰিলে ; তাৰ পিছত নীৰৱে থাকিল। মেলিয়াচিথাই ফুচফুচাই ক'লে—"তাইৰ প্ৰসৱ হ'ল।" তাইৰ ঘৰটোৰেই আটাইতকৈ ওচৰত ; বেঞ্চৰ ওপৰত তাই বহিলগৈ।

অকণমানি জেনাই তাকে ক'লে—"তাইৰ প্ৰসৱ হ'ল।"

খন্তেকৰ বাবে অ'লেনা অচেতন হৈ পৰিল আৰু তাইৰ সন্তানটো তাতে পৰি থাকিল। ইমান কাণ্ড হোৱা সত্ত্বেও সি পৃথিৱীলৈ আহিল। বাপেক মৰিল আৰু তাৰ মাকো প্ৰকৃততে মৰাৰ তুল্য। তাইৰ ল'ৰা হ'ল ; এটা অকণমানি ৰঙা কেঁচুৱা।

তাক তাই কোলাত তুলি ল'লে। ধাই এজনী নাই ; আৱশ্যকীয় কামবোৰ কৰিবলৈকো কোনো নাই। তাই কুকুৰৰ দৰে নাইটো কামুৰি ছিঙি দিলে আৰু এটুকুৰা ফটাকানিৰে বান্ধি দিলে ; ইয়াত প্ৰথম দিনা থাকোঁতেই তাই এই টুকুৰাকণ শালৰপৰা ফালি থৈছিল। বৰফ যেন চেঁচা হাতেৰে তাই কেঁচুৱাটোক মোহাৰি দিলে। তেতিয়া তাই ভাবিছিল এঘটি পানীৰ কথা ; অন্ততঃ তাৰ মুখখন ধুৱাই দিবলৈকে তাই যদি কেইটোপমান পানী পালেহেঁতেন !

স্বাস্থ্যবান কেঁচুৱাৰ স্বাভাৱিক সবল মাতেৰে সি চিঞৰিলে। অ'লেনাই নিশ্বাস নেপেলোৱাকৈ ল'ৰাটোলৈ চাই থাকিল। ই তাইৰ প্ৰথম সন্তান ; ৪০ বছৰ বাঁজী হৈ থকাৰ পিছত এয়ে তাইৰ শৰীৰৰ প্ৰথম ফল ; আৰু অত বাধা-বিঘিনি থকা সত্ত্বেও সি জন্মিল।

গিৰিয়েকক সন্তোষ দিবলৈ আৰু তাৰ চেনেহৰ প্ৰতিদান স্বৰূপে, তাইৰ ক'বৰ মন গৈছিল—"মিকলা, ল'ৰা হ'ল।" সি ল'ৰা এটা বৰকৈ আশা কৰিছিল। তথাপি ইমান বছৰৰ ভিতৰত এদিনলৈকো সি তাইৰ কোনো জগৰ লগোৱা নাছিল, এদিনলৈ গালি পৰা নাছিল, বাঁজী তিৰোতাৰ সৈতে সংসাৰ কৰা বুলি তাইক শাও-শপনি দিয়া নাছিল, বাহিৰে দেখাত সবল, স্বাস্থ্যৱতী কিন্তু ভিতৰি বেমাৰী বুলি কোৱা নাছিল। আন তিৰোতাই

গর্ভ ধাৰণ কৰে, সন্তান জন্ম দিয়ে, আৰু প্ৰতিপালন কৰে ; কেৱল তাইহে সিহঁতৰ নিচিনা নহ'ল—সেইবুলি সি এদিনো কোৱা নাছিল।

হঠাৎ তাই যেতিয়া গাত সন্তান থকা গম পালে, সেই কথা তাই প্ৰথমে বিশ্বাস কৰিবলৈকে টান পাইছিল। তাই বুঢ়ী হ'লেই ; ৪০ বছৰ হ'ল। তথাপি ই সঁচা কথা।

তাৰ পিছত মিকলা যুঁজলৈ গ'ল। সি তাইৰপৰা বিদায় ল'লে ; তাই জানিছিল যে তেতিয়াও জন্ম নোহোৱা সন্তানটোৰ ওচৰত বিদায় লোৱা কামটোৱেই তাৰ কাৰণে আটাইতকৈ কঠিন হৈ পৰিছিল।

এতিয়া মিকলা নাই ; ৰণথলীতে সি ঢুকাল। আৰু সি আশা কৰা মতে ল'ৰাই উপজিল। জার্মান-কাৰাগাৰত তাৰ জন্ম হ'ল—জার্মান সৈন্যবোৰৰ নিলাজ চকুৰ আগত। অশৌচ লগা মানুহৰ প্ৰতিও সিহঁতৰ শ্ৰদ্ধা নাই। সিহঁতৰ নিলাজ কিৰিলিৰ মাজত তাৰ জন্ম হ'ল।

তিতা আৰু চেঁচা খেৰবোৰৰ ওপৰত কেঁচুৱাটো পৰি থাকিল। নাওঠ সৰু গাটো দাঙি ধৰি তাইৰ পিয়াহৰ মুখত চেপি ধৰিলে ; তাক তপত সেক দিবৰ মনেৰে তাই তাৰ গাৰ ওপৰত উশাহ ল'লে। তাইৰ মনত এটা চিন্তা সোমাল ; প্ৰকাশ কৰিব নোৱাৰা আতঙ্ক এটাই আৱৰি ধৰিলে—ইমান বিপর্য্যয়ৰ মুৰত জন্ম ধাৰণ কৰিও, শেহত সি এতিয়া পাখি নোহোৱা চৰাই পোৱালিৰ দৰে, কণা মেকুৰী পোৱালিৰ দৰে জাৰত ঠেৰেঙা লাগি মৰিব। তাক নিজৰ গাৰ তাপ দিবলৈ তাই চেষ্টা কৰিলে ; কিন্তু তাই নিজৰ হাত দুখনকে বৰফ যেন পালে। জাৰ তাইৰ গা সৰকি গৈছিল, যেন তাইৰ শিৰৰ তেজ গোট মাৰিলে। দুৱাৰমুখত সৈন্যকিটাই কোৱাকুই কৰিলে। তাৰ পিছত এটা গুচি গ'ল আৰু অলপ পিছতে উভতি আহিল।

"এয়া"—উখৰা মাতেৰে সি ক'লে।

খেৰৰ ওপৰত এটা চোলা, ব্লাউজ আৰু এখন কাপোৰ পেলাই দিলে। সেইবোৰ তাইৰে কাপোৰ ; সিহঁতে বাটলৈ খেদি নিয়াৰ আগতে সেইদিনা গধুলি সেইবোৰ তাইৰপৰা কাঢ়ি লৈছিল। অ'লেনাই সৈন্যকিটালৈ সন্দেহৰ চকুৰে চালে। সি লাজকুৰীয়া হাঁহি এটা মাৰিলে। কঁপা হাতেৰে চোলাটো লৈ তাই ল'ৰাটোক

ভালকৈ মেৰাই দিলে। কাপোৰৰ মাজত তাৰ সৰু মুখখন দেখিবলৈ বৰ হাঁহি উঠা ধৰণৰ হৈছিল; ঠিক পুতলাৰ দৰে; পাতল নীলা ৰঙৰ চকুকিটা কুকুৰ পোৱালিৰ নতুনকৈ মেলা চকুৰ নিচিনা। আনন্দত তাই ফেঁকুৰি পেলালে। যা হওক, কেঁচুৱাটোক মেৰাবলৈ তাই কিবা এখন পালে। এইটোৱেই আটাইতকৈ ডাঙৰ কথা; তাই সেই সময়ত আন সকলো কথা পাহৰি গ'ল। সকলো কথা ঠিক হব যেন লাগিল—দুঃস্বপ্নৰ যেন অৱসান হ'ল। ব্লাউজ আৰু চাদৰখন পিন্ধিবৰ সময়ত তাইৰ হাত কঁপিছিল। কাপোৰে তাইক উম দিয়া নাছিল; নাঙঠা, লাঞ্ছিতা শৰীৰটোক ফটাকানি-বোৰেৰে ঢাকিবলৈ পাই তাই শান্তি পাইছিল······অফিচ-ঘৰত এৰি থৈ অহা কোটটো আৰু শ্বালখন তাই যদি পালেহেঁতেন ······কিন্তু তাই বলেৰে নিজক নীৰৱ কৰি ৰাখিলে। যি আছে তাৰেই তাইৰ চলিব। কেঁচুৱাটো নিকা কাপোৰেৰে মেৰোৱা আছে; এতিয়াও জাৰত তাৰ জীৱন বিপন্ন হৈ উঠা নাই। তাক আঁঠুৰ ওপৰলৈ তুলি তাই চোলাটো ভালকৈ মেৰাই দিলে। জাৰ নোপোৱাকৈ তাক শুবলৈ দিব পাৰিছে যেতিয়া তাইক আৰু তাতকৈ কি লাগিছে? কিছুমান কাপোৰ ওভোতাই দিয়াত তাই বৰ অদ্ভুত কথা যেন পাইছিল; তাৰ কাৰণ তাই বুজিব পৰা নাছিল। জাৰ্মান সৈনিকটোৱে কাপোৰবোৰ দলিয়াই দিয়া তাই দেখিলে; কিন্তু তাই একো বুজিব নোৱাৰিলে। কাপোৰবোৰ যেন চিলিঙিয়েদিহে সৰি পৰিল; নহ'লে কিজানি বতাহেহে বৰফ-ভৰা পথাৰৰপৰা উৰাই আনি চালিৰ তলত পেলালেহি।

দুৱাৰ বন্ধ হ'ল। বেৰত আঁউজি তাই কলমটিয়াবলৈ ধৰিলে। তাইৰ গোটেই গা কঁপি উঠিল; থিতাতে গৰম, থিতাতে জাৰ লাগে। এইদৰে কলমটিয়াই থাকোঁতেই তাই সপোন দেখিবলৈ ধৰিলে। বাটেদি মিকলাক অহা দেখিলে; সিপিনে অফিচাৰৰ সেই ৰক্ষিতাজনী থিয় দি আছিল; মিকলাই কিবা ক'লে; অ'লেনাৰ অসহ্য হ'ল, খিয়ালত জ্বলি উঠিল। গা কঁপি গ'ল; তাই সাৰ পালে আৰু থত্‌মত্‌ খাই কেউপিনে চাবলৈ ধৰিলে। ক'তা, মিকলাও নাই, অফিচাৰৰ মানুহজনীও নাই। আছিল কেৱল চালিখন, এবোজা খেৰ আৰু তাইৰ বাহুৰ মাজৰ কেঁচুৱাটো। শুই থাকোঁতে ল'ৰাটোক পেলাই দিয়ে বুলি তাইৰ ভয় লাগিল; তাই বেছিকৈ বেৰৰ কাষ চাপি গ'ল। আকৌ মুৰ দুপিয়াবলৈ লাগিল।

পুৰণি অ'ৰ-ত'ৰ কথাবোৰে লেখাৰি নিছিগাকৈ মনলৈ আহি খেলিমেলি লগাই দিলে। তাই চকীদাৰটোৰে চিঞৰা শুনিলে। কিন্তু ই সম্ভৱ জানো? তাক দেখোন কেতিয়াবাই বাইচেৰে মৰিয়াই মাৰিলে। তথাপি সি সোৱা থিয় দি আছে আৰু ৰেড্‌ফৌজ তাৰ কাষেদি যাব লাগিছে। কিন্তু তাত মিক'লা নাই, কাৰ্লিহে আছে। কাৰ্লিয়ে হাত জোকাৰিলে। গাৱঁৰ মাজেদি যাওঁতে তাৰ হাতত থকা কাপোৰৰ মুৰাটোৰ মেৰ সুলকি ওৰে বাটটোত পৰি গৈছিল; আগ-গুৰি নেদেখা হৈছিল আৰু এই ঠেক বগা বাটটোৰেদি তাইৰ নতুন কেঁচুৱাটো ঢপলিয়াই ফুৰিছিল। আচৰিত হৈ ফেডছিয়া ক্ৰেভচাকে কৈছিল—"চোৱাঁ, সি দৌৰিব পৰা হ'লেই।" অ'লেনা বিচূতি হ'ল আৰু আকৌ সাৰ পালে।

পিয়াহত অণ্ঠকণ্ঠ শুকাই গ'ল। জিভাখন নিঃসাৰ হৈ পৰিল; খহটা হৈ যোৱাত মুখৰ লগত ঘঁহনি খাবলৈ ধৰিলে। সেইখন যেন তাইৰ নিজৰ জিভা নহয়েই। ওঁঠকিটা ফাটিল; হাতেৰে ছুলে আঙুলিত তেজ লাগি আহে। কাণ তাল মাৰিলে; হাড়বোৰ বিষাবলৈ ধৰিলে। তাই ভাগৰত অৱশ হৈ পৰিল। কেঁচুৱাটোৰ কপালত হাত দি তাই বৰফ যেন চেঁচা পালে; ইপিনে জ্বৰত তাইৰ গা ভো-ভোৱাই আছে। আকৌ তাই কল্‌মটিয়াবলৈ ধৰিলে। তাই কেৱল পানীৰ সপোন দেখিলে; এখন নৈ বৈ গৈ হ্ৰদ এটাত পৰিছে; কিন্তু তাইৰ বাল্টিকেইটা ফুটা; সেইবাবে তাই এটোপা পানীও তুলিব নোৱাৰিলে। তাই আঠু কাঢ়িলে; বাস্তৱতকৈও স্পষ্টভাৱে বৰফৰ মাজত এটা গাঁত দেখিলে। দাঁতিকিটাৰ ৰং সেউজীয়া; জীৱন্ত প্ৰাণীৰ দৰে কল্‌কলাই পানী বৈ গৈছে আৰু মুকলি ঠাইত জমা হৈছেগৈ; কিন্তু বৰফে আকৌ পানীখিনি ভিতৰলৈ সুহি নিছে—তাৰ পিছত; তলে তলে ইয়াৰ অবিৰাম গতিৰ যাত্ৰা আৰম্ভ হ'ল। কেউ-পিনে বৰফৰ ডাঠ আৱৰণ; ঠায়ে ঠায়ে কলঘৰৰ ফুটাইদি ময়দা সৰি পৰাৰ দৰে, একোছাটি পাতল বৰফ পানীলৈ ছিটিকি পৰিছিল। পানীত পৰি বৰফবোৰ সেউজীয়া হৈ 'উঠে; চাক-নৈয়াত পৰি ঘূৰি ঘূৰি থুপ খাই যায়। এই বৰফৰ থুপটো তুলিবলৈ অ'লেনাই চেষ্টা কৰিলে; তাইৰ শুকান ওঁঠকিটাৰ মাজত তাকে তাই চেপি ধৰিব খুজিলে। কিন্তু পানীয়ে থুপটো তললৈ

নৈ গ'ল আৰু বৰফৰ মাজত নেদেখা হ'ল।

হঠাৎ গাঁতৰ মুখত এটা ডাঙৰ শব্দ হ'ল আৰু বৰফবোৰ ভাগি-ছিগি গ'ল। অ'লেনাই যেন থৰক্-বৰককৈ একাঠুঁ পানীৰ মাজত খোজকাঢ়ি গৈছে। তাই সাৰ পালে; কিন্তু মূৰ দাঙিবৰ শক্তি নাথাকিল। পুতেকৰ ধীৰ উশাহটো তাই শুনি থাকিল। তাক খাবলৈ একো নালাগে যেন লাগিল; কিন্তু সি বিচাৰিলেও তাইৰ পিয়াহত গাখীৰ ওলাব জানো? তাই যেন অনন্ত কাল জুৰি একোকে খোৱা নাই। জাৰ্মানকিটাই নেদেখাকৈ যি দুই-এমোকোৰা বৰফ মুখত ভৰাইছিল, তাক লেখত লব নোৱাৰি। উস্, ইমান পিয়াহ লাগে! ওঁঠ, জিভা, মুখ বিষাবলৈ ধৰিলে; ডিঙিটো জঠৰ কৰি পেলালে; হিকঁটিত গা জোকাৰ খাই গ'ল। তাইৰ কলাঘুমটি আহিল; আকৌ, গৰম দিনৰ নৈৰ বালিৰ দৰে, বগা বালিবোৰ উৰি ফুৰা দেখিলে। যেন কলঘৰৰ ফুটাইদি ময়দাহে সৰি পৰিছে। বগা ময়দাগুড়িয়ে গোটেইখন ছাটি ধৰিলে। তাই উশাহ লব নোৱাৰা হ'ল। বগা ধূলিৰে মুখ পোত খালে; তথাপিও তাই যেনেতেনে, সেই ধূলিময় বাটেদি আগবাঢ়িব লগা হ'ল; তাই লৰালৰিকৈ যাবই লাগিব, এক মুহূৰ্তও নষ্ট কৰিব নোৱাৰে। তাইৰ ভৰি বালিৰ ওপৰেদি চুঁচৰি গ'ল; মুখত ৰ'দৰ নিকৰুণ তাপ লাগিল। গাৰঁত জুই লাগিল—ঘৰবোৰ দপ্-দপাই জ্বলি উঠিল। সকলো বাধা অতিক্ৰম কৰিও তাই কেঁচুৱাটোক জুইৰ মাজৰপৰা ৰক্ষা কৰিব লাগিব। এছাটি বতাহ মাৰিলে আৰু ফিৰিঙতিবোৰ কেউপিনে ছিটিকি পৰিল। ইতিমধ্যে তাইৰ চাদৰ আৰু শ্বালখন উমি উমি জ্বলিবলৈ ধৰিলে। এই গৰমত তাইনো কোটটো আৰু শ্বালখন লৈছিল কিয়? এতিয়া আৰু খুলিবৰ সময় নাই; তাই পাৰেমানে দৌৰিব লাগিব। তেহে তাইৰ কেঁচুৱাটোক জুয়ে স্পৰ্শ কৰিব নোৱাৰে। উস্, সোৱা দলংখন পুৰিলে, জুইৰ শিখাবোৰ আকাশ পালেগৈ। সকলোবোৰ ধুপুচকৈ তললৈ সৰি পৰিল......তেনেহলে, তাইৰ বহুত পলম হ'ল; তাই সময়মতে পলাব নোৱাৰিলে। আৰু এতিয়া সকলোবোৰ তাইৰ গাৰ ওপৰতে যেন ভাগি পৰিল। হতাশভাৱে তাই কেঁচুৱাটোক চাবলৈ ধৰিলে—সি তাইৰ হাতৰপৰা সৰি পৰিল আৰু জ্বলি-পুৰি ভাগি পৰা দলংখন তাৰ ওপৰতে পৰিল। হাবিৰপৰা তাই জাৰ্মান-বোৰক পোৰা দলংখনৰ কাষত কোঢ়াল লগাই থকা দেখিলে।

সিহঁতৰ চিঞৰত তাই সাৰ পালে। জাৰ্মান এটা তাইৰ কাষত থিয় দি আছে। সি বুটেৰে তাইক ঠেলা মাৰি দিলে।

তৎক্ষণাৎ তাইৰ জ্ঞান আহিল। জাৰ্মানটোৱে তাইক অঙ্গী-ভঙ্গীৰে উঠিবলৈ বুজালে। নিজৰ দুৰ্বলতা ঢাকিবলৈ তাই উৎকট চেষ্টা কৰিলে; কেঁচুৱাটোক বুকুত লৈ প্ৰথমে আঠুত ভৰ দি উঠিল আৰু পিছত কোনোমতে থিয় দিলে। বন্দুকৰ কুন্দাৰে ঠেলি সৈনিকটোৱে তাইক দুৱাৰৰ পিনে লৈ গ'ল। সমুখত বগা বৰফময় পৃথিৱীখন দেখি তাইৰ চকু কানি-মুনি লাগিল। মদপী মানুহৰ দৰে থৰক্-বৰককৈ তাই সৈনিকটোৰ আগে আগে বাধ্যভাৱে যাবলৈ ধৰিলে। তাই বুজিলে—আকৌ জেৰা কৰিবলৈ নিছে।

ৱানাৰে ঘৃণাৰে তাইলৈ চালে। দেখিবলৈ তাই জঘন্য হৈ পৰিছে। মুখখন ভুতৰ দৰে; ইমান শেঁতা পৰিছে যে দেখিলেই ভয় লাগে। তেজৰ ক্ষীণ ধাৰা এটা ফটা ওঁঠৰপৰা বৈ গৈ থুতৰিৰ ওপৰত কৰাল মাৰিছে। চকুৰ তলত এটুকুৰা প্ৰকাণ্ড ক'লা ঘা বিয়পি পৰিছে। এটা চকু উখহি ওপৰলৈ উঠি যোৱা যেন হৈছে। সোমাই যোৱা মুখখনৰ দুয়োকাষে জপৰা চুলিবোৰ বাগৰি পৰিছে। ভৰিকিটা উদং; উখহি লাহে লাহে ক'লা পৰি গৈছে।

অফিচাৰে মেজৰ ওপৰত টুকুৰিয়াবলৈ ধৰিলে আৰু মানুহজনীৰ কাৰণে চকী এখন দিবলৈ সৈন্যটোক ইঙ্গিত কৰিলে। তাই আচৰিত হ'ল; অনুমতিলৈ বাট নাচাই তাই থপ্‌কৈ বহিল আৰু সেই চক্‌চকীয়া চকুহাললৈ চাই থাকিল। কেঁচুৱাটোৰ পিনে মূৰ দুপিয়াই সি হঠাৎ সুধিলে—"ল'ৰা নে ছোৱালী?"

দুৰ্বল, দুটা মাতেৰে তাই ক'লে—"ল'ৰা।" সি কিবা এটা হুকুম দিলে আৰু সৈন্যটোৱে এঘটি পানী আনিলে। অ'লেনাৰ স্বপ্ন যেন লাগিল। তাই ঘটিটো ধৰিলে আৰু আকলুৱাভাৱে, তত্তাতৈয়াকৈ চেঁচা পানীবোৰ পিবলৈ ধৰিলে। বিষোৱা ওঁঠ-কিটা, শুকান জিভাখন আৰু দেই-পুৰি নিয়া ডিঙিটো আকৌ সেমেকি গ'ল।

ৱাৰ্নাৰে ক'লে—"হৈছে।" সৈন্যটোৱে তাইৰ হাতৰপৰা ঘটিটো কাঢ়ি নিলে।

তাই উদ্বিগ্ন আৰু হতাশভাৱেৰে চাই থাকিল। এতিয়া আৰু তাইৰ হাতত পানীৰ ঘটিটো নাই; মেজৰ ওপৰতহে আছে। তাইৰ

কাষতে ঘটিৰ চেঁচাপানীটোপা তেতিয়াও বতাহত লৰি আছিল। ওঁঠকিটা আগতকৈও বিষাবলৈ ধৰিলে ; তাই সেপ ঢুকিলে। তাইৰ কিজানি আগতকৈও বেছিহে পিয়াহ লাগিল।

"তেনেহ'লে, ল'ৰা……" সুৰ লগাই কেপ্তেইনে ক'লে। তাৰ কথা শুনিবলৈ অ'লেনাই নিজক সাজু কৰিলে।

কোঠাটোত সোমালেই তাইৰ ভয় লাগে ; কোঠাটোৱে তাইক কিবা বিপদৰ ভয় দেখুৱায় ; কেনে ধৰণৰ বিপদ, তাক তাই কল্পনা কৰিবলৈকো সাহ নকৰিলে। যি কেইঢোকা পানী খাবলৈ তাইক অনুমতি দিলে, যি চকীখনত তাইক বহিবলৈ দিলে আৰু কেপ্তেইনে—স্বভাৱতে মানুহে সোধা—যি প্ৰশ্নটো সুধিলে—এই সকলোবিলাকে তাইৰ প্ৰাণত আশঙ্কাৰ সঁহাৰি দিলে। তাইৰ গোটেই গা শিয়ঁৰি উঠিল। কেপ্তেইনৰ মুখলৈ তাই একেৰাহে চাই থাকিল।

সি আকৌ ক'লে—"তেনেহ'লে তোৰ ল'ৰা হ'ল…বঢ়িয়া ল'ৰা দেখোন……"

আৰু কি কয় তালৈ তাই বাট চাই থাকিল।

"বাৰু, আশাকৰোঁ এতিয়া তোৰ মতি-বুদ্ধি হব। এতিয়া কেৱল তোৰ নিজৰ প্ৰশ্ন নহয়। এতিয়া তই—পুতেৰক ৰক্ষা কৰিব পাৰ, ধ্বংস কৰিব পাৰ। নহয় জানো ? হয় ৰক্ষা কৰ, নহয় ধ্বংস কৰ।"—সি লাহে লাহে আৰু দৃঢ়ভাৱে ক'লে।

আপোনাআপুনি তাই কেঁচুৱাটো বুকুলৈ চপাই ধৰিলে। কেপ্তেইনে তাইলৈ বৰ তীক্ষ্ণভাৱে চালে ; তাইৰ ভাব-গতিৰ প্ৰত্যেক পৰিবৰ্তনলৈ লক্ষ্য কৰিলে।

"যোৱা ৰাতি কোনোবাই তোক ৰুটি পাৰ কৰি দিব খুজিছিল। কোন বাৰু ?" সি প্ৰশ্নটো লাহেকৈ যিদৰে সুধিলে তাৰ যেন কোনো গুৰুত্বই নাই।

"মই নাজানো।"

"কিয় ? তই নাজান নেকি ?"

তাই আকৌ ক'লে—"মই নাজানো।" তাৰ চকুলৈকে তাই চাই থাকিল ; যিভাৱে তাই কথাটো ক'লে, তালৈ লক্ষ্য ৰাখি সি বিশ্বাস কৰিলে। তাই নজনাটো নিশ্চয় সম্ভৱপৰ।

"তোৰ চুবুৰীয়া কাৰ কাৰ ল'ৰা-ছোৱালী আছে ?"

"ল'ৰা-ছোৱালী ?" তাই আচৰিত হৈ সুধিলে, "সকলোৰে আছে। নাথাকিব কেলৈ ?"

এৰা, তাইৰ বাহিৰে সিহঁত সকলোৰে ল'ৰা-ছোৱালী আছে। এতিয়া তাইৰো ল'ৰা এটা হৈছে—তাইৰ বাহুৰ মাজত, মাকৰ চোলাৰ মেৰৰ মাজত, জাৰ্মান সেনাপতিৰ অফিচত গভীৰ টোপনিত সি লালকাল। জাৰ্মান নো কি সি তাকে নাজানে। নাই, সি এতিয়াও জনা নাই।

"কোনে ৰুটি আনিব পাৰে বুলি তই ভাব বাৰু ? কোনে বাৰু দহ / এঘাৰ বছৰীয়া ল'ৰা এটা পঠাব পাৰে ?"

সকলো চুবুৰীয়াৰ কথা তাই মনতে ভাবি চালে। তাই উত্তৰ দিব খোজা নাই, কেৱল নিজে জানিব খুজিছে—কোনে তাইৰ নিতান্ত প্ৰয়োজনৰ বেলিকা তাইক সহায় কৰিব খুজিছিল ? কোনে তাইক আহাৰ যোগাবৰ কাৰণেই নিজৰ জীৱন জাৰ্মানৰ গুলীৰ আগত বিপন্ন কৰি তুলিলে ? সকলোৰে ল'ৰা-ছোৱালী আছে আৰু গাৱঁত দহ-এঘাৰ বছৰীয়া ল'ৰা বহুত আছে। তাই নিজেই একো অনুমান কৰিব নোৱাৰিলে। "মই নাজানো, গাৱঁত বহুত ল'ৰা আছে। প্ৰত্যেক ঘৰতে ল'ৰা-ছোৱালী আছে......"

ৱার্নাৰৰ খং উঠিল ; সি বুজিলে যে তাই নাজানে।

"বেছ, তেনেহ'লে......বাৰু, এতিয়া ক, কালি এতিয়া ক'ত থকা সম্ভৱ ?"

অ'লেনাৰ গা চেঁচা পৰি গ'ল। তেনেহ'লে আকৌ সেয়ে আৰম্ভ হ'ল ! পুতেকৰ তপত গাটো তাইৰ কোলাত অনুভৱ কৰিলে ; তাই মনত বল আৰু সাহ পালে। জাৰ্মানৰ জাউৰিয়ে জাউৰিয়ে প্ৰশ্নৰ আগত তাই এতিয়া অকলে থিয় দি থকা নাই। এতিয়া তাইৰ লগত পুতেকো আছে। চালিৰ তলৰ উদং মাটিতে, কষ্টৰ মাজত তাইৰ এই ল'ৰাটোৰ জন্ম হৈছে ; কুৰি বছৰৰ প্ৰতীক্ষাৰ মূৰত তাই এই সন্তান পাইছে।

সি তাইৰ লগতে আছে—মনে মনে শুই আছে আৰু তাৰ সৰু বুকুখনে, চৰাইৰ বুকুৰ দৰে, তাইৰ হাতৰ তলত থৰকৈ থিপ্‌থিপাই আছে। মুখখন সৰু, ঘূৰণীয়া আৰু ৰঙা ; চেলাউৰিযোৰ পাতল ; নাকটো অকণমান—সিয়েই তাই দেখা কেঁচুৱাৰ ভিতৰত আটাইতকৈ ধুনীয়া। পুতেক লগত আছে যেতিয়া কোনেও তাইক

একো কৰিব নোৱাৰে ; এই ভাবটোৱে তাইৰ মনলৈ অপাৰ শান্তি আৰু অটল বিশ্বাস আনিছিল ।

ৱান'াৰে আকৌ ভাবুকিৰ সুৰত লাহে লাহে সুধিলে—"এতিয়া সি বাৰু ক'ত থকা সম্ভৱ ?"

তাই মূৰ জোকাৰিলে—"মই নাজানো ।"

"নাজান ?......গাৱঁলৈ উভতি অহাৰ আগতে বাৰু তই ক'ত আছিলি ?"

"মই নাজানো......হাবিত......"

"কোনখন হাবিত ?"

তাই কান্ধ জোকাৰিলে—"হাবিত......"

তাইৰ উত্তৰত সি একো সন্তেদ নাপালে। গাৱঁৰ কেউপিনে বিয়পি থকা এই বগা সমতলবোৰ হাবিৰে ঠাহ খাই আছে। কেউপিনে হাবিয়ে জুৰি আছে। জিলাৰ এই অঞ্চলতহে মাথোন কাঠনি নাই আৰু সেইবাবেই ৱান'াৰৰ বাহিনীটোৱে গাৱঁত ইমান শান্তিৰে থাকিবলৈ পাইছে। কিন্তু আন বাহিনীবোৰ অতৰ্কিত আক্ৰমণত জুৰুলা হৈ পৰিছে ; সেইবাবেই কালি আৰু তাৰ গৰিলা দলৰ কোনো সন্তেদ উলিয়াবলৈ সদৰৰ কৰ্ম-কৰ্তাসকল বাধ্য হৈছিল ।

"ইয়াৰ কেউপিনে গোটেইখন হাবিময়......কোনপিনৰপৰা গাওঁ সোমালি ?"

"মোৰ মনত নাই, মই নাজানো......কেউপিনে বৰফ আছিল। কোনোবা এপিনেদি আহি বাট- ওলালোঁ, সিমানকে জানো ।"

"তেনে কোন বাটেদি আহিলি ?"

"মোৰ মনত নাই ।"

"ইমান বেগেতে পাহৰিলিনে ? তোৰ গাৱঁলৈ অহা চাৰি দিনহে হৈছে ।"

ভয়ে ভয়ে তাই মনত পেলালে ; তাই গাৱঁলৈ অহা আচলতে ছদিন হ'ল। তেনেহ'লে ৱান'াৰে সেই ছুদিনৰ কথা একোকে নাজানে ! এই ছদিনতে তাইৰ এনে লাগিছিল যেন হাবিৰ খোৰোঙৰপৰা মনে মনে গুচি অহাটো এটা জীৱনৰ আগৰ কথা।

ৱান'াৰে লাহে লাহে চিগাৰেট এটা পকালে। তাৰ পিছত সেই ক্ষীণ, ঘা-ভৰা মুখখনলৈ মূৰ দাঙি চালে ।

"শুন, তই এতিয়া ল'ৰাৰ মাক......"

অকৌ সেই শব্দ। এবা, এতিয়া সঁচাকৈ তাইৰ কোলাত সন্তান এটা আছে ; তাৰ জন্ম হ'ল চালিৰ তলৰ মাটিত আৰু সি এতিয়া মাকৰ চোলাৰ মাজত মেব খাই আছে।

"তোৰ ল'ৰা হ'ল।"

অন্তৰৰ মাজৰপৰা ওলোৱা হাঁহি এটা তাইৰ মুখত বিৰিঙি উঠিল। হয়, তাইৰ পুতেক আছে……

"পুতেৰ জীয়াই থকাটো তই নিবিচাৰ জানো ? সি ডাঙৰ হৈ উঠা তই চাব নোখোজনে ?"

অ', পুতেক জীয়াই থকা আৰু নিৰাপদে থকা তাই কিমান আশা কৰে !……সি নিজে উঠিব পৰা হব। ঘৰৰ কেউপিনে থৰক্-বৰককৈ ঘূৰি ফুৰিব. দুৱাৰডলিয়েদি বগাই ফুৰিব। সৰু হাতখনেৰে চামোচখন টেবুলৰপৰা থাপ মাৰি আনিব। মেকুৰী-কুকুৰবোৰ সি খেদি ফুৰিব। শাকনিলৈ গৈ নিজে গাজৰ ছিঙিব। তাৰ পিছত আৰু ডাঙৰ হ'লে স্কুললৈ যাব ; গহীন হৈ কিতাপৰ মোনাটো তুলি ল'ব। আৰু তাৰ পিছত ? তাৰ পিছত কি হব তাই আৰু কল্পনা কৰিব নোৱাৰিলে। তাই কল্পনা কৰিব নোৱাৰিলে যে তাই কোলাত লৈ থকা সেই অকণমান কেঁচুৱাটো ডেকা হ'ব, সি বিয়া-বাৰু কৰাব আৰু তাৰ নিজৰ ল'ৰা-ছোৱালী হ'ব……

"তাক ৰক্ষা কৰিবলৈ তোৰ এটা সুযোগ আছে। তোৰ আৰু তোৰ পুতেৰৰ জীৱন ৰক্ষা কৰিবলৈ কেৱল এটা সুযোগ আছে। মই তোক সেই সুযোগ দিছোঁ। মূৰ্খৰ দৰে নকৰিবি, সুবিধা ল।"

অ'লেনাই উত্তৰ নিদিলে। জাৰ্মানটোৱে কিহৰ পিনে ঢাল লৈছে, তাক তাই ভালকৈ বুজিব নোৱাৰিলে ; কিন্তু আকৌ তাইৰ মনলৈ অস্থিৰতা আহিল, গা কঁপি উঠিল। তাক কি লাগে ? সি কিয় ইমান ধীৰভাৱে, গহীনাই আৰু বিশ্বাসৰ ভাব লৈ কথা পাতিছে ? সি যেন তাইক চিনিহে পাইছে ; মানুহৰ লগত মানুহে সাধাৰণতে কথা পতাদি সি কথা হ'ব খুজিছে।

"আমি যেনে তেনে তাক উলিয়াম। দুই-এদিন অগাপিছা হ'ব পাৰে। মনত ৰাখিবি, আমাৰ হাতত সকলো আছে। ৰেড্ বাহিনী ধ্বংস হ'ল—সকলো শেষ। সেইদেখি এতিয়া আৰু আমঠালি কৰি মূৰ্খালি কৰিছ কিয় ? তহঁতৰ মানুহবোৰ হাবিত

আছে ; ক'ত কি 'হৈছে সিহঁতে একো নাজানে। কেউপিনে সিহঁতক ঘেৰাও কৰি ৰাখিছে ; পলাবলৈ এটা পথো নাই । আজি নহ'লেও কাইলৈ আমাৰ হাতত পৰি সিহঁতে শাস্তি ভুগিব লাগিব । কিন্তু সিহঁতৰ দলত পৰি যি দোষ কৰিলি, তাক ক্ষমা কৰিবলৈকো মই সাজু আছোঁ । সিহঁতে তোক ফুচুলালে, ঠগিলে । তেতিয়া তোৰ ল'ৰা নাছিল । তই দলংখন জ্বলোৱা কথাটোও আমি ক্ষমা কৰিম । শান্তিৰে গাৱঁত বাস কৰিব পাৰিবি আৰু তোৰ ল'ৰাটোক তুলি-তালি ডাঙৰ কৰিব পাৰিবি……"

তাৰপৰা অলপো চকু নাতৰাই, তাই একমনে শুনি থাকিল ।

"মোক জন্তু বা ভূত বুলি নাভাবিবি । কি কৰিম, ই যে কৰ্তব্য !……সৈন্য হিচাপে মোৰ যি কৰ্তব্য, দেশৰ প্ৰতি মোৰ যি কৰ্তব্য, তাকে মাথোন কৰিছোঁ……মই তোৰ ল'ৰাটোৰ কাৰণে দুখিত ।" নিজৰ প্ৰতি ইচ্ছা নাথাকিলেও অন্ততঃ পুতেৰৰ প্ৰতি অলপ পুতৌ দেখুওৱা । তই তাৰ জীৱন দিলি ; সেইবুলি তাৰ জীৱন কাঢ়ি লবলৈ তোৰ কোনো অধিকাৰ নাই ।"

যন্ত্ৰচালিতৰ দৰে তাই কৈ পেলালে—"তাৰ জীৱন কাঢ়ি লম ?" তাই যেন আন কিবা কথা এটাহে ভাবি আছিল ।

অস্থিৰ হৈ ৱাৰ্নাৰে মেজৰ ওপৰত চিগাৰেটটোৰে টুকুৰিয়াবলৈ ধৰিলে ।

"মই কি কৈছোঁ তই ভালকৈ বুজিছ ! তই বুজিছ যে মোৰ কথাৰ উত্তৰ নিদিয়াৰ অৰ্থ তই পুতেৰক মৃত্যুদণ্ড দিছ । ভাবি চা অলপ, মই লাগিলে ৰওঁ । তই কৰিনে নকৰ ? আশা কৰোঁ এই বিষয়ে তোৰ অলপ জ্ঞান হ'ব । কোনেও গৰিলাবোৰক কোনো উপায়েৰে ৰক্ষা কৰিব নোৱাৰে ; তোৰ আৰু কেঁচুৱাটোৰ জীৱন তই ৰক্ষা কৰিব পাৰিবি ।"

সি দেৰাজৰপৰা ধঁপাত আৰু চিগাৰেটৰ কাগজ উলিয়ালে ; আকৌ চুৰট এটা পকালে । অ'লেনাই তাৰ আঙুলিকিটালৈ লক্ষ্য কৰিলে । সৰি পৰা ধঁপাতৰ টুকুৰাবোৰলৈ আৰু বগা কাগজৰ জাপটোলৈ তাইৰ চকু গ'ল । জুইশলাডাল জ্বলিল ; নীলা ধোঁৱাবোৰ আটালৰ পিনে পাক খাই উঠি গ'ল ।

"কি ?"

তাই কান্ধ জোকাৰিলে ।

"তই উত্তৰ নিদিয় ?"

"মই একো নাজানো।"

সি খিয় দিলে; মেজৰ ওপৰত ভৰ দি তাইৰ পিনে চালে। খঙত মুখখন বিকৃত হৈ পৰিল।

"তেনেহ'লে তই মোৰ কথা শুশুন, নহয়নে? ইপিনে মই তোক মানুহৰ দৰে ব্যৱহাৰ কৰিছোঁ; আৰু তই……ৰাৰু ৰ দেখুৱাম তোক!……হেন্স!"

দুৱাৰমুখত সৈনিক এটাই দেখা দিলেহি।

"দুয়োটা আহ।"

সশস্ত্র সৈনিক দুটা সোমাই আহিল। তাই সিহঁতক চিনি পালে। সিহঁতেই চালিৰ তলত 'পহৰা দিয়া চন্তৰী কেইটা; সিহঁতেই তাইৰ প্রসৱৰ সময়ত ঢেক্‌ঢেকাই হাঁহি চাই আছিল।

"তাইক ধৰ। মোক সেইপাটক দে!"

কি হৈছে তাই নৌ বুজোতেই এটা সৈন্যই কেঁচুৱাটো কাঢ়ি নিলে। তাই জঁাপ মাৰি উঠিল; কিন্তু লো যেন হাতকিখনে তাইক খামুচি ধৰি থাকিল। তাইৰ উন্মাদ চকুযোৰ কেঁচুৱাটোৰ-পৰা লৰচৰ নহ'ল। সৈন্যটোৱে জধলাভাৱে কেঁচুৱাটোৰ হাতখনত ধৰিছিল; সেইদেখি সি তাক পেলাই দিয়ে বুলি তাইৰ ভয় লাগিছিল।

"তাক মেজৰ ওপৰত থ!"

তাইৰ আৰু জার্মানটোৰ মাজত ল'ৰাটো পৰি থাকিল। সৈন্যকেইটাৰ হাতকিখন তাইৰ কান্ধৰ মঙহৰ মাজলৈকে সোমাই যোৱা যেন লাগিছিল আৰু তাই বুজিছিল যে তাৰপৰা এৰাই যোৱাটো অসম্ভৱ।

তাতে কেঁচুৱাটো পৰি থাকিল আৰু কাপোৰৰ মাজত কেৱল তাৰ সৰু মুখখনহে দেখা গ'ল। নিশ্চিন্তভাৱে শুই থকা সেই কেঁচুৱাটোলৈ ৱাৰ্নাৰে ঘৃণাৰ চকুৰে চালে। কুঁৱলীৰ দৰে নীলা চকুযোৰ হঠাৎ মেল খালে। সৰু থুঁতৰিটো কঁপি উঠিল। অ'লেনাৰ অন্তৰ ছাটিফুটি লাগিল। তাইৰ কেঁচুৱাটিয়ে অসহায়-ভাৱে কান্দিবলৈ ধৰিছে। তাৰ সৰু মুখখন মেল খাই গ'ল, কপালখন বেছিকৈ ৰঙা পৰিল আৰু তাৰ চেলাউৰিযোৰ দুডাল বগা ৰেখাৰ নিচিনা হ'ল। তাই তাৰ ওচৰলৈ যাব খুজিলে; কিন্তু শকত হাত কেইখনে তাইক হেঁচি ধৰি ৰাখিলে।

ৱান্‌'াৰে হুটা মাতেৰে ক'লে, "কেঁচুৱা নিচুকাবলৈ মই তোৰ লিগিৰা হবলৈ নাযাওঁ। বাৰু, এতিয়া কবিনে নকৱ ?"

তাই তাৰপিনে নাচালেই; তাইৰ চকু ল'ৰাটোৰ ওপৰত। পোৱালি কুকুৰৰ দৰে সি কেঁকৈঁয়াই আছিল। তাই যদি তাক বুকুৰ মাজলৈ তুলি ধৰিবলৈ পালেহেঁতেন! জোকাৰি, নিচুকাই শুৱাবলৈ পালেহেঁতেন……।

"মই তোক কি কৈছোঁ শুনিছনে ? কবিনে নকৱ ? শেষ-বাৰলৈ সুধিছোঁ।"

কেঁচুৱাটোৰপৰা চকুযোৰ আঁতৰাই আনি তাই স্পষ্টভাৱে ক'লে—"নাই, মোৰ কবলৈ একো নাই……"

মেৰাই থোৱা চোলাটো কেপ্তেইনে টান মাৰি খুলিলে। মেজৰ ওপৰত্ত তাইৰ নাঙঠ পুতেক কান্দি কান্দি পৰি থাকিল—তাৰ পেটটো সোমোৱা। সি হাতৰ মুঠিকেইটা খামুচি ধৰিছে আৰু ভৰিকেইটা মেলি দিছে। কুকুৰ পোৱালিটো ধৰাদি ৱান্‌'াৰে কেঁচুৱাটোৰ গলধনত আঙুলি ঢুটাৰে ধৰি ওপৰলৈ তুলি ল'লে। তাৰ সৰু ভৰিকেইটা ওপৰত ধৰ্‌ফৰাবলৈ ধৰিলে—নখবোৰ ৰঙা আৰু আঙুলিবোৰ ফুলৰ পাপৰিৰ নিচিনা।

"এতিয়া ?"

বৰ লাহে লাহে সি ৰিভল্‌ভাৰটো ওপৰলৈ দাঙিলে।

অ'লেনা শিল যেন জঠৰ হৈ পৰিল। তাইৰ হাত ভৰিবোৰ বৰফৰ টুকুৰা যেন হ'ল। কোঠাটো বহল হৈ গ'ল আৰু জাৰ্মানটো বৰ ওখ হৈ যোৱা যেন লাগিল। অলপ আগতে কথা পাতি থকা সমুখৰ মানুহটো এতিয়া ভয়ানক ওখ হৈ আকাশ পালেগৈ আৰু এই বিৰাট শূন্যৰ মাজত তাইৰ অকণমান, ৰঙা, নাঙঠ কেঁচুৱাটো ওলমি থাকিল।

টানি ধৰা ছালখনে তাৰ টেটুটো চেপা মাৰি ধৰা যেন লাগিল। সি এতিয়া কন্দা নাছিল আৰু একো শব্দকে কৰা নাছিল। কেৱল ভৰিকেইটা ওপৰত পকোৱাপকি কৰি আৰু তাৰ হাত ঢুখনৰ মুঠিকেইটা খোলা-মেলা কৰি থাকিল।

"এতিয়া বাৰু দেখিম, তই বলছেভিকৰ জ'কা নে সন্তানৰ জননী !"

অ'লেনা সংযত হ'ল। কেপ্তেইনক এতিয়া আৰু পৰ্বতৰ দৰে

অস্তি ওথ যেন নলগা হ'ল। কোঠাটো আকৌ স্বাভাৱিক আকাৰৰ হৈ পৰিল।

"উত্তৰ দে!"

"মই সন্তানৰ জননী!" ৰান্‌'ৰে হাবিত সিহঁতে দিয়া নাম-টোকে কৈছিল। তাইৰ আগ্ৰহৰ বাবে, মৰমিয়াল মাতকিটাৰ বাবে, সিহঁতৰ ভাত-পানী ৰক্ষা আৰু কাপোৰ ধুই দিয়াৰ বাবে, ধন্যবাদ স্বৰূপে সিহঁতে আই বুলি মাতিছিল।

"তেনেহ'লে সিহঁত ক'ত আছে তই কবি?"

তাই ল'ৰাটোলৈ নাচালে; ৰান্‌'ৰৰ চকুৰে চকুৰে চাই থাকিল।

"মই একো নকওঁ, একোকেই নকওঁ......।"

ৰিভল্‌ভাৰৰ নলটো সৰু মুখখনৰ আৰু ওচৰ পালেহি। নোচোৱাকৈয়ে তাই দেখিলে।

ৰান্‌'ৰে সুধিলে—"এইটো তোৰ প্ৰথম সন্তান, নহয়নে?"

তাই নহয় বুলি মূৰ জোকাৰিলে।

"নহয়......।"

ৰিভল্‌ভাৰটো ধৰি থকা হাতখন ওপৰতে থৰ লাগিল। "কি? তোৰ আৰু ল'ৰা-ছোৱালী আছে নেকি? ল'ৰা নে ছোৱালী? এই গাৱঁতে নেকি?"

তাইৰ উখহা, ফটা আৰু শুকান ওঁঠকিটাৰ মাজত হঠাৎ এটা হাঁহি বিৰিঙিল।

"ল'ৰা......কেৱল ল'ৰা......বহুত ল'ৰা; সৌ তাত, হাবিত আছে। কালি আৰু সিহঁত, হাবিত থকাবোৰ......"

গুৰুমকৈ শব্দ এটা হ'ল। ঠিক সৰু মুখখনতে। থাৰ আৰু ধোঁৱাৰ গোন্ধ ওলাল। অ'লেনাক ধৰি থকা সৈন্যকেইটা শিয়ৰি উঠিল। কেপ্তেইনে সৰু মৃতদেহটো জোকাৰি ক'লে—"এইয়া... মাতৃদেৱী......।"

সৰু ভৰিকেইটা আৰু মুঠি মাৰি ধৰা হাতকেইখন অসাৰ হৈ পৰিল। এতিয়া আৰু মুখ বুলিবলৈ একো নাই; আছে কেৱল তেজেৰে বাঙলী, মেলা ঘা এটুকুৰা।

ৰান্‌'ৰে ক'লে, "তই পুতেৰৰ এই অৱস্থাকে কৰিলি।"

তাই মূৰ জোকাৰিলে; তাইৰ মন তেতিয়া দূৰণিৰ হাবিত।

সিহঁতে এতিয়া বাৰু কি কৰিছে ? জুই ফুৰাই আছেনে হাবি-বাটেদি জাৰ্মান ফৌজৰ পিনে বগুৱা বাইছে ? জাৰ্মানৰ সদৰ অফিচ বহা ঘৰটো সিহঁতে অৱৰোধ কৰিলেনে ? নে আহতবোৰক লৈ সিহঁত হাবিলৈ উভতি গ'ল ? সৈন্যবোৰে তাইলৈ ভৌতিক ভয়েৰে চাবলৈ ধৰিলে। কেপ্তেইনে দেখিলে যে ল'ৰাটোৰ গাৰপৰা মাটিত তেজ পৰিবলৈ ধৰিছে। ঘৃণাত তাৰ গা শিয়ৰি উঠিল।

"এইপাটক লৈ যা।"

সৈন্যটোৱে কেৰ্ঘেহালে।

কেপ্তেইনে সাপৰ দৰে ফোঁচফোঁচাই উঠিল—"তোক আকৌ কিহে পালে ?" ততালিকে সৈন্যটোৱে ল'ৰাটো থাপ মাৰি নিলে।

"শেষবাৰলৈ সুধিলোঁ, কবি নে নকৱ ?"

অ'লেনাই উত্তৰ নিদিলে ; তাই শুনাই নাছিল। খিৰিকীয়েদি তাই বাহিৰৰ বৰফ-ধুমুহালৈ চালে।

"উত্তৰ নিদিলে তোকো শেষ কৰিম।"

তাৰ কথালৈ তাই কাণ নকৰিলে ; উত্তৰ নিদিলে। সকলো অস্ত পৰিল। কুৰি বছৰৰ প্ৰতীক্ষাৰ মূৰত হোৱা ল'ৰাটো এতিয়া নাই। অন্তৰখন নিঃসাৰ হৈ পৰিল ; তাৰ মাজত এটা ভয়হীন, স্পন্দনহীন, বিৰাট শূন্যতা বিয়পি পৰিল।

অ'লেনাৰ শূন্য চাৱনি কেপ্তেইনৰ ওপৰতে থৰ লাগিল। তাই অৰ্থহীনভাৱে চাই আছিল। তাই যেন কিবা নিৰ্জীৱ বস্তুলৈ—কাঠৰ টুকুৰা বা শিললৈ—চাই আছিল।

"তাইক লৈ যা ; শেষ কৰি পেলাগৈ।" কেপ্তেইনে হুকুম দিলে—"ঘৰৰ ওচৰত নহয় ; ইয়াত যথেষ্ট হাড়-মূৰ গোট খাইছে। নৈতে আটাইতকৈ ভাল হব।"

বন্দুকৰ কুন্দাৰে খুন্দিয়াই সিহঁতে যিপিনে লৈ যায়, তাই সেইপিনেই বাধ্যভাৱে যাবলৈ ধৰিলে। এৰা, এই গাৱঁতে তাইৰ জন্ম, ইয়াতেই তাই ডাঙৰ হ'ল ; ইয়াতে তাইৰ বিয়া হ'ল। ল'ৰাৰ মুখ দেখিবলৈ তাই বিফলভাৱে বাট চাই আছিল ; শেহত সি আহি কেৱল কেইঘণ্টামানৰ কাৰণে তাইৰ কাষত থাকি গ'ল। তায়ে তাক মৃত্যুৰ মুখলৈ আগবঢ়াই দিলে। ৰিভল্‌ভাৰৰ নলটো কেনেকৈ ক্ৰমে তললৈ নমাই আনিছিল তাক তাই নিজ চকুৰে দেখি আছিল ; কিন্তু যি কথাই ৰিভল্‌ভাৰ আঁতৰাই নিলেহেঁতেন, তাই সেই কথা নক'লে।

"নহয় সোণ, মই কব নোৱাৰোঁ"—তাই ফুচফুচাই ক'লে। যেন মৰা কেঁচুৱাটোৱে তাইৰ কথা শুনিবহে।

তাই ঘূৰি চালে; সৈন্যটোৱে ল'ৰাটোক আভঁজাকৈ, ঘৃণাৰে, মূৰ ওলোমাই লৈ যোৱা তাই দেখিলে। অ'লেনাই কোলা পাতি ধৰিলে। সৈন্যটোৱে খন্তেক কেৰেঁাহালে। তাৰ পিছত মৰা ল'ৰাটো মাকৰ হাতত দিবলৈ নিজ দায়িত্বতে থিৰাং কৰিলে। সি তাক লৈ যাবলৈ বৰ অসুবিধা পাইছিল। শটো তাই বুকুৰ মাজলৈ চপাই ল'লে। তেতিয়াও তাৰ গা তপত; তেতিয়াও হাত-ভৰি ঠৰঙা হৈ উঠা নাই। মুখখনৰ ঠাইত সেই জঘন্য ফুটাটো নথকাহেঁতেন মানুহে কেঁচুৱাটো শুই থকা বুলিহে ভাবিলেহেঁতেন।

ক'লৈ নিছে তাক নভবাকৈ অ'লেনাই সৈনিক দুটাৰ মাজে মাজে যাবলৈ ধৰিলে। হুকুম দিছিল জাৰ্মান ভাষাত, সেইবাবে তাই একো নুবুজিলে। তাই মাথোন জানিছিল, এয়ে শেষ। কিন্তু সেই চিন্তাই তাইক ব্যাকুল কৰি তোলা নাছিল। পুতেকৰ মৃত্যুৰ লগে লগে তাইৰ সকলো শেষ হ'ল।

বতাহত বৰফৰ সৰু কণিকাবোৰ উৰি আহিল। বৰফ গোট মৰা খিৰিকীবোৰৰ পিনে অ'লেনাই চালে। কাকো নেদেখিলে। অকলশৰে তাই তাইৰ শেষ পথেদি মৃত্যু অভিমুখে যাত্ৰা কৰিলে। কোনেও দুৱাৰমুখেদি চোৱা নাই। ক'তো কাকো দেখিবলৈ নাই। ঘৰবোৰ নিঃসাৰ। অ'ত ত'ত জাৰ্মানবোৰে কিবাকিবি কৰি আছে; কিন্তু বন্দীলৈ সিহঁতে মন কৰা নাছিল।

ৰাইফলৰ খুন্দা খাই তাই বাটৰপৰা লুংলুঙীয়া পথলৈ নামিল। তাই অলপ আচৰিত হ'ল; কিন্তু ঠেলি নিয়া পিনেই যাবলৈ ধৰিলে। গীৰ্জাৰ সমুখৰ মুকলি ঠাই টুকুৰালৈকে তাইক নিছে বুলি ভাবিলে। জাৰ্মান কৰ্তৃপক্ষই নিষেধ কৰা সত্ত্বেও সিহঁতে সেইখিনিতে মানুহ ফাঁচী দিয়ে। বাটটো কিন্তু মানুহৰ ঘৰৰ পিনে যোৱা নাই; খালৰ পিনেহে গৈছে। ইয়াত বতাহ নাই; কাৰণ খালটো বৰফেৰে ঢাক খাই আছে।

বৰফ গোট মৰা বাটটোৱেদি অ'লেনা যাবলৈ ধৰিলে; তাই যেন ভগা আয়নাৰ ওপৰেদিহে খোজ কাঢ়ি গৈছে। সেই চাৰিদিনৰ ভিতৰতে তাইৰ ভৰিকেইটা ঘাবে ভৰি পৰিল। এতিয়া ভৰিকেইটা তেজ বৈ থকা মঙহ কিছুমানৰ নিচিনা হৈ পৰিল। ছালবোৰ তাৰপৰা ওলমি পৰিল। তিৰোতাবোৰে এই বাটেদি পানী নিয়ে;

বাগৰি পৰা পানীয়ে বাটটোত বৰফৰ আৱৰণ পিন্ধাই দিলে। তাইৰ ফটা ভৰিকেইটা বৰফত পিছল খাই যায়; বৰফৰ টুকুৰাবোৰ উখহা মঙহৰ মাজলৈ সোমাই যায়। অ'লেনাৰ খোজ ক্ৰমে বেছি থৰক্-বৰক্ হবলৈ ধৰিলে। পেটৰ তলছোৱাত অসহ্য বিষ হ'ল। ভৰি দুটাৰ মাজেদি তপত তেজ বৈ যোৱা তাই অনুভৱ কৰিলে।

তলত নৈখনে এটা পাক লৈছে। বৰফৰ ডাঠ আৱৰণটোৱে নৈৰ ওপৰখন ঢাকি ৰাখিছে; কেৱল বৰফৰ মাজত থকা গাঁত-টোৱেদিহে যি অলপ দেখা যায়; গাৱঁৰ এইফালৰ মানুহে ইয়াৰপৰাই পানী নিয়ে। নিতৌ মানুহে ভাঙি দিয়া, দূৰৰ সেই ক'লা গাঁতটোলৈ অ'লেনাই চালে। তাইক ক'লৈ নিছে একো গম ধৰিব নোৱাৰিলে। আৰু অলপ দূৰতে থালটো; তাতে জাৰ্মানে পুতিবলৈ অনুমতি নিদিয়া মৰা মানুহবোৰ পৰি আছে। নিশ্চয় সিহঁতে তাইক তাত গুলীয়াব খোজা নাই! তাই এজনী সাধাৰণ তিৰোতা; তাইকনো বাৰু যুদ্ধত মৰা ৰেড্ সৈনিকৰ লগত সমানে পেলাই থবনে?

"হেই, ক'লৈ গৈছ বুলি ভাবিছনো?"

কথাকেইটা নুবুজিলে যদিও ৰাইফলৰ খুন্দাই তাইক তাৰ অৰ্থ বুজাই দিলে। আওঢলীয়া পথেদি বাধ্যভাৱে তাই যাবলৈ ধৰিলে। সৈন্য দুটাই তাইক বৰফৰ ক'লা গাঁতটোৰ কাষলৈ লৈ গ'ল।

এটাই—"কুকুৰটোক দে" বুলি কেঁচুৱাটোৰ পিনে হাতখন আগবঢ়ালে। ভয়ত তাই মৰাশটোক বুকুলৈ চপাই ধৰিলে—যেন সিহঁতে এতিয়াও তাৰ কিবা অপকাৰ কৰিব পাৰে।

"দে! দে!"—ধমকি দি সি ক'লে; আৰু তাইৰ কোলাৰপৰা কাঢ়ি নিলে। অকণমান দেহটো বৰফৰ ওপৰত সৰি পৰিল। অ'লেনা তাৰ কাষত উবুৰি হৈ পৰিল। বাটতে তাৰ হাত-ভৰিবোৰ নীলা হৈ গ'ল আৰু ছালৰ গোলাপী ৰঙটো নোহোৱা হ'ল। মুখৰ ওপৰৰ তেজবোৰ ক'লা হৈ চপৰা-চপৰে কৰাল মাৰিলে।

তাই সেই সৰু দেহটো তুলি লবলৈ নৌ পাওঁতেই এটা সৈন্যই সঙ্গীনেৰে খুচি দলি মাৰি পঠিয়ালে। কেঁচুৱাটো গাঁতৰ কাষৰ বৰফৰ ওপৰতে পৰিলগৈ। ইটো সৈন্য দৌৰ মাৰি গ'ল; তাক সঙ্গীনৰ আগত তুলি আকৌ দলিয়াই দিলে। এইবাৰ ঠিক ঠাইতে পৰিল—পানীবোৰ ছিটিকি পৰিল; দুটামান বুৰবুৰণি উঠিল আৰু সোঁতে শটো বৰফৰ তললৈ লৈ গ'ল।

অ'লেনা আঁঠুকাঢ়ি অচলভাৱে বৈ থাকিল। তাইৰ সপোনৰ অৰ্থ এতিয়াহে বুজিলে। ঠাইডোখৰ আৰু বৰফৰ মাজৰ ক'লা গাঁতটো তাই চিনি পালে। বৰফৰ দাঁতিকেইটা সেউজীয়া; কজলা পানীবোৰ কল্‌কলাই, জীৱন্ত প্ৰাণীৰ দৰে জপিয়াই বৈ গ'ল। বৰফৰ মাজৰ মুকলি ডোখৰত পানীয়ে ডোঙা বান্ধিলে আৰু তাৰ পিছত বৰফৰ মাজলৈ সোমাই গ'ল। তাৰ পিছত তলে তলে অসীমৰ পথেদি যাত্ৰা আৰম্ভ কৰিলে। নৈৰ পাৰত আৰু ওপৰত—কেউপিনে—বৰফৰ ডাঠ আৱৰণ। কেৱল পানীৰ গাঁতটোৰ ওচৰত ল'ৰাটোৰ শটো পৰা ঠাইত চেকা এটা ছাব মৰাৰ দৰে বৈ গ'ল।

লাহে লাহে নিজৰি থকা কজলা পানীবোৰলৈ অ'লেনাই একেথৰে চাই থাকিল। সৰু দেহটো নৈয়ে উটাই নিলে; তাইৰ পুতেক আৰু নাই। বৰফৰ ওপৰৰ ৰঙা বোলটোতে তাৰ অস্তিত্বৰ একমাত্ৰ চিন ৰ'ল। মৃতকক ঢাকি থোৱা বৰফৰ বগা কাপোৰখনৰ ওপৰত এটা ছাব মাৰি থোৱাৰ নিচিনা হ'ল। পানীয়ে তাক অসীমৰ পিনে লৈ গ'ল। পানীয়ে তাক বৰফৰ তলেদি ঠেলি নিছে, তললৈ হেঁচা মাৰি দিছে; সময়ত তাক নি শিলত খুন্দিয়াই দিছে, আকৌ ওপৰলৈ ওপঙাই আনি তাক বৰফত খুন্দা খুৱাই দুখ দিছে! নহয়, এনে হব নোৱাৰে বুলি তাইৰ অটল বিশ্বাস; তাই যেন বৰফৰ মাজেদি দেখিছেহে! তাই জানে যে সিহঁতৰ নিজৰ নৈখনে তাৰ এধানি দেহটোক আলফুলকৈ, মিহি ঢৌবোৰেৰে ঢাকি, মাকৰ দৰে ৰক্ষা কৰি লৈ যাব। তাৰ তেজবোৰ, থাৰে পোৱা ঘাবোৰ আৰু জাৰ্মানৰ স্পৰ্শবোৰ নৈয়ে ধুই নিছে। এইখন সিহঁতৰ স্বদেশৰ নৈ; এয়া স্বদেশৰ বুকুৰ পবিত্ৰ পানী! এদিনৰ কাৰণেও আয়ুস ভোগ নকৰা, এধানি কেঁচুৱাটিক নৈয়ে আঁকোৱালি ধৰিলে। ই যে সিহঁতৰ নিজ দেশৰ মাজেদি বোৱা নিজৰ নৈ!

সৈন্যকেইটাই কিবা কথা পাতি আছিল। সিহঁতে পানীৰ গাঁতটোৰ জোখ লৈ কিবা পৰীক্ষা কৰিছিল আৰু কিবাকিবি গুণা-গঁথা কৰিছিল। অ'লেনাই লৰচৰ নকৰিলে। বৰফৰ মাজৰ পৰা ওলাই আকৌ তাৰ মাজতে মাৰ যোৱা ঢৌবোৰলৈকে তাই একেথৰে চাই আছিল। এতিয়া তাক একেবাৰে নেদেখা হ'ল। তাক এতিয়া কোনেও বিচাৰি নাপায়। কেউপিনে বৰফে পুতি

পেলাইছে। চকুৰে মনালৈকে কেৱল ডাঠ বৰফ; এই বৰফৰ তলে তলে, জাৰ্মানে নেদেখাকৈ, অদৃশ্য পথেদি নৈখন বৈ গৈছে। অ'লেনাই ভাবিলে—"নৈখন বাৰু ক'লৈ বৈ গৈছে?" হঠাৎ মনত পৰিল যে নৈখন পুবৰ পিনে বৈ গৈছে। অন্তৰত আনন্দ উপচি পৰিল। তাইৰ পুতেকক নিজৰ মানুহৰ পিনে উটাই নিছে; সি জাৰ্মান দাসত্বৰপৰা মুকলি দেশলৈ উটি গৈছে। হয়তো সি ক'ৰবাত পানীৰ গাঁতেদি ওপৰলৈ ওপঙি উঠিব; কিয়নো, নিশ্চয় সেইপিনে পানীৰ গাঁত আছে। তেতিয়া মানুহে তাক দেখিব; কি হ'ল বুজিব। গুলীয়ে গুড়ি কৰা মুৰটো দেখিলেই সিহঁতে বুজিব। তাক উপযুক্তভাৱে সিহঁতে কবৰ দিব; পোনা-কণক সিহঁতে স্বদেশৰ মাটিত কবৰ দিব। কিন্তু সি যদি ওপৰলৈ ওপঙি নুঠে? নাইবা, বসন্ত কালত বৰফ গলি যেতিয়া পথাৰৰ ওপৰেদি নৈৰ পানীৰ হুৰ্‌হুৰাই ঢল উঠিব, সি যদি তেতিয়াহে ওপঙি উঠে? তেতিয়া জানো মানুহে সেই অকণমান শটো বিচাৰি পাব?

সৈন্যকেইটাই তৰ্ক কৰি আছিল। কেইখোজমান গৈ সিহঁতে আকৌ কিবা এটা জুখিলে। এটাই ৰাইফলেৰে খুন্দিয়াই গাঁতৰ কাষৰে ডাঙৰ বৰফ এটুকুৰা একৰাই পেলালে। এটা দীঘল, ক'লা ফাঁট মেল খাই বৰফৰ মাজেদি আঁকাই-পকাই গ'ল। বৰফবোৰ পানীলৈ খহি পৰিল; এবাৰ ওপঙি এবাৰ তললৈ যাবলৈ ধৰিলে। গাঁতৰ চিক্‌মিকাই থকা সেউজীয়া পাৰটো এতিয়া বহল হৈ পৰিল।

বাটৰপৰা খোজৰ শব্দ আহিল; সৈন্যকেইটাই ঘূৰি চালে। বাটেদি কেপ্তেইন ৱাৰ্নাৰ আহিছিল। অ'লেনাই উভতি চোৱা নাছিল। মন্ত্ৰমুগ্ধৰ দৰে তাই আঁঠুকাঢ়িয়েই থাকিল। একেথৰে পানীৰ টোবোৰৰ চিক্‌মিকনিৰ পিনে চাই থাকিল।

কেপ্তেইনে তাইক বুটেৰে ঠেলা মাৰি দিলে। তাই শূন্য দৃষ্টিৰে তাৰপিনে চালে।

"হেই! এতিয়া তই মৰিবি বুজিছনে? গৰিলাবোৰ ক'ত আছে ক?"

খঙত সি কঁপিবলৈ ধৰিলে। সৈন্যবোৰৰ হাতত অ'লেনাক পঠাই দিয়াৰ পিছতে সদৰৰপৰা তালৈ 'ফোন' কৰিছিল। তাক আদেশ দিছিল যে যি কোনো উপায়েৰে গৰিলাবোৰ থকা ঠাইৰ

সামান্য সন্দেহ হ'লেও উলিয়াবই লাগিব। কর্তৃপক্ষৰ বিশ্বাস যে সৰহভাগ গৰিলাৰ ঘৰ ৱান'ৰৰ বাহিনীটো ৰখোৱা গাওঁখনত। যেনেতেনে আৱশ্যকীয় খবৰ গোটাবলৈ তাক হুকুম দিছে। কিন্তু এই আপদীয়া মানুহজনীয়ে কেইটামান কথা ক'লেই কর্তৃপক্ষৰ দাবীটো পূৰণ কৰিব পৰা যায়; ইপিনে তাই কথাকে নকয়; মন্ত্ৰমুগ্ধৰ দৰে নীৰৱে থাকে। বতাহ, বৰফৰ মাজত নৈৰ কাষলৈ আহিব লগা হোৱাত ৱান'ৰৰ বৰ খং উঠিছিল। আগতেই সি শেষবাৰৰ কাৰণে কথা পাতিলে আৰু তাৰ শেষ হুকুম দিলে। তথাপি আকৌ প্ৰশ্ন সুধিব লগা হ'ল। আকৌ সেই ঘা লগা, ভূত যেন মুখখনলৈ চাব লগা হ'ল। হতাশ হৈ সি এতিয়া সেই আমঠ, বৰ্বৰ মানুহজনীৰ ওচৰত এটা উত্তৰৰ কাৰণে কাকূতি কৰিবলৈকো সাজু হ'ল। কিন্তু সি জানে যে তাৰ কোনো ফল নধৰে। সদৰৰ মানুহবোৰে কবলৈ উজু— "আমি স্পষ্টভাৱে দাবী কৰোঁ।"—"যেনেতেনে খবৰ উলিয়াব লাগে" বুলি কবলৈ উজু। সিহঁতে কয়—"সকলো উপায় খটাবা।" তাৰ মনেৰে, সি ধাৰণাৰ সীমাৰ ভিতৰৰ সকলো উপায়কে খটালে। নতুন কেঁচুৱাটোৰ যোগেদি ভাগ্যই উৎকৃষ্ট সুযোগ এটা আনি দিছিল। তথাপিও একো নহ'ল……

সি সৈনিককেইটাক সুধিলে—"কুকুৰ পোৱালিটো ক'ত?" ভয়ে ভয়ে সৰুটো সৈনিকে ক'লে—"তাক আমি গাঁতত পেলাই দিলোঁ।" সিহঁতে ভাবিলে—কি হব পাৰে বাৰু? কেপ্তেইন ইয়ালৈ কিয় আহিল? তেওঁ কেঁচুৱাটোৰ কথা কিয় সুধিছে? ১৫ মিনিটৰ আগতে তেৱেঁই দেখোন তাইক লৈ যাবলৈ হুকুম দিছিল! সৈন্যটোৰ ভয় লাগিল। কিজানি সিহঁতে আদেশটো নুবুজিলে! কিজানি সিহঁতে তেওঁ কোৱা মতে নকৰিলে!

"হেই শুন! গৰিলাবোৰ ক'ত?"

অ'লেনাই একো উত্তৰ নিদিলে। আগতে যিদৰে পানীলৈ একমনে চাই আছিল, এতিয়া সেইদৰে কেপ্তেইনৰ মুখলৈ চাই থাকিল। তাই সকলো মন কৰিলে। চেলাউৰিযোৰ পাতল; আনবোৰতকৈ দীঘল নোম এডাল কপাললৈকে বাঢ়ি গৈছে; চিগাৰেটৰ সৰু, বগা কাগজ অকণমান মুখৰ দাঁতিত লাগি আছিল। গালৰ সিৰবোৰ জালৰ দৰে সৰু আৰু ৰঙা। বগা নোমবোৰৰ মাজত চকুকেইটা অনবৰত পচাৰি আছিল। এখন কাণত বৰফে ঘা

লগাই পেলালে ; উখহি ইখনতকৈ ডাঙৰ যেন হৈ পৰিল । “কি চাই আছ ? মই সুধিছোঁ, গৰিলাবোৰ ক'ত আছে ?”

সি বুজিলে । প্ৰশ্নটো তাইৰ মনত সোমোৱা নাই ; তাই শুনাই নাই । বাৰে বাৰে কৈ থাকিলেও আৰু লাভ নাই । কেপ্তেইনৰ অতিপাত খং উঠি গ'ল । তাইৰ কেঁচুৱাটোৰ বাবে সি এতিয়া খেদ কৰিলে ; বৰ সোনকালে তাক মাৰি পেলালে । তাইৰ সমুখত তাৰ গাৰ ছাল চেলাব লাগিছিল, কাণকেইখন ঘপিয়াই কাটিব লাগিছিল আৰু চকুকেইটা ঘুকি উলিয়াই পেলাব লাগিছিল । তেতিয়া তাই মতি-গতি সলালেহেঁতেন ; সৈ কাঢ়িলে-হেঁতেন । কিন্তু সি বৰ হুৰামুৰা কৰিলে । ইপিনে কাইলৈ সদৰৰপৰা আকৌ ‘ফোন’ আহিব । তিৰোতা গৰিলা এজনী ধৰিলে বুলি সিহঁতক খবৰ দি সি ইমান মূৰ্খৰ দৰে কাম কৰিলে ! মানুহজনীৰপৰা এটা কথা উলিয়াবলৈকো কিমান অসম্ভৱ, সেই কথা সদৰৰ কৰ্মকৰ্তাসকলে কেতিয়াও অনুভৱ কৰিব নোৱাৰে আৰু তাৰ ‘চেনেহৰ’ বন্ধুসকলে এই সুযোগতে তাক এসেকা দিবলৈ পাই বৰ ৰং পাব । খবৰ গোটাবৰ কাৰণে বন্দীক কেনে ব্যৱহাৰ কৰিব লাগে, সেই কথা কেপ্তেইন ৱান'ৰে নাজানে বুলি ৰৰমুৰীয়াবোৰক লগাবলৈ সুবিধা পাই সিহঁতে বৰ সন্তোষ পাব ; স্থানীয় ডকাইত-বাসিন্দাবোৰৰ প্ৰতি তাৰ ব্যৱহাৰ মৰমিয়াল আৰু উদাৰ বুলি সিহঁতে কব ।

সি ওঁঠ কামুৰিবলৈ ধৰিলে ; অস্থিৰ হৈ এটা সৈনিকৰ হাতৰপৰা ৰাইফলটো ইমান বেগেৰে কাঢ়ি আনিলে যে সিটো ভয়তে উচাপ খাই উঠিল । অ'লেনাই তেতিয়া কেপ্তেইনলৈ চাই থকা নাছিল । পানীৰ চিকমিকনি আৰু ইয়াৰ ধাৰাবাহিক গতি-টোৰ ওপৰত তাইৰ লক্ষ্য স্থিৰ আছিল ।

ৱান'ৰ এখোজ পাছুৱাই গ'ল আৰু তাৰ পিছত, গাৰ গোটেই শক্তি প্ৰয়োগ কৰি, আঁঠুকাঢ়ি থকা মানুহজনীৰ পিঠিত সঙ্গীনখন বহুৱাই দিলে । গাঁতৰ কাষত তাই উবুৰি হৈ পৰি গ'ল । পৰৰ্ত্তাতে এছাটি ৰবফ পানীত ছিটিকি পৰিল । অ'লেনাৰ মুখখন পানীৰ কাষ পালেগৈ । ৰবফবোৰে পানীত ছিটিকি পৰি সেউজীয়া ৰবণ ধৰিছিল আৰু পাক খাই খোপা পাতি ওপৰত ঘূৰি ফুৰিছিল ।

কেপ্তেইনে সঙ্গীনখন টান মাৰি উলিয়াই আনি আকৌ খোঁচ মাৰি দিলে । মানুহজনীৰ গাটো শিয়ৰি গ'ল আৰু ৰবফৰ

ওপৰত ছট্‌ফটাবলৈ ধৰিলে। তাইৰ হাত-ভৰি ঠৰঙা হৈ পৰিল। বৈ পৰা চুলিবোৰ পানীত সোমালগৈ। ঢৌবোৰৰ জোকাৰ খাই চুলিবোৰ জীৱন্ত প্ৰাণীৰ দৰে তল-ওপৰ কৰি থাকিল।

কেপ্তেইনে হুকুম দিলে—"তাইক পানীলৈ গঁতা মাৰি দে।"

সৈন্যকেইটা জঁাপ মাৰি আগবাঢ়ি গ'ল আৰু দেহটো ৰাই-ফলৰ কুন্দাৰে হেঁচুকি দিলে। গাঁতটো সৰু আছিল। সেই বাবে মূৰটো পানীত বুৰ গ'ল যদিও হাত দুখন দাঁতিত লাগি থাকিল ; যেন মানুহজনীয়ে বাধাহে দিছে।

খঙত কেপ্তেইন গুজৰি উঠিল—"তহঁতক পাইছে কিহে ? মানুহ এজনীকো বলে নোৱাৰা হ'লি নে ?"

সৈন্য দুটা মৰাশটোৰ ওপৰত জঁপিয়াই পৰিল। বাহু দুটা ভাঙি দি তাইক ঠেলি বৰফৰ তললৈ বুৰাই দিলে। বুকুলৈকে তাই বুৰ গ'ল আৰু লাহে লাহে কঁকাল পালেগৈ। তেতিয়া সিহঁতে তাইক ভৰিৰে আৰু ৰাইফলৰ কুন্দাৰে ঠেলিবলৈ ধৰিলে ; কেপ্তেইনৰ ভয়ত সিহঁতে লৰালৰি লগালে। শেহত যেতিয়া গোটেই গাটো সোমাই গ'ল, পানীবোৰ কেউপিনে ছিটিকি পৰিল। কেৱল নীলা, উখহা ভৰিইকেটা গাঁতৰ মাজেদি ওলাই থাকিল। সেইকেইটা আৰু মানুহৰ ভৰি যেন নেদেখি। মানুহকিটাই এই ভয় লগা, ক্ষত-বিক্ষত ভৰিকেইটাৰ ওপৰত কুন্দাৰে কোবাবলৈ ধৰিলে, শেহত আকৌ পানী ছিটিকি পৰিল ; বুৰবুৰণি কাঢ়ি ঢৌ এটা বৰফৰ মাজৰপৰা ওলাই আকৌ নোহোৱা হ'ল—দূৰ দেশলৈ দীঘলীয়া যাত্ৰা আৰম্ভ কৰি দিলে।

ৱান্‌'াৰে মিছাকৈ গালি-শপনি পাৰিবলৈ ধৰিলে ; তাৰ পিছত গুচি গ'লগৈ। সৈন্যকেইটাই পাছ ল'লে ; ৰ্যাইফলকিটা সি নেদেখাকৈ লাথুটিৰ দৰে ল'লে।

তলত বৰফৰ মাজৰ গাঁতটোত কজলা পানীবোৰ কল্‌কলাই থাকিল ; চিকমিকাই থকা পাৰেদি বাগৰি যাওঁতে পানীবোৰ

সেউজীয়া হৈ পৰিছিল। বৰফৰ গচকনিৰ মাজত সৈন্যকেইটাৰ খোজৰ চিনবোৰ স্পষ্টভাৱে দেখা গৈছিল। কেৱল ল'ৰাটো প্ৰথমে পৰা ঠাইতহে বগা বৰফৰ ওপৰত ৰঙা বোল এটা বৈ গ'ল। বগা বৰফৰ ওপৰৰ স্পষ্ট ৰঙা চিনটো যেন কেতিয়াও মচ খাই নাযায়। বসন্তৰ ৰ'দালিৰ তাপত বৰফ গলি বৈ গ'লেও যেন ই থাকি যাব। মুক্তি পাই নৈখন, ফেনে-ফোটোকাৰে, দুৰণিৰ সমতলবোৰৰ ওপৰেদি অসীম সাগৰৰ বুকুলৈ গুচি যাব; নিজ দেশৰ বুকুত এইখনেই সিহঁতৰ চেনেহৰ সাগৰ।

———

## ॥ ছয় ॥

পুচিয়াই গা ধুইছিল। ফেডচিয়া ত্ৰে-ভচাকে গোমোঠা ভাব এটা লৈ তাইক পানী দিয়েগৈ; চৰিয়াত তপত পানী ঢালি দিয়ে আৰু তাই লাহী কান্ধকিটাত চাবোন সানি চৰিয়াত বহি থাকে। জাৰ্মানটোৰ আগত তাইৰ লাজ লগা নাছিল; ইপিনে সি ইটোৰ পিছত সিটোকৈ চিগাৰেট জ্বলাই তাইৰ কাষতে বহি আছিল। তাই যেন ৰান্ধনিঘৰত গাকে ধুব নোৱাৰে; তাইৰ নিচিনা বৰ-মানুহৰ জীয়েক এজনীয়ে ৰান্ধনিঘৰত গা ধুবনে? সেইবোৰ তাইৰ ভাল নালাগে। তাইক লাগে তাইৰ জাৰ্মানটোৰ আগত গা দেখুৱাবলৈ; তাইক লাগে মজিয়াথনত পানী ঢালিবলৈ; তেহে আকৌ কোনোবাই মচি-সাৰি তাইৰ আল ধৰিব!

পুচিয়াই গৰম পানীৰ মাজত ধুন মাৰি আছিল। মাজে মাজে কাৰ্টলৈ লুকাই একোবাৰ চাইছিল। গোটেই গধূলিটো সি মন মাৰি মনে মনে আছিল।

"আপুনি ইমান মনে মনে আছে কিয়? মোলৈ চোৱাই নাই, যেন মই ইয়াত নায়েই।"

সি কঠুৱা মাতেৰে ক'লে, "মোৰ ভাগৰ লাগিছে।" "মই হ'লে গোটেই দিনটো বাট চাই আছিলোঁ; পিছে আপুনি এবাৰো নাহিল।"

তাই 'স্পঞ্জ'টো চেপিলে আৰু বুকুৰ ওপৰেদি চাবোনৰ বগা পানীবোৰ বৈ যোৱা চাবলৈ ধৰিলে।

"মই আজি বহুত ঠাইলৈ যাব লগা হৈছিল।" সদৰৰপৰা দিয়া টেলিফোনৰ খবৰটোৰ কথাকে সি অনবৰত ভাবি আছিল। মানুহজনীৰপৰা কোনো খবৰ উলিয়াব নোৱাৰিলে বুলি সি কাইলৈ জনাব লাগিব। 'মেজৰ' জ্বলি-পকি উঠিব। তেওঁ নিজেনো তাইৰপৰা কিটো উলিয়াব পাৰিলেহেঁতেন! তাক চাবলৈ বেছ ধুন উঠিলেহেঁতেন! তেওঁ ভাবে সকলো উজু কথা।.........পিছে আটাইতকৈ বেয়া কথা হ'ল, ৱাৰ্নাৰে অলপতে উচ্চ পদ পাব বুলি আশা কৰিছিল। কিন্তু এই গৰিলাৰ কাণ্ডটোৱে সকলো

মিছা কৰিব যেন লাগিল। গৰিলাৰ চিন্তাই তাৰ মূৰ ঘমোৱা নাই, সিহঁতৰহে মূৰ ঘমাইছে। বাৰু তেওঁলোকেনো চেষ্টা কৰি নাচায় কিয়? সিহঁতৰ গুপ্তস্থান তেওঁলোকে বিচাৰি উলিয়াওকচোন। ……কাৰ্টৰ মূৰত সকলো দায়িত্ব চপাই দি তাক জগৰীয়া কৰাকে তেওঁলোকে সহজ বুলি থিৰাং কৰিলে। নিজৰ মূৰ্খালিৰ বাবে সি নিজকে গালি পাৰিলে। তাতৈৰপৰা কিবা কথা উলিয়াব পাৰিবনে নোৱাৰে তাক নৌ জানোতেই, কষ্টিয়াক নামৰ মানুহ-জনীক ধৰিছে বুলি খবৰ দিবলৈ তাক কিহে পাইছিল?

সি কিবা ভাবি আছিল। পুচিয়াই ভাবিলে, সি একেথৰে তাইলৈকে চাই আছে।

"কিনো হ'ল?"

সি লাহে লাহে চিগাৰেটটো টানিলে আৰু ক'লে—"শুনা—" কিন্তু তাৰ খোকোজা লাগিল।

পুচিয়া চকু থিয় কৰি শুনিবলৈ ৰৈ থাকিল। "তোমাৰ সেই বায়েৰজনীৰ লগত কথা পাতিব নোৱাৰানে?"

তাই হঠাৎ উভতি চালে; পানীবোৰ মাটিত ছিটিকি পৰিল। ঠিক সেই সময়তে ফেডচিয়া বাল্টিটো লৈ সোমাই আহিছিল।

সি খঙেৰে ক'লে—"তই হবলা এইখনত পিতপিতাই ফুৰিছ?"

মানুহজনী উচাট মাৰি ওলাই গ'ল; সি দুৱাৰখন জপাই থৈ গ'লহি।

"বাইদেউৰ লগত কথা পাতিম?"

সি খঙেৰে ক'লে—"হয়, শুনা নাই নেকি?" চকুকিটা বৰকৈ মেলি আৰু গাটো ভাঙি তাই ক'লে—"কেলৈ পাতিম?"

"তুমি মোক সহায় কৰিব লাগিব। হাঁহিবলৈ কিটো আছে? তুমি সেই শিক্ষয়িত্ৰীজনীৰ লগত কথা পাতিব লাগিব। বুজিছা, মই বিচৰা বহুত খবৰ তাই জানে।"

পুচিয়াই 'স্পঞ্জ'টো পানীলৈ পেলাই দিলে; আকৌ তুলি আনি চেপিবলৈ ধৰিলে।

"তাই মোক একোকে নকয়……"

"তাই যাতে কিবা কয় তেনেভাৱেই তুমি কথা কব লাগিব। ……বুজাই ক'বা, ক'বা যে এইবোৰ ধেমালিৰ ফল বেয়া হবগৈ। এতিয়ালৈকে মই ঢিলাই দিছোঁ; কিন্তু অধৈৰ্য্য হ'লে……"

"কি ধেমালিৰ কথা কৈছে?"

সি টিঞৰি ক'লে—"উস্, তুমি দেখিছোঁ বৰ মূৰ্খ।"

তাইৰ খং উঠিল; মুখ ওফোন্দাই পেলালে আৰু গাৰ বলেৰে ভৰিকিটাত চাবোন ঘঁহিবলৈ ধৰিলে।

"তাইক বুজাবা যে আমাৰ লগত কাম কৰাটোৱেই তাইৰ পক্ষে মঙ্গল। সিহঁত উভতি আহিব বুলি আশা কৰি থাকিবলৈ নিশ্চয় তাই সিমান মূৰ্খ নহয়, নহয়নে?"

তাই উত্তৰ নিদিলে; এতিয়াহে সি তাইৰ মুখত ওফোন্দ লগা ভাবটো দেখা পালে।

"বাৰু, তোমাৰ হৈছে কি?"

"মই মূৰ্খ, তাইক কেনেকৈ এইবোৰ কথা বুজাই ক'ম?"

"অ' জগৰ লাগিল হব পায়? শুনা, মোৰ সঁচাকৈ ভাগৰ লাগিছে। আজি দিনটো বৰ কষ্ট কৰিব লগা হ'ল। গোঙোৰা মাৰি নাথাকিবা; সেইবোৰ বেয়া কথা। তুমি তাইৰ সৈতে কথা হবা, নহয়নে?"

"তাই মোৰ সৈতে কথাকে নাপাতে।"

"কেলৈ?"

তাই তাৰ পিনে চালে আৰু কান্ধকেইটা জোকাৰিলে।

"আপুনি দেখা নাই নেকি? ইয়াৰ কোনেও মোৰ লগত কথা নাপাতে। মই কুষ্ঠ বেমাৰী হোৱা হ'লেও ভাল আছিল। আপোনাৰনো কি গাত লাগিব?......সদায় দেখোন মোক অকলে এৰি গুচি গৈছে......"

"একেবোৰ কথাকে ৰেপি আছা কেলৈ? থোৱাঁ সেইবোৰ। মই এতিয়া দৰকাৰী কথা কৈছোঁ।"

কপালৰ গাঁঠিটো দেখি পুচিয়াৰ ভয় লাগিল। "বাৰু তাইৰ লগত কি কথা পাতিম?"

সি দুৱাৰৰ পিনে চালে—"আমালৈ খবৰ আহিছে বোলে তাইৰ গৰিলাৰ লগত যোগ আছে। সিহঁত ক'ত লুকাই আছে, আমি তাইৰপৰা সেই কথা উলিয়াব লাগিব; বুজিছা?"

"তাই মোক একোকে নকয়।"

"নকয় বুলি আগতে ভাবি লবা কিয়? তুমি যদি টেঙৰালি কৰি কথা হোৱাঁ, তাই তেতিয়া নিশ্চয় ক'ব।"

পানী চেঁচা হৈ আহিল। পুচিয়াই যত্নেৰে গাটো টুকিলে। হাত মেলি ৰাতি পিন্ধা সাজটো চকীখনৰপৰা আনিলে। মিহি

পাটৰ কাপোৰবোৰত আঙুলি বুলাই তাইৰ ভাল লাগিছিল। সাজটো পাতল নীলা ৰঙৰ আৰু হাতেৰে বন-কৰা। ৱার্নাৰে ফ্ৰান্সৰপৰা এইটো আনিছিল; কিন্তু আহোঁতে বাটত ধৈণীয়েকক দিবলৈ সময়কে নাপালে। সেইদেখি এতিয়া পুচিয়ায়েই সেইটো পিন্ধিবলৈ পালে। পাটৰ কাপোৰখনৰ মিহি কোঁচবোৰ তাইৰ গাৰ কেউপিনে ওলাই পৰিল; কাপোৰৰ কোমল পৰশটো তাই ভালকৈ অনুভৱ কৰিলে। গা ধুই ভাগৰ লগাত তাইৰ শুবৰ মন গ'ল।

তাই লেনিয়াই সুধিলে, "আপুনি কাপোৰ নসলায় কিয়?"

"শুবলৈ মোৰ সময় নাই। বাৰু শুনা, সেই গৰিলাবোৰৰ কথা মই যেনেতেনে জানিবই লাগিব।"

পুচিয়া আহি তাৰ কাষত বহিল আৰু তাইৰ গালখন তাৰ কামিৰ্জটোত ঘঁহাই দি মাতিলে—"কার্ট।" অধৈৰ্য্যভাৱে কার্ট আঁতৰি গ'ল।

"সঁচাকৈ, তোমাৰ লগত দেখিছোঁ গুৰুত্বপূৰ্ণ কথা পতাই অসম্ভৱ।"

তাই থোন্‌থোনাই ক'লে- –"ৰাতি কথা পাতিবৰ সময়ো নহয়।" কাণৰ কাষলৈ চুলিকোছা সামৰি থ'লে। কিন্তু তাৰ খং উঠা যেন দেখি ঘপৰাই ক'লে, "বাৰু তেনে; কিন্তু তাই কিবা জানে বুলিনো আপুনি কেনেকৈ গম পালে?"

"যেনেকৈয়ে হওক, জানিলোঁ। তুমি বাৰু সেইবাবে মুৰ ঘমাব নালাগে। তাইক কব পাৰা যে মই সকলো জানো আৰু তাই কথা নক'লে মই তাইক গ্ৰেপ্তাৰ কৰোৱাম।"

"আ-হা-—"

"তুমি কি বুলি ভাবিছিলা নো? তোমাৰ বায়েৰ বুলিয়েই হবলা তাই আমাৰ বিৰুদ্ধে কাম কৰিব আৰু আমি হাত সাৱটি বহি থাকিম?"

পুচিয়াই মুৰ জোকাৰিলে।

"তাইক গ্ৰেপ্তাৰ কৰিলেই বা নকৰিলেই, মোৰ কিটো হ'ব? মই তাইৰ লগত কথা হ'ব পাৰিম; কিন্তু চাব বাৰু, তাই মোক ঘৰ সোমাবলৈকে নিদিয়ে।"

"বাৰু। চেষ্টা কৰি চোৱাঁ।"

ভালৰি বোলাই তাই ক'লে, "মই চেষ্টা কৰিম।" ভাবিলে, এইবোৰ দেখোন পিছদিনাৰ কথা, এতিয়া এই ৰাতিখন কাটিৰ সৈতে সেইবোৰ লৈ দন-হাই কৰিবৰ সময় নহয়।

"আহক, শোওঁগৈ......"

উঠি যাওঁতে সি চৰিয়াটোত উজুটি মাৰি দিলে। "মানুহজনী কলৈ গ'ল? আৰু তুমিও দেখোন বান্ধনি ঘৰতে গা ধুব পাৰা।"

"বান্ধনিঘৰত? তাইৰ কোঠাত?"—বিৰক্তিত তাইৰ গা শিয়ৰি উঠিল।

ৱান'াৰে হাত দাঙি বাধা দিলে; ফেডচিয়াই চৰিয়া-বাল্টিবোৰ আঁতৰাই নি মজিয়াখন সাৰি পেলালে। পুচিয়াই, তৃপ্তিৰ সৈতে, বিচনাৰপৰা তাইৰ পিনে চালে। তাই এতিয়া ভেচিয়াৰ কথা ক'ব নেকি? নহয় বুঢ়ীয়ে আৰু অলপ কষ্ট ভোগক। তাই আৰু অলপ বাট চাব; চেলু এটা সদায় ওলাবই।

দুৱাৰ বন্ধ হ'ল। ৱান'াৰে কামিজটো খুলিলে। বুটযোৰ পেলাই দিওঁতে জনকৈ উঠিল। চাকিটো নুমাল। ফেডচিয়াই চৰিয়াৰ পানীখিনি বাল্টিকিটাত ঢালিলে আৰু পেলাই দিবৰ কাৰণে তাই বাহিৰলৈ গ'ল। এছাটি বতাহ মাৰিলে। চন্তৰী-টোৱে ঘূৰি চালে, কিন্তু তাইৰ হাতত বাল্টি দুটা দেখি একো নক'লে। ঘৰৰ মুধেদি তাই ভঁৰালৰ কাষৰ গোবৰৰ দ'মটোৰ ওচৰ পালেগৈ। পানী ঢালি দিওঁতে তাই ওচৰতে ফুচফুচনিৰ শব্দ শুনিলে।

"আই!"

তাই উচাপ খাই উঠি বাল্টি দুটা থ'লে। বৰফৰ কাৰণে ৰাতিও বৰ পোহৰ হৈছিল; বগা বৰফৰ মাজত তাই ভঁৰালৰ মুখত এটা ছাঁ দেখিলে। পৰিচিত টুপীটো দেখি তাই উশাহ সলাবলৈকো পাহৰিলে।

জানিলে যদিও তাই ফুচফুচাই ক'লে—"কোন সেয়া?" তাই আঁঠুকাঢ়ি পৰিল আৰু হাত মেলি তাৰ সেই কোটটো আৰু পেটিডাল স্পৰ্শ কৰিলে। তাৰ ধোঁৱা বৰণীয়া নোমাল টুপীটোত স্পষ্টভাৱে ৰঙা তৰাটো ওলাই আছিল। তাই উচুপিবলৈ ধৰিলে। ৰেড্ সৈনিকটোৱে ভয় খালে।

"আপোনাৰ কি হৈছে ?"

"তুমি······তুমি······তুমি······" প্ৰলাপ বকাৰ দৰে তাই সেই কথাকে ফুচফুচাই থাকিল। ওঁঠ দুটা কঁপি উঠিল। তাইৰ সপোন দেখা যেন লাগিল। আনন্দত বুকুৰ থিপ্‌থিপনি উঠিল।

"তুমি······তুমি······"

সি হালি গৈ তাইৰ কান্ধটো লাহেকৈ জোকাৰি দিলে। ৰবফৰপৰা প্ৰতিবিম্বিত হোৱা পোহৰত সি তাইৰ চকুলো ভৰা মুখত এটা হাঁহি বিৰিঙি উঠা দেখিলে।

"কি হৈছে ?"

"একো নাই, একো নাই।" অতি কষ্টেৰে ফেডচিয়াই আত্ম-সম্বৰণ কৰিবলৈ চেষ্টা কৰিলে। হঠাৎ তাইৰ চন্তৰীটোৰ কথা মনত পৰিল। ৰেড্‌ সৈনিকটোৰ চোলাৰ আগত ধৰি তাই ক'লে—"মোৰ ঘৰত জাৰ্মান আছে! গাৱঁতো জাৰ্মান আছে।"

"মই জানো। আপোনাৰ সৈতে কথা হব খুজিছোঁ, আই! আপুনি ইয়াৰে নেকি ?"

"নিশ্চয়, এই গাৱঁৰে মই······"

"আপুনি মোক কব লাগে--কি কি আৰু কেনেকৈ······"

"শুনা বোপাই, মোৰ ঘৰৰ মুখত চন্তৰী এটা আছে; মই বেছি সময় কৰিলে সি মোক বিচাৰি আহিব। তুমি খন্তেক ৰোৱাঁ আৰু মই দৌৰ মাৰি ঘৰৰপৰা আহোঁ। ওলাই আহিবলৈ আন এটা বাট আছে; সেইপিনে মই ততালিকে উভতি আহিম। তুমি বৰং আৰু অলপ আঁতৰি যোৱাঁ; ভঁৰালৰ মূধৰ চালিৰ তলতে থাকাগৈ। তাত খেৰ আছে আৰু সিমান বতাহো নাই।"

হঠাৎ তাৰ সন্দেহ জন্মিল; সন্দেহজনকভাৱে তাইলৈ চালে। তাই কথাটো গম ধৰিলে।

"সোণ, কি হ'ল ? কোনো ভয় নাই; মই এই গাৱঁৰে সমূহীয়া পামৰ মানুহ। মোৰ ল'ৰাটো সোঁ তাত খালত পৰি আছে। সি ৰেড্‌সৈনিক আছিল······তাতে সি এমাহ ধৰি পৰি আছে। তাক পুতিবলৈকো সিহঁতে মোক অনুমতি নিদিয়ে। ······গাহৰিহঁতে তাক নাঙঠ কৰি পেলালে······"

কথাবোৰতকৈও তাইৰ প্ৰকাশৰ সুৰটোৱেহে ল'ৰাটোৰ মনত দৃঢ়ভাৱে বিশ্বাস জন্মালে; সি নিজেই লাজ পালে।

"আই, জানেই নহয়, কত ধৰণৰ মানুহ আছে।"

"তুমি যোৱা ; মই এতিয়াই উভতি আহিম ।"

কঁপা হাতেৰে বাণ্টিকিটা তুলি লৈ তাই ধৰলৈ উভতিল। চন্তৰীটোৰ কাষেদি যাওঁতে তাই কোনোমতেহে হাঁহিটো সামৰিলে। পালেগৈ আৰু ! তই বাৰু গোৰোহনি মাৰি ঘূৰিয়েই থাক ! ইপিনে আমাৰ মানুহ গাওঁ সোমালহি । তই বাৰু অফিচাৰটোৰ ৰচকীজনীক আৰু তাৰ বিচনাখনকে ৰখি থাক । সিপিনে যে ভঁৰালৰ মুখতে ৰেড্‌সৈনিক এটা আছেহি, তাৰ তই কি গম পাবি ? ভালকৈ পৰ দে ! তহঁতৰ দিন চমু চাপি আহিছে ।

চালিৰ তলৰ তুৱাৰখন তাই সাৱধানে বান্ধিলে আৰু শুবলৈ আয়োজন কৰা যেন দেখুৱাই ৰান্ধনি ঘৰৰ বেঞ্চখন টানি আনিলে। শোৱনিঘৰৰপৰা জাৰ্মানটোৰ নাকৰ ঘোট-ঘোটনি শুনিলে । ফেড্‌-চিয়া মনে মনে চালিৰ তললৈ গ'ল । ওপৰৰ কোঠাটোত এছটা তক্তা ঢিলা হৈ আছিল । তাই সাৱধানে তক্তা ছটা খুলিলে আৰু ঘৰৰ চুকেদি তললৈ নামি আহিল । আহোঁতে দীঘল আচলখনৰ বাবত অসুবিধা পাইছিল । তাইৰ দৰে বুঢ়ী এজনীয়ে মেকুৰীৰ দৰে বগুৱা বাই ফুৰা কথাটো ভাবিলেও হাঁহি উঠে ।

খেৰৰ মুধটো বতাহত খৰ্‌খৰাই আছিল ; সেইদেখি চন্তৰী-টোৱে বাহিৰৰপৰা একো শুনিলে । মাটিলৈ নামি আহিলত তাইৰ বুকুখন বৰকৈ ধিপ্‌ধিপালে । তাই খন্তেক বৈ শুনিবলৈ ধৰিলে । নহয়, ঘৰৰ পাছপিনে কিবা হৈছে বুলি সি কেতিয়াও নাভাবে । পাছফালে কেৱল বেৰখনহে আছে ; সি সমুখৰ পিনে খিৰিকীৰ কাষেদি অহা-যোৱা কৰিছে । হঠাৎ তাইৰ মনত খেলালে—তাই দেখোন ইয়াৰপৰাই ঘৰৰ ভিতৰ সোমাব পাৰিব। মনত উলাহ লাগিল ।

ভঁৰালৰ কাষেদি তাই মেকুৰীৰ দৰে চুচৰি গ'ল । কিন্তু বাটতে থত্‌মত্‌ খাই বৈ গ'ল ; তাত কাকো নেদেখিলে । চালিখন উদং । তেনেহ'লে তাই সপোন দেখিছিল নেকি ? কিজানি হেঁপাহ আৰু কষ্টৰ ফলত তাই ভ্ৰমৰ মৰীচিকাকে দেখিলে ? নহয়, ই হ'বই নোৱাৰে······

তাই ফুচফুচাই ক'লে—"ক'ত আছা ?"

খেৰত খচ্‌খচনি উঠা শুনি তাইৰ মুখখন উজ্জ্বল হৈ উঠিল । সি তাতে আছে আৰু অকলেও নহয়—সিহঁত তিনিটা । সিহঁত

চালিব দুৱাৰখনৰ মুখত বহি আছে ; ফেড্‌চিয়াও সিহঁতৰ কাষতে বহিলগৈ ।

এটা মানুহৰ হাতখন চপৰিয়াই তাই লাহেকৈ ক'লে, "আমি তোমালোকলৈ কিমান আশা কৰি আছোঁ । দিনে-নিশাই তোমা-লোকলৈ বাট চাই থাকোঁ । শেহত তাকেই নিজ চকুৰে দেখা পালোঁ ।"

"সেইটো হয়, আই । কিন্তু আমি আগতে কথাটো শেষ কৰি লওঁ ।"

তাই সিহঁতৰ ভোক লাগিছে নেকি সুধিলে । ৰেড্‌সৈনিক-কিটাই হাঁহিলে ।

"নাই, ধন্যবাদ, আমি ইয়ালৈ খাবলৈ অহা নাই ।"

"বাক তেনে, কি জানিব খোজা সোধা ।"

"আপুনি এই গাৱঁৰে নহয়নে ?"

আচৰিত হৈ ফেডচিয়াই ক'লে—"নিশ্চয়, আৰু নো ক'ৰ হ'ম ? মই ইয়াৰে ; ইয়াতে উপজিছোঁ ; ইয়াতে বাস কৰিছোঁ ।"

"আমাক কেইটামান কথা লাগে । জাৰ্মানবোৰ ক'ত ক'ত আছে ? ইয়াত সিহঁতৰ কি আছে ?"

কাকুতি কৰাৰ দৰে তাই হাতযোৰ কৰিলে : "আমাৰ সৈন্য গাৱঁলৈ আহিব ?"

"ভকল আহিব ; কেৱল, ক'ত কি আছে সেই কথাহে আগতে জানিব লাগিব ।"

তাই হাত দুখন চপাই বহিল আৰু তাৰ পিছত আৰম্ভ কৰিলে, "বাক,......আমাৰ গাওঁখন অলপ ডাঙৰ ; তিনিশ ঘৰ মানুহ আছে । দুটা বাট ইয়াতে লগ হৈছেহি । চাৰিআলিটোতে এটুকুৰা মুকলি ঠাই আছে । আগতে তাত এটা গীৰ্জা আছিল ; এতিয়া তাৰ ধ্বংসাৱশেষহে আছে ।"

"অকণমান ৰব, আই ।"

সিহঁতে মেপ এখন উলিয়ালে আৰু তাৰ ওপৰত জুপিবলৈ ধৰিলে ; টিপচাকিটো কোটটোৰে ঢাকি ল'লে ।

"এইটো, ইয়াতে চাৰিআলি ; মাজতে সেইখন মুকলি ঠাই ।"

"গীৰ্জাৰ ওচৰৰ মুকলিখনতে সিহঁতে কামান বহুৱাইছে ।"

"কামান বহুত আছে নেকি ?"

কেডচিয়াই খন্তেক ভাবি ল'লে—"ৰবা, অ' হয়, চাবিটা আছে। গীৰ্জাৰ সোঁহাতে ডাঙৰ ঘৰ এটা আছে। আগেয়ে ইয়াতে গাৱঁৰ ছভিয়েট বহিছিল; এতিয়া সেয়ে সিহঁতৰ সদৰ। তাতে ফাটেক-ঘৰ এটা আছে; সিহঁতে তাত পাঁচটা মানুহক জামিনত বন্ধ কৰি ৰাখিছে।"

"আৰু জাৰ্মানবোৰ ক'ত আছে?"

"মুকলি ঠাই ডোখৰত আছে আৰু কবলৈ গ'লে প্ৰত্যেক ঘৰতে আছে। মোৰ ঘৰৰ সৈতে এই গোটেই অঞ্চল গাৱঁৰ এমূৰত পৰিছে; ইয়াত বেছি নহ'লেও অলপ আছে। নেমুগছ-বোৰৰ তলতহে বহুত বন্দুক আছে; গাৱঁৰপৰা ওলাই গ'লেই দেখিবা। কিন্তু সেইবোৰ বেলেগ, অলপ সৰু......"

"বিমান-ধ্বংসকাৰী বন্দুক নেকি?"

"জানো, হব পাৰে। থিয় দি থাকে, দীঘল আৰু লিতা।"

"বুজিলোঁ। মেচিনগান দেখিছেনে ক'ৰবাত?"

"হয়। মেচিনগানো আছে। গাৱঁৰ সিটো মূৰত আছে। ইয়াৰপৰা ঠিক পোনে পোনে গৈ বাওঁহাতলৈ দেখিবা। সেই-পিনৰ ঘৰৰ বেৰবোৰ ফুটাই সিহঁতে মেচিনগান পাতি থৈছে।"

ৰেড্‌সৈনিককিটাই মেপত জুমিবলৈ ধৰিলে; আৰু কেইটামান কটা চিন আৰু বৃত্তৰ দাগ দিলে।

"সেইবোৰ ঘৰৰপৰা সিহঁতে মানুহক খেদাই দি নিজে থাকিবলৈ ল'লে। ৰবা, তাত বাৰু কিমান ঘৰ আছে?......এক...তিনি ...হয়—পাঁচোটা আছে। মুকলি ঠাইডোখৰতো এটা ঘৰ আছে।"

"বহুত জাৰ্মান আছে নেকি?"

"সেইটো কব নোৱাৰি। সিহঁত অহা-যোৱা কৰি থাকে; কেৱল কেপ্তেইনটোহে ঘূৰি নুফুৰে। কোৱা শুনো দুশমান আছে।"

"চন্তৰী বহুত আছে নেকি?"

"অঁ, মোৰ ঘৰৰ মুখত থকাটোৰ দৰে সিহঁতে কেৱল ঘূৰি ফুৰে। সিহঁতলৈ কোনো ভয় নাই; ৰাতি ভয়ত গোটেইখনৰে গাত তত্ নাথাকে। কবলৈ গ'লে, দূৰলৈ নাযায়েই আৰু গ'লেও সদায় যোৰ পাতিহে যায়। দিনত সিহঁতৰ সাহ থাকে; কিন্তু ৰাতি হ'লেই ভয়। ইপিনে আকৌ হুকুমজাৰি কৰি থৈছে যে গধূলিৰ পিছত আমি কোনো বাহিৰ ওলাব নোৱাৰোঁ; যদি কাবোবাক দেখে, তেনে কোনো প্ৰশ্ন নাই, পোনেই গুলীয়াই দিব।"

"বাটৰ মাজত দলং আছে নেকি ?"

"নাই। এইটো সৰু বাট।"

"হাবি একা ?"

"সমুলি হাবি নাই। যিবা ফুলনিৰ গছকেডাল আছিল, তাকো গাহৰিহঁতে কাটি খৰি খালে। সিহঁতে গৰম ভাল পায়। মুকলিডোখৰৰ সিফালে কেইজোপামান নেমু এতিয়াও আছে। কিন্তু ক'তো হাবি নাই ; কেইবা মাইল জুৰি মুকলি পথাৰ। খালটোতো জোপোহা কেইজোপামানৰ বাহিৰে একো নাই। আমাৰ খৰিৰ বৰ অভাৱ ; গোবৰৰ খুটিহে পোৰোঁ।"

ব্যাকুলভাৱে তাই ইফালে সিফালে চালে।

"কি হ'ল ?"

"মই অকণমান কেউপিনে চাই আহোঁ। কিজানি চোতালত কিবা হৈছে বুলি চন্তৰীটোৱে চাবলৈ আহে।" মনে মনে ওলাই গৈ তাই কেউপিনে চালে। হুৰ্হুৰাই বতাহ মাৰি আছে। এবাৰ খন্তেকৰ কাৰণে বতাহ মাৰ গ'ল ; ঘৰৰ সমুখত চন্তৰীটোৰ খোজৰ শব্দ তাই শুনিবলৈ পালে। ফেডচিয়া উভতি আহিল।

"একো নাই! সি এতিয়াও তাতে টহলি আছে।"

ৰেড্‌সৈনিককিটাই মেপখন সামৰিলে।

"বাৰু, আমি যাওঁ ; ধন্যবাদ আই !"

"ধন্যবাদ দিবলৈ কিটো আছে ? মোৰ ভেচিয়াও ৰেড্‌বাহিনীতে আছিল। সিহঁতে তাক মাৰিলে ; এইখন গাৱঁৰ মূৰতে সি পৰি আছে।"

টিপচাকি নুমাল।

"আমি তোমালোকক কেতিয়ামানে দেখা পাম ?"

"এতিয়া ক'ব নোৱাৰি। সেনাপতিয়ে কি ঠিক কৰে তাৰ ওপৰতহে নিৰ্ভৰ কৰে। তত্তুপৰি কামটো ঠিকমতে সমাধা কৰিব পাৰোঁনে নোৱাৰোঁ, তাকো চাব লাগিব।"

"কেলৈ কৰিব নোৱাৰিবা! কেৱল খৰখেদা কৰা ; যথেষ্ট সময় হ'ল। আমি এমাহ বৈ আছোঁ। বাট চাই থাকোঁতে শেহত কণাহে হব লাগিব।"

"ইমান সহজ কথা নহয়, আই।"

"সহজ নহয় বুলি জানো। কিন্তু ইয়াতো আমাৰ পক্ষে সহজ নহয়। চেষ্টা কৰা ল'ৰাহঁত। ভালকৈ লাগি যোৱাঁ।"

হঠাৎ কথা এটা তাইৰ মনত খেলালে: "ৰবা, আৰু এটা কথা আছে।"

"কি?"

"সিহঁতৰ দলপতিটো! সি সেনাপতিৰ নিচিনাই। মোৰ ঘৰতে আছে······আন কোনো নাই। কেৱল ঘৰৰ মুখত চন্তৰীটোহে আছে। সেনাপতিটো কাঠ পৰাদি শুই আছে; লগতে ছোৱালী এজনীও আছে। তোমালোকে চন্তৰীটোক মাৰিব পাৰিবা। নহয়, মই মুধেদি তোমালোকক ভিতৰলৈ নিব পাৰিম। তোমালোকে ফান্দত এন্দুৰ ধৰাদি তাক ধৰিব পাৰিবা।"

আটাইতকৈ সৰু ৰেড্‌সৈনিকটোৰ চকুকিটা উৎসাহত তিৰ্‌বিৰাই উঠিল।

"ল'ৰাহঁত! কেনে দেখা?"

"ৰব অলপ। ভাবি চাব লাগিব।"

"ভাবিবলৈ কিটো আছে? কেৱল গলধনত ধৰি সেই লাঠুৰাটোক চোঁচোৰাই আনিবা। এইটোনো কি কথা?"

"অ' হয় নেকি? জধেমধে কিবা এটা কৰি পেলাবলৈ সদায় সহজ। বাৰু, আপুনি যেনিবা তাক শেষ কৰিলে, তাৰ পিছত কি হব? ৰাতিপুৰা হুলস্থূল হব; সদৰলৈ খবৰ পঠাব; সিহঁতে আৰু বহুত সৈন্য পঠাই দিব। তেতিয়া আমি একোকে কৰিব নোৱাৰোঁ।"

"তেনেহ'লে গণ্ডগোল অলপ আছে······"

"তেতিয়া আমাৰ এই চোৰাং কাৰবাৰৰ ভিকাচন ভাগিব। এতিয়া ঈশ্বৰৰ কৃপাত, সিহঁত নিৰাপদ মনেৰে আছে। দেখিছেই নহয়, কেপ্তেইনৰ ঘৰৰ মুখত কেৱল এটা চন্তৰী ৰাখিছে। ভয় খুৱালেই সকলো নষ্ট হ'ব।"

"কিন্তু সেইপাটক চোঁচোৰাই আনিবলৈ মোৰ মন নাযাৰ জানো?"

"বাট চাওক, আন এসময়ত হব। এতিয়া ঘৰলৈ যাওঁ।"

আচৰিত হৈ ফেড্‌চিয়াই সুধিলে—"তোমালোকৰ ঘৰ ইয়াতে আছেনে?"

"আই, সেইটো কথাৰ চলতে কৈছোঁহে। আমাৰ ঘৰ বহুত দূৰত। কিন্তু যুদ্ধৰ দিনত য'তে সৈন্যবাহিনী থাকে তাতে আমাৰ

ঘৰ, আপুনি মাথোন কওক, ইয়ালৈ কেনি আহিব লাগে। আমি আহোঁতে বৰফত পোত যাওঁ যেন হৈছিলোঁ।”

“মই দেখুৱাই দিম। এয়া, পোনে পোনে খাললৈ নামি যোৱা আৰু ওৰে বাটটো নৈৰ পাৰে পাৰে যাবা। তাত কেৱল আমাৰ ল'ৰাবোৰৰ নোপোতা শবোৰহে আছে,—সেইদেখি সাৱধানে যাবা। নৈয়ে আনি মুকলিত উলিয়াবহি; তাৰপৰা তোমালোকে ওখাবি আৰু জেলেনষ্টি দেখা পাবা। তাতো কিন্তু জাৰ্মান আছে।”

“জানো। যাই কথা হৈছে—ইয়াত যাতে কাৰো আগত আমি ওলাই নপৰোঁ।”

“চিন্তাৰ কোনো কাৰণ নাই। কেৱল চন্তৰী এটাহে মোৰ ঘৰৰ মুখত আছে; আৰু কোনো নাই। লাহে লাহে গৈ থাকা আৰু যেতিয়া বতাহ এৰিব, তেতিয়া ৰ'বা। নহ'লে সি বৰফ ভগা শব্দ শুনিব।”

বগুৱা বাই মানুহৰ মূৰ্তি তিনিটা তাইৰ পাছে পাছে যাবলৈ ধৰিলে; তাই ৰ'লে সিহঁতো ৰয়।

“সেইটোৱেই খাল। পোনেই তললৈ নামি যোৱাঁ; পিছে পিছল আকৌ। সাৱধানে নামিবা।”

“বিদায় আই। ধন্যবাদ! আপুনি বৰ সৰৱৰহী মানুহ।”

“ল'ৰাহঁত, শুভইচ্ছা জনালোঁ। কিন্তু লৰালৰিকৈ আহিবা।”

“আমি পাৰোঁমানে চেষ্টা কৰিম। সেই বিষয়ে চিন্তা নকৰিব। বৰ ঠাণ্ডা পৰিছে; আপুনি ঘৰলৈ যোৱাই ভাল হ'ব।”

“কোনো কথা নাই। মোৰ অভ্যাস হৈ গৈছে।”

ফেডচিয়াই খালৰ পাৰত থিয় দি চাই থাকিল। সিহঁত বেগাই গ'ল আৰু বৰফৰ মাজত সিহঁতৰ বগা কাপোৰ পিন্ধা প্ৰতি-মূৰ্তিবোৰ ক্ৰমে চিনিবলৈ টান হৈ পৰিল। অৱশেষত নিশাৰ অন্ধকাৰৰ মাজত সিহঁতক নেদেখা হ'ল। জগতৰ বুকুত হুৰ্‌হুৰাই থকা বৰফ-ধুমুহাই সিহঁতক ছাটি ধৰিলে। এতিয়া সিহঁতক একেবাৰে নেদেখা হ'ল। ফেডচিয়া ঘৰলৈ উভতিল। এখোজ দুখোজকৈ তাই যাবলৈ ধৰিলে। তাইক যেন খন্তেকৰ বাবে কাৰাগাৰৰ-পৰা মুক্ত কৰি দিলে; যেন খন্তেক সময় তাই প্ৰাণভৰাই মুক্ত বতাহত উশাহ সলাবলৈ পালে; আৰু এতিয়া তাই নিজ মনেৰে সেই বন্ধনৰ মাজলৈ আকৌ উভতি আহিছে। নিজৰ ঘৰৰ ছাটোৰ পিনে তাই ঘৃণাৰ চকুৰে চালে। তাতে সেই জাৰ্মানটো

তাৰ ৰক্ষিতাজনীৰ লগত শুই আছে। তালৈ গৈ তাৰ নাকৰ সেই জঘন্য ঘোট্‌ঘোটনিকে তাই আকৌ শুনিবগৈ লাগিব।

সি ঘোট্‌ঘোটাই শুই থাকিল; ইপিনে মানুহজনীয়ে টোপনিতে কিবা ভোৰ্‌ভোৰালে। ফেডচিয়াই হাঁহি এটা মাৰিলে। প্ৰতি-হিংসাৰ কঠোৰ হাঁহি।—ৰবি বাৰু, তহঁতৰ সকলো শেষ হ'ব। ৰেড্‌বাহিনী আহিব লাগিছে আৰু সিহঁতে পোনেই শোৱনি কোঠালৈ গৈ তহঁতক কোমল বিচনাৰপৰা চোঁচোৰাই আনিব।

সিহঁত বগাই উঠি আহোঁতে তাই শুনিবনে? নে সিহঁত ঘৰ সোমালেহে তাই সাৰ পাব? নহয়, তাইৰ টোপনি নাহে বুলি পুৰা বিশ্বাস; সিহঁত নহালৈকে, গাওঁখনৰ মুক্তি নোহোৱা-লৈকে তাইৰ চকুলৈ টোপনি নাহে।

চন্তৰীৰ খোজৰ ভৰত বৰফ ভগা শব্দ উঠিল আৰু ৱান্‌'াৰ নাক বজাই শুই থাকিল। সকলো আগৰ দৰেই আছে। তথাপি সকলো বেলেগ যেন লাগিল। ভেচিয়া মৰাৰপৰা এমাহৰ মূৰত, সেইদিনাই তাইৰ অন্তৰত আনন্দই প্ৰথম দেখা দিলে; হিয়াত আনন্দৰ বন্তি জ্বলি পোহৰ আৰু তাপ বিলালে। আনন্দৰ অগ্নিশিখাই তাইক বাহু মেলি আৱৰি ধৰিলে। যাতে গোটেই জগতে শুনাকৈ এই আনন্দৰ বাতৰিটো তাই চিঞৰি নিদিয়ে, তাৰ বাবে তাই হাত দুখনেৰে মুখখন জোৰেৰে চেপি ধৰিলে। গাৱঁৰ ভিতৰত কেৱল তাইহে এই কথা জানে। কেৱল তাইহে জানিলে যে এতিয়া সিহঁতে আগৰ দৰে অপেক্ষা কৰিব নালাগে; আগতে সিহঁতে কিমান দিনলৈ বাট চাব লাগিব সেই কথা জনা নাছিল। কেৱল বুকুত সবল বিশ্বাস বান্ধি, সিহঁতে বাট চাই আছিল। এতিয়া তাই সেই কথা কব পাৰিব। দলটোৰ ওচৰ পাবলৈ সিহঁত তিনিটাৰ কিমান দিন লাগিব? আৰু দলটো ইয়ালৈ আহোঁতে কেইদিন লাগিব? এদিন, দুদিন, নে তিনিদিন? তিনিদিনতকৈ বেছি বুলি তাই জানে। নিশ্চয় সেনাপতিৰ অফিচৰত জামিনত বন্দী হৈ থকা মানুহ পাঁচোটাৰ প্ৰাণনাশৰ নিচিনা নিষ্ঠুৰ, কাণ্ডজ্ঞানবিহীন ঘটনা এটা কেতিয়াও ঘটিব নোৱাৰে।

ৱান্‌'াৰে সিহঁতক তিনিদিন সময় দিছে। হঠাৎ তাই ভাবিলে যে এই তিনিদিনীয়া সময়টোৰ লগত জামিনৰ মানুহকিটাৰ কোনো সম্পৰ্ক নাই। এই তিনিদিনৰ ভিতৰতে জাৰ্মানবোৰৰ সমূখত

নবককুণ্ডৰ উদয় হব। জাৰ্মানে ৰেড্‌ সৈনিকৰ নিষ্ঠুৰ মুখ দেখা পাব ; মৃত্যুৰ আগন্ত তেতিয়া জাৰ্মানৰ ভেটাভেটি হব।

গাৱঁত তিনিশ ঘৰ মানুহ ; যি কেইঘৰৰপৰা জাৰ্মানে ৰায়তক খেদাই দিলে, সেই কেইঘৰৰ বাহিৰে আনবোৰৰ প্ৰতি ঘৰতে মানুহে কষ্ট, প্ৰতীক্ষা আৰু কান্দোনৰ মাজত দিন যাপন কৰিছে। 'আমাৰ সৈন্যবোৰ আহিব'—ইন্দ্ৰজালৰ দৰে এই শব্দকেইটাই সিহঁতৰ শৰীৰত শক্তি চপাই দিছে ; মনত অটল বিশ্বাস জন্মাই সিহঁতক সান্ত্বনা দিছে। এতিয়া গাৱঁৰ ভিতৰত কেৱল তাইহে সঠিককৈ জানে যে সৈন্যবোৰ আহিব ; অৱশ্যে এই কথা তাই আগেয়েও কেতিয়াও সন্দেহ কৰা নাছিল। অকল সেয়ে নহয়, তাই ইয়াকো জানে যে সিহঁত আহিবলৈ আৰম্ভ কৰিলেই। জাৰ্মান দস্যুদলৰ ওপৰত মৃত্যুদণ্ডৰ যি আজ্ঞা হ'ল, তাৰ আৰু লৰচৰ নাই। অ'লেনাই এই কথা নেদেখিলে ; কিন্তু সেনাপতিৰ অফিচৰ বন্দী পাঁচটাই যে ইয়াক দেখিব, সেইটো তাইৰ কাৰণে সুনিশ্চিত হৈ পৰিল।

সেই নিশা গাওঁবুঢ়া বহুত সময়লৈকে সেনাপতিৰ অফিচত আছিল। প্ৰত্যেক খেতিয়কে কিমান শস্য দিব লাগিব সমূহীয়া পামৰ হিচাপ-পত্ৰ চাই, বৰ কষ্টেৰে হিচাপ কৰিবলৈ লাগিল। কপালত ঘামৰ টোপালে দেখা দিলে ; বাৰে বাৰে সি ভুল কৰিবলৈ লাগিল। তেলৰ চাকিটো ধোঁৱাই আছিল। সৈন্য-কেইটাই টোপনি ধৰা চকুৰে, মেজৰ কাষত বহি থকা মানুহ দুটালৈ চাই আছিল। গেপলিকে হিচাপত বাৰে বাৰে ভুল কৰে—আৰু ফেল্ডৱেবেলৰ ধমকি খায়।

গেপলিকে কোনোমতে মনোযোগ দিব নোৱাৰিলে। এই সংখ্যাৰ গণনা যে কোনো কামত নাহে—সেই ভাবটো সি মনৰ-পৰা আঁতৰাব পৰা নাছিল। কাগজত গণনা কৰিবলৈ সহজ ; প্ৰত্যেকে জাৰ্মান গৱৰ্ণমেণ্টক কিমান শস্য দিব লাগিব, তাৰ সঠিক হিচাপ এটা প্ৰত্যেকৰ হাতে হাতে দিবলৈ আৰু সহজ হব। কিন্তু সেয়ে যথেষ্ট নহয়। কাগজে কেপ্তেইন বা সদৰৰ কৰ্তৃপক্ষক সন্তুষ্ট নকৰে, সিহঁতক লাগে শস্য। সিহঁতক কাগজো লাগে, শস্যও লাগে ; কোনোবাই যে জাৰ্মানক শস্য দিব—গেপলিকৰ এই

কথাত সন্দেহ হৈছিল। মূৰকত গেপলিকেই জগৰীয়া হবগৈ। কেপ্তেইনে তাক খাটাংকৈ ভাবুকি দেখুৱাইছে—আৰু গাওঁবুঢ়াই জানে যে সেই জাৰ্মানটোৱে যি কোনো মুহূৰ্ত্ততে তাৰ ভাবুকিক কাৰ্য্যলৈ পৰিণত কৰিব পাৰে।

ইপিনে গেপলিকে মানুহবোৰৰ জামিন লোৱাতো এতিয়ালৈ একো ভাল ফল নধৰিলে। সিহঁতক সিপিনে তলা মাৰি থৈ দিছে; কিন্তু এতিয়ালৈকে দেখোন কোনেও জগৰীয়া ল'ৰাটোৰ খবৰটোকে সেনাপতিৰ অফিচত নজনালেহি। আকৌ তাৰ গাতে দোষ পৰিব। কেপ্তেইনক ইপিনে দোষী মানুহটো লাগেই; তেহে তেওঁ কৰ্তৃপক্ষৰ কাষত কাৰ্য্যদক্ষতা দেখুৱাবলৈ পাব! শেহত দোষত পৰিব গেপলিকেই।

ফেল্ডৰেবেল গোৰ্‌গোৰাই উঠিল, "তই সেয়া কি কটাকুটা কৰি আছ? সকলোবোৰ লেতেৰা কৰি পেলালি। আকৌ গোটেইখন কৰিব লাগিব। বাৰু, তই কি ভাবি আছ, হয়নে?"

কাওঁবাওঁ কৰাৰ দৰে গেপলিকে হাঁহি এটা মাৰিলে। সি কি ভাবিছে? নহয়, ফেল্ডৰেবেলক সেই কথা কব নোৱাৰি। সি কাগজখনৰ ওপৰত আকৌ উবুৰি হৈ পৰিল আৰু আগতকৈও বেছি কটাকুটা কৰিবলৈ ধৰিলে।

শেহত সকলো হিচাপ শেষ হ'ল। বাহিৰত ঘোৰ অন্ধকাৰ। হোহোৱাই বতাহ বলিছে। গাওঁবুঢ়াই লাহে লাহে ভেড়াছালৰ চোলাটোৰ বুটাম মাৰিবলৈ ধৰিলে।

শেহত ক'লে, "কোনোবাই মোক ঘৰত থৈ অহাহেঁতেন!" অৱশ্যে তাৰ ঘৰৰ মুখত চন্তৰী এটা আছে; কিন্তু আত্মৰক্ষাৰ বাবে তাৰ ৰাইফলৰ সহায় লবলৈ সি বহুত দূৰ বাট যাব লাগিব। ফেল্ডৰেবেল উচাট্‌ মাৰি উঠিল।

"তোৰনো হৈছে কি? অকলে ঘৰলৈ যাব নোৱাৰ নেকি? কেপ্তেইনৰ হুকুম নোহোৱাকৈ মই কোনো সৈনিকক পঠাব নোৱাৰোঁ।"

ভয়ে ভয়ে গেপলিকে দিহা দিলে—"আৰু আপুনি একা?"

ফেল্ডৰেবেলে মেজত ঢকিয়াই ক'লে—"বাটত কিটো ওলাব বুলি ভাবিছনো? সদৰৰপৰা হঠাৎ বিচাৰিব পাৰে; ইপিনে তই ভাব, মই কামবন দলিয়াই পেলাই চাকৰণীজনীৰ দৰে তোক

ঘৰত থৈ আহিমগৈ। তোৰ বাক ভয়টো কিহৰ ? ৰাতি ইয়াত ঘূৰি ফুৰিবলৈ কোনেও সাহ নকৰে।”

গাওঁবুঢ়াই একো উত্তৰ নিদিলে ; দুৱাৰখন ঠেলা মাৰি ওলাই গ'ল। দুৱাৰডলিলৈ আহি থত্মত্ খালে—পোহৰৰপৰা আহি অন্ধকাৰত যাবই নোৱাৰা যেন লাগিল। আলকাতৰাৰ দৰে এন্ধাৰৰ ডাঠ আৱৰণখন যেন হাতেৰে চুই অনুভৱ কৰিব পাৰি। খন্তেক ৰোৱাৰ পিছতহে সি অন্ধকাৰৰ মাজত বাটটো চিনি পালে। চোলাৰ ডিঙিটো তুলি ঘৰলৈ খোজ দিলে। সি খঙত ভাবি গ'ল—সিহঁতে তাক ফাপৰে ধৰা ভতুৱা কুকুৰৰ দৰে ব্যৱহাৰ কৰিলে। তাক ধমকি দিবলৈ সকলোৰে ক্ষমতা আছে ; সকলোৱে তাৰ ওপৰত সিহঁতৰ খং-বিষ সাৰিব পাৰে। কেপ্তেইন, ফেল্ড-ৱেবেল—আনকি সাধাৰণ সৈন্য এটায়ো নিজক তাতকৈ ডাঙৰ বুলি ভাবে। ইপিনে সি, সমুখত জীৱনৰ শঙ্কা লৈ, গাধৰ দৰে দাসত্বৰ বোজা বব লাগে। সি শঙ্কিতভাৱে কেউপিনে চালে।

হুকুম ঠিকেই থাকে ; পিছে এই আপদীয়া গাওঁখনত সকলো ঘটিব পাৰে। ফেল্ডৱেবেলৰ নিজৰে ওলাবলৈ ভয়। টেলিফোনৰ কথা নহয় ; আচলতে সি নিজেই ভয়ত শেঁতা পৰি গৈছিল। তথাপি সি গেপলিকক ঘোপমৰা আন্ধাৰ নিশা খেদাই পঠালে ; আৰু বিপদে তাৰ খোজে খোজে পাছ ল'লে।

সি গাৱঁৰ মাজেদি মনে মনে চুঁচৰি যাব খুজিলে। কিন্তু খোজৰ ভৰত বৰফ ভাগি মৰ্মৰাই উঠে। মাজে মাজে বতাহে শাম কাটে ; যেন তাৰ প্ৰতি·আখেজৰ বাবতে এনে কৰে। কিয়নো বতাহ নবলিলে তাৰ খোজৰ শব্দ বোধকৰো গোটেই গাৱঁৰ মানুহে শুনিবলৈ পায়। হঠাৎ বাটৰ মেৰটোৰ কাষত সি কাৰবাক থিয় দি থকা যেন দেখিলে। সি ভয়ত পেপুৱা লাগিল। ছাঁটো লৰচৰ নকৰিলে ; কি ঘটে তালৈ সি বাট চাই থাকিল।

তাৰ মনত খেলালে যে উভতি গৈ সি দেখোন নিশাটো অকিচতে কটাব পাৰে ! অন্ততঃ ৰাতিপুৱালৈকে তাত বহি থাকিব পাৰিব। কিন্তু উভতিবলৈ সাহ নহ'ল ; কিজানি সেইটো গাতে জপিয়াই পৰে……

নিৰাশাৰ সঙ্কল্প লৈ সি আগবাঢ়িল। বাটৰ মেৰটোতে আকৌ জোপা এটাও আছিল ! সিতো সেই জোপাটোৰ কথা কেতিয়াও পাহৰিব নোৱাৰে। দিনত কিমানবাৰ সি তাৰ কাষেদি গৈছে !

ঠিক তেতিয়াই গেপলিকে পিছল খালে আৰু সেই মুহূৰ্ত্ততে ভয়ানক কিবা এটা ঘটিছে বুলি সি অনুভৱ কৰিলে। সি সেপ ঢুকিবলৈ ধৰিলে। কিহবাই তাৰ চকু মুদাই ধৰিলে, মুখত সোপা দিলে আৰু গোটেই মূৰটো বান্ধি পেলালে। সি চিঞৰি দিলে-হেঁতেন; কিন্তু এভুকু খাই পৰি গ'ল। তাক দাঙি ভাৰ বৈ লৈ যোৱা সি অনুভৱ কৰিলে। বৰফ ভগা শব্দ আৰু ঘন উশাহ লোৱাৰ শব্দ শুনিলে। এখন দুৱাৰ কেৰ্‌কেৰাই উঠিল। তাক দলি মাৰি মাটিলৈ পেলাই দিলে। সি গাত কাৰোবাৰ পৰশ অনুভৱ কৰিল; বুজিলে যে কোনোবাই বান্ধিছে। শেহত মূৰটো ঢাকি থোৱা কাপোৰখন আঁতৰাই দিলে। সি চকু পচাৰিলে। সৰু চাকি এটাৰ টিমিক্-টামাক্ পোহৰত ঘৰৰ ভিতৰখন আৰু তাত থকা মানুহবোৰ দেখা গ'ল। সি লেঙেৰা আলেকজেণ্ডাৰ আৰু ফ্ৰচিয়া গ্ৰখেচক চিনি পালে। তাৰ গোটেই গা কঁপিবলৈ ধৰিলে। তপা মূৰটো ইমান থৰক্-বৰক্ কৰিবলৈ ধৰিলে যে সি গাৰ কঁপনিটো কোনোমতে বন্ধ কৰিব নোৱাৰিলে।

গেপলিকে আগেয়ে নেদেখা, সোঁতোৰা পৰা মুখৰ, বুঢ়ী এজনীয়ে আদেশ দিলে "আলেকজেণ্ডাৰ, বহঁা। তুমি লিখি যাবা; সকলো কথা নিয়মমতে লিখি থব লাগিব।"

মেজৰ কাষত সিহঁত বহিলগৈ। বেৰত আঁউজি গেপলিকে ভয়ত ইপিনে সিপিনে চাবলৈ ধৰিলে। তলৰ কেৰাচিনৰ চাকিটোৱে টিমিক্-টামাক্ কৰি মাজে মাজে সিহঁতৰ মুখত ছাঁ পেলাই দিছিল।

শকত মানুহজনীয়ে ক'লে—"থিয় হ; বিচাৰ বহিছে দেখা নাই নেকি ?"

সি কোনোমতে থিয় দিলে।

"এই বান্দৰ, ইয়াত থিয় হ! কুচিমুচি আছ কেলৈ ? মানুহৰ দৰে থিয় দে।"

ফ্ৰচিয়াই ক'লে, "টাৰপিলিখা, তুমি তাৰপৰা বহুত বেছি বিচাৰিছা।"

টাৰপিলিখাই তাইৰ কথা নুবুজি ক'লে—"সি ভালকৈ থিয় দিবই লাগিব। বিচাৰ-সভা যেতিয়া বিচাৰ-সভাই! তাক বাটতে শেষ কৰিব লাগিছিল। কিন্তু আমি আকৌ তাক নিয়মমতে বিচাৰ কৰিবলৈ আনিলোঁ। সেই দেখি সি উচিত আচৰণ দেখুৱাবই লাগিব।"

ভয়ত গেপলিকৰ তেজ চেঁচা পৰি যোৱা যেন লাগিল। যিটো ঘৰত সি আজি আছে, তাৰ কোনো অস্তিত্বকে সি ইমান দিনে জনা নাছিল। ইপিনে জাৰ্মানৰ ঘাই অফিচৰ কাষতে আৰু জাৰ্মানবোৰে এই এমাহ ধৰি দখল কৰি থকা গাওঁখনৰ মাজতে ঘৰটো আছে। বন্ধা হাতেৰে সি থিয় দি থাকিল আৰু মেজৰ কাষত বহিল কিছুমান তিৰোতা আৰু খোৰা চহিচটো। সিহঁতৰ মানুহবোৰৰ দ্বাৰা এখন বিচাৰ-সভা গঠিত হ'ল বুলি পৰিগণিত হ'ল আৰু তাৰ ওপৰত দণ্ডৰ বিধান দিবৰ আয়োজন কৰিলে; ইপিনে সিয়েই জাৰ্মান কৰ্তৃপক্ষই নিয়োগ কৰা গাওঁবুঢ়া এটা। কিন্তু ই দুঃস্বপ্ন নহয়, ই হৈছে কঠোৰ বাস্তৱ।

টাৰপিলিখাই সুধিলে, "পিছে, তোৰ নামটো কি ? হেৰ ওকণিয়ে খোৱা ?"

গেপলিকে উত্তৰ দিব খুজিলে। কিন্তু মাত নোলাল; ওলাল এটা আধাফুটা কেঁকনি।

"কেঁকালে কি হব ? কেঁচুৱা হৈ দেখুৱাইছ নেকি ? চোৱাচোন তালৈ ! পিছে বোবা হৈ দেখুৱাব নালাগে, উত্তৰ দে ! অনৰ্থক হৈ-চৈ লগাই থাকিবৰ আমাৰ সময় নাই। হেৰা আলেকজেণ্ডাৰ, তুমি সকলোবোৰ লিখি থোৱাঁ। ক এতিয়া, তোৰ নাম কি ?"

"কেলৈ, নিজেই জানা দেখোন।" খঙত মোক্‌মোকাই ক'লে।

"মই জানো নে নাজানো, সেইটো তোক সোধা নাই, বুজিছ ? তই চুকতে থাকি বুকতে খোৱা মানুহ। আদালতত সেইবোৰ নচলে; কিবা এটা সুধিলে উত্তৰ দিবই লাগিব। তোৰ নাম ?"

"গেপলিক, পিটৰ।"

"চোৱাঁ—পিটৰ ! মোৰ দেউতাৰ নামো পিটৰ আছিল। তই যে মানুহ, আচল মানুহৰ নাম এটাকে দি হ'লেও তাৰ নমুনা দেখুৱাব লাগিবতো……"

"বুঢ়ী আই অলপ ৰবা। মই এইবোৰ লিখিব লাগিব।"

"লিখা, ভালকৈ লিখি যোৱা। তাৰ পিছত কি ? অ' হয় ! তোৰ বয়স কিমান ?"

"৪৮ বছৰ।"

"৪৮ বছৰ !……৪৮ বছৰ জুৰি পৃথিৱীয়ে এনে আবৰ্জনা এটাক কেনেকৈ ভাৰ বৈছিল ? লিখা, আলেকজেণ্ডাৰ "

"কেতিয়াবাই লিখিলোঁ। সুধি যোৱাঁ।"

"আহ......আৰু কি ? অ'...তই গাওঁবুঢ়া নহয় নে ?"

গোমোঠাভাৱে শলাগি সি ক'লে, "হয়, গাওঁবুঢ়া ।"

"হয়, গাওঁবুঢ়া ! নিশ্চয় সি কিবা এটা হবলৈ বিচাৰি ফুৰিছিল । পিছে আগতে কি আছিলিনো ?"

গেপলিক তলমূৰাকৈ মনে মনে থাকিল ।

"উত্তৰ নিদিয় কিয় ? লাজ লাগিছে নেকি ? গাওঁবুঢ়াতকৈ কিবা তলখাপৰ এটাত আছিলি হবপায় ?"

আকৌ সি নীৰৱ ; চকু জোতাৰ ওপৰত ।

"হেই ! ঘোচা খালেহে মুখ খোল খাব হব পায় ! ভালে ভালে উত্তৰ দে ।"

আলেকজেণ্ডাৰে ক'লে, "অলপ ৰবা, আইভা ; মই সোধোঁ ।" বাধা দিবলৈ তাই মুখ মেলিলে ; কিন্তু ভাবি-চিন্তি মান্তি হ'ল ।

"সোধা, তুমি কথা উলিয়াব পাৰানে আমি চাওঁ ।"

গাওঁবুঢ়ালৈ ভালকৈ লক্ষ্য ৰাখি, চহিচটোৱে গহীনাই ক'লে— "তই ফাটেকত আছিলি, নহয়নে ?"

গাওঁবুঢ়াই জোতাৰপৰা চকু তুতুলিলে ।

"বহুত দিন আছিলি নেকি ?"

"বহুত দিন......"

"কিমান দিন ?"

নিৰুত্তৰ ।

"তোক কেলৈ ধৰি ৰাখিছিল ?"

আকৌ নীৰৱ ।

"আগতে তই কি আছিলি ?" খেতিয়ক, শ্ৰমিক নে জমিদাৰ ?

টাৰপিলিখাই আৰু কিবা এটা তাৰ লগতে যোগ দিব খুজিছিল ; এনেতে হঠাৎ গাওঁবুঢ়াই মাত লগালে—"খেতিয়ক..."

"আ-হা......'কুলাক' নেকি ?"

টাৰপিলিখাই চিঞৰি ক'লে, "তেনে সি 'কুলাক' ? সি আকৌ কিছুমান খেতিয়েকৰ তেজ পিবলৈ বিচাৰিছিল ।"

"আইভা, অলপ ৰবা......"

"কেলৈ ৰ'ম ? এইখন বিচাৰ-সভা হয় নে নহয় ? মোৰ কথা কবলৈ তোমাৰ সমানেই স্বত্ব আছে ! বৰং বেছিহে ।"

"ঠিক কৈছা । কেৱল অলপ সময় ৰবা । মই তাক কথা এটা সুধিব খুজিছিলোঁ ।"

"সোধা তেনে "

"তেনেহ'লে তই 'কুলাক' আছিলি ?……বাৰু ফাটেকৰপৰা পলালি কেতিয়া ?"

"যুদ্ধ হোৱাৰ লগে লগে।"

"অ' বুজিলোঁ। আৰু তাৰ পিছত ঘৰলৈ গলি নেকি ?"

"হয়।"

"ঘৰ ক'ত ?

"ৰস্তভৰ ওচৰত।"

"তেনে ৰস্তভৰ ওচৰত!……জাৰ্মানক লগ পালি ক'ত ?"

"তাতে, ৰস্তভৰ ওচৰতে!"

"তাৰপৰাই সিহঁতে তোক ভৰ্তি কৰি ল'লে নেকি ?"

"হয়।"

"ৰ'বা আলেকজেণ্ডাৰ, তাক কেলৈ ফাটেকত দিলে সেই কথা এতিয়াও সুধিবলৈকে আছে।"

গেপলিকৰ মুখত ভয়ঙ্কৰ আমঠালিৰ ভাব এটাই দেখা দিলে।

"কেলৈ ফাটেকত আছিলি আমাক নকৱ নেকি ?"

নিৰুত্তৰ।

"আমি 'কুলাক'বোৰক ধ্বংস কৰাৰ আগৰেপৰা তই ফাটেকত আছিলি নহয় নে ?"

"হয়।"

"সেয়া তেনেহ'লে……তই পেট্‌লুবাৰ দলত আছিলি নহয় ?" —আলেকজেণ্ডাৰৰ এই অতৰ্কিত প্ৰশ্নই গেপলিকক বিমোৰত পেলালে।

"হয়, মই আছিলোঁ।"

আলেকজেণ্ডাৰে আৰম্ভ কৰিলে—"ফট্‌ফটিয়াভাৱে ওলাই পৰিছে। 'কুলাক', ডকাইত, পেট্‌লুৰাৰ দলৰ ঠগ। ছ'ভিয়েট শক্তিৰ বিপক্ষে তই আদিৰেপৰা থিয় দিছ, নহয়নে ?"

সক মাতেৰে গেপলিকে সমৰ্থন কৰিলে, "আদিৰেপৰা আছোঁ।"

মেজৰপৰা জাঁপ মাৰি উঠি টাৰপিলিখাই ক'লে, "আৰু শেহত জাৰ্মানৰ চাকৰ হলিহি……"

"তাৰ দোষতে লেভনিয়াকৰ ফাঁচী হ'ল। তাৰ দোষতে ফাঁচীৰ অপেক্ষাত সেনাপতিৰ অফিচত পাঁচোটা মানুহ আৱদ্ধ হৈ আছে। জাৰ্মানৰ লগত ঘূৰি সিয়েই গোহালিৰপৰা গৰুবোৰ

খেদি লৈ গ'ল ; মোৰো শেষ গৰুজনী নিলে। কেঁচুৱাবোৰ ভোকত মৰিলেই যেনিবা, তালৈ ভাবিবৰ তাৰ কি দৰ্কাৰ ? কেলেচিয়াকৰ যি এজনী গৰু বাকী ৰৈছিল, তাকো সি লৈ গ'ল। মিগৰইঁতৰ আৰু কেচুৰইঁতৰো নিলে।"

ফ্ৰচিয়াই লগতে যোগ দিলে· "আৰু লিছ, স্মলিয়াচেঙ্কইঁতৰো নিলে।"

"জাৰ্মানৰ লগ হৈ সি গাওঁখন লুটি পেলালে।"

"আৰু কবলৈ কিটো আছে ? সি কেনে ধৰণৰ মানুহ তাক আমি ভালকৈ জানো—সদায় দেখি আছোঁ। সদায় তাৰ বাবতে মানুহ মৰিব লাগিছে ; সদায় চকুলো আৰু তেজৰ সোঁত বৈছে···"

টাৰপিলিখাই গহীনাই সুধিলে, "তেনে তুমি কি প্ৰস্তাৱ কৰিব খোজানো ?"

"এই জাৰজটোক শেষ কৰিব লাগে।"

"এৰা, শেষ কৰিব লাগে।"

"কম্‌ৰেডসকল, এই জাৰজক বধ কৰাৰ প্ৰস্তাৱ দাঙি ধৰা হ'ল। সকলো মান্তি নে ?"

সকলোৱে হাত দাঙিলে।

"কোনোবা ইয়াৰ বিৰুদ্ধে আছে নেকি ?"

"কোনো নাই।"

"আলেকজেণ্ডাৰ, সকলো লিখি এবাৰ পঢ়ি শুনোৱা।"

লিখা হ'লত সি থিয় দিলে।

"আলেকজেণ্ডাৰ অ'ভ্‌চে, গৰ্‌পিনা টাৰপিলিখা, জেফ্ৰচিনা গ্ৰখেছ, নেটেলিয়া লেমেজ, পেলেজিয়া পুজিয়াৰ—এই কেইজনৰ দ্বাৰা সংগঠিত এখন বিচাৰ-সভাই আচামী পিটৰ গেপলিকক জেৰা কৰি 'কুলাক', অপৰাধী আৰু জাৰ্মান গাওঁবুঢ়া বুলি সাব্যস্ত কৰি সৰ্বসম্মতিক্ৰমে মৃত্যুদণ্ড দিবলৈ থিৰাং কৰে।"

গেপলিক শেঁতা পৰি গ'ল। কেউপিনে যিদৰে চাবলৈ ধৰিলে যেন চকুকিটা ওলাই পৰিব। টাৰ্‌পিলিখাই ক'লে—"বেছ, সকলো নিয়াৰিকৈ হৈছে।" ফ্ৰচিয়াই বাধা দি ক'লে—"ৰ'বা, আমি তাক দণ্ড দিলোঁ। হয়, পিছে মাৰিম কেনেকৈ ?"

বিমোৰত পৰি ইটোৱে সিটোলৈ চালে।

"এৰা হয়, কেনেকৈ কি কৰা যায় ?"

পেলেজিয়াই ক'লে, "তাক ফাঁচী দিয়াই ভাল।"

"ক'ত দিবা থাঁচী ? এই ঘৰৰ ভিতৰতে নে ?'

"তুমি যিহকে তিহকে কৈছা। কুঠাৰেৰে এঘাপ দিলেই সকলো ঠিক হৈ পৰিব।"

"আমি গুলীয়াব নোৱাৰোঁ।......"

"তাকেহে লাগে। গণ্ডগোলত যেন গোটেই জাৰ্মানসোপা লৰি আহে......"

গেপলিকৰ গা শিঁয়ৰি গ'ল; সি কঁপিবলৈ ধৰিলে। সিহঁতে তাৰ বিষয়ে কথা পাতিছে; তাক কেনেকৈ মাৰিব তাৰ আলোচনা কৰিছে; সমুখত সি যেন নায়েই, সি যেন কাঠৰ টুকুৰাহে। সি ছটফটাবলৈ ধৰিলে। নিৰাশাই হেঁচা মাৰি ধৰিলে। আঠুৰ মাজত মূৰ গুজি সি বহি পৰিল।

"দেৱতাসকল, মোক পুতৌ কৰক! মই আপোনালোকৰ দোষ কৰিলোঁ; কিন্তু আগলৈ কেতিয়াও নকৰোঁ।"

আঠু কাঢ়ি চুঁচৰি গৈ সি তিৰোতাবোৰৰ ভৰিৰ ওচৰত মূৰ দোঁৱালে। সিহঁত পাছ হুঁহুকি গ'ল—যেন জুয়েহে পুৰিলে।

"হেই বিশ্বাসঘাতক, আঁতৰি যা।"

গেপলিকে কান্দিবলৈ ধৰিলে।

"দয়ালুসকল, মই আপোনালোকৰ ওচৰত প্ৰতিজ্ঞা কৰিছোঁ; আপোনালোকৰ ল'ৰা-ছোৱালীৰ শপত!"

"আমাৰ ল'ৰা-ছোৱালীৰ! তোৰ নিচিনা শিয়াল এটাৰ বাবতে দেখোন আমাৰ ল'ৰা-ছোৱালী মৰিছে! কেৱল তোৰ বাবতে!"

হতাশভাৱে গেপলিকে ইনাই-বিনাই ক'লে—"সিহঁতে এই কাম কৰিবলৈ মোক বাধ্য কৰিছিল। শক্তি প্ৰয়োগ কৰিছিল।"

"তোৰ ৰাউচি বন্ধ কৰ। নহ'লে তোৰ লাওখোলাত টোকোন ফালিম। ...শুনা তাৰ কথা! বেচেৰা সৰু ল'ৰাটিক সিহঁতে বাধ্য কৰিলে! আৰু তই সেইবাবে ৰস্তভত সিহঁতক বিচাৰি ঢাপলি মেলি ফুৰিছিলি?"

"মোক দয়া কৰক, ক্ষমা কৰক"—সি মাটিত বাগৰি বিনাবলৈ ধৰিলে।

সিহঁতে ঘৃণাৰে তাৰপিনে চালে।

"উস্! তোক দেখিলেই মোৰ বিতৃষ্ণা লাগে। তই মানুহৰ দৰে জীয়াই থাকিব নোৱাৰিলি আৰু এতিয়া মানুহৰ দৰে মৰিবও নোৱাৰ"—পেলেজিয়াই খঙেৰে ক'লে।

"শুনা, আমি তাক লৈ মূৰ্খালি কৰি ইমান পৰ বৈ থাকিব নোৱাৰোঁ; তাৰ ডেডাউৰিত জাৰ্মানবোৰ এইখিনি ওলাবহি।"

আলেকজেণ্ডাৰ তাৰ পাছপিনে গ'ল আৰু তাৰ ডিঙিয়েদি ৰচি এডাল মেৰাই দিলে; সি মাটিত পৰি গ'ল।

নিজৰ হাতত থুৱাই সি ক'লে—"এটা পবিত্ৰ কাম কৰিছোঁ।"

গেপলিকৰ আঙুলিবোৰে হাতোৰাৰ দৰে মাটিত খামুচি ধৰিলে। ভৰিৰ কঁপনি উঠিল; আৰু লাহে লাহে শিথিল হৈ পৰিল। গাওঁবুঢ়া মৰিল।

"মোক অলপ ধৰি দিয়া···ফ্ৰচিয়া!"

আগছোৱাত সি ধৰিলে আৰু ভৰিকিটাত ধৰিলে ফ্ৰচিয়াই। টাৰপিলিখাই সাৱধানে চোতালৰ পিনে চালে।

বতাহৰ হো-হোৱনিৰ বাহিৰে সকলো নীৰৱ; গোটেইখন বৰফে ঢাকি পেলাইছে।

"আহাঁ, বেগেতে, তাক নাদলৈ লৈ যাওঁ···"

চোতালত পানী নোহোৱা, পুৰণি নাদ এটা আছিল। এতিয়া ইয়াৰ আধা বৰফেৰে পোত খাই আছে। এই নাদতে সিহঁতে শটো পেলাই দিলে। আলেকজেণ্ডাৰে কোৰেৰে বৰফ চপাই দিলে। পিছত নাদৰ কাষৰ বৰফবোৰ লৰালৰিকৈ সাৰি পেলালে।

"বসন্ত কাললৈকে সি তাত পৰি থাকক; পিছত আমি তাক তুলি পেলাম। ৰাতিপুৱাই মানে গোটেইখন বৰফত পোত যাব আৰু একোৰে চিন নাথাকিব।"

"এতিয়া ঘৰ ওলামগৈ কেনেকৈ?"

"ৰব লাগিব; ৰাতিখন শব্দ নকৰাকৈ মনে মনে যাব নোৱাৰা। এবাৰ পাৰিলা; সেইবুলিয়েই যে আকৌ যাব পাৰিবা তাৰ কোনো অৰ্থ নাই। মোৰ ইয়াত বহুত কোঠা আছে। ৰাতি দুপুৰালৈকে ইয়াত শুই থাকা আৰু পিছত মনে মনে গুচি যাব পাৰিবা।"—আলেকজেণ্ডাৰে ক'লে।

বেঞ্চে, মাটিয়ে, যেয়ে যেনেকৈ পাৰে দীঘল দিলে; কিন্তু কোনেও শুব নোৱাৰিলে।

"আলেকজেণ্ডাৰ, চাবা যাতে বিচাৰৰ কাৰ্য্যবিবৰণীখন ভালকৈ লুকাই ৰাখিব পাৰা; আমাৰ মানুহবোৰ আহিলে এইখন সিহঁতক দিব লাগিব।"

"চিন্তা নকৰিবা। এনে ঠাইত লুকাই থম কোনেও বিচাৰিকে নাপায়।"

টাৰপিলিথাই আকৌ আগৰ কথাটোকে ক'লে, "শুনা আলেকজেণ্ডাৰ, সি নিজ কামৰ ফল পালে।"

কেঁচা টোপনিৰ মাজতে সি থক্‌মকাই ক'লে—"কেলৈ নাপাব।"

---

## ॥ সাত ॥

দুৱাৰখন ধুমুকৈ উঠিল। ফেডচিয়া উচাপ খাই গ'ল; বাল্টিটো সৰি পৰিল আৰু ৰান্ধনি ঘৰখন গোটেই পানীময় হ'ল।

"তোৰ হৈছে কি? গোটেই মাখনৰ হাত, নহয়?"

—খণ্ডত ৱান'ৰে চিঞৰি উঠিল। চিঞাহী দিয়া বুটযোৰত কেনেবাকৈ লেতেৰা পানী লাগে বুলি জঁাপ মাৰি পাছুৱাই গ'ল।

তাই উত্তৰ নিদিলে; বুকুৰ মাজত তীব্ৰ বেদনা জাগি উঠিল। পানীবোৰ তাই মচি পেলালে; কিন্তু হাত দুখন তেতিয়াও কঁপি আছিল। আজি তাই একোকে কৰিব নোৱাৰিলে। প্ৰতি শব্দ, প্ৰতি খচ্‌মচনিতে তাইৰ গাটো বেতৰ কোব পৰাৰ দৰে কুচিমুচি যায়। তাই আশাতে ওপঙি ফুৰিছিল। সিহঁত আহিব লাগিছে; যি কোনো মুহূৰ্ত্ততে সিহঁত পাবহি পাৰে! গোটেই গাৱঁৰ ভিতৰত কেৱল যে তাইহে জানে—এই কথাই তাইৰ মনত দায়িত্ব বঢ়াই দিলে। অৱশ্যে আন কোনেও নজনা ভাল কথা; তথাপি অকলে বাট চাই থাকিবলৈ কিমান কষ্টকৰ! তাইৰ অন্তৰ যেন স্পন্দনহীন হৈ উঠে আৰু তাই ফোঁপাবলৈ ধৰে; যেই কোনো মুহূৰ্ত্ততে সিহঁত এইখিনি পাবহি পাৰে।

পুচিয়া তেতিয়াও শুই আছিল; ৱান'ৰে উভতি চাই ক'লে—"এই কামটোত কেনেকৈ আগবাঢ়িবা, তাক আগতে ভাবি চোৱঁা।" সি ওলাই গ'ল। দুৱাৰ খোলা শব্দ শুনি ফেডচিয়া আকৌ উচাপ খাই উঠিল।

দুই হাতেৰে মুৰটো চেপি ধৰি আৰু ওঁঠ কামুৰি, পুচিয়া পৰি থাকিল। সি কথাটো কেনেকৈ ক'লে! তাই যেন নিকিনা গোলামহে। সৈন্য, টেলিফোন আদি জগতৰ সোপাকে ৰাখিও সি গৰিলাবোৰ বিচাৰি নাপালে আৰু এতিয়া তাইহে সিহঁতৰ খবৰ উলিয়াই দিব লাগে। সিফালে আকৌ গাৱঁৰ কোনেও তাইৰ লগত কথাকে নাপাতে। খণ্ডত তাই গুজৰি থাকিল। সি তাইৰপৰা বহুত আশা কৰিছে। পাটৰ চেমিজ আৰু

আপুকগীয়া মোজাকিযোৰ দিছে বুলিয়েই সি তাইৰ ওপৰত খুচিমতে হুকুম চলাই থাকিব পাৰিব বুলি ভাবে নেকি ?

তাই জানিছিল যে বায়েকৰ সৈতে কথা পাতি একো ফল নাপায়, একেবাৰে আশা নাই। যুঁজৰ আগৰেপৰা সিহঁতৰ মাতবোল নাই। অলগা প্ৰায়ে পুচিয়া থকা নগৰখনলৈ গৈছিল আৰু তাত ৰাজনৈতিক সভা আৰু শিক্ষকৰ বক্তৃতাত উপস্থিত হৈছিলগৈ; কিন্তু তাইক এবাৰ দেখা কৰিবলৈকো চেষ্টা কৰা নাছিল। নিশ্চয় তাই ভাবিছিল যে পুচিয়া দেখা-সাক্ষাৎ কৰাৰ উপযুক্ত নহয়। কেলেইনো নাভাবিব ! পুচিয়াই কাম নকৰে, কাপোৰ ধুই তাইৰ হাত দুখন নষ্ট নকৰে, ঠাই নাসাৰে; ট্ৰেক্টৰ চলাবলৈ নিশিকে; এইবোৰ তাইৰ মতেৰে দোষ। অলগাই সকলো তাইৰ দৰে হোৱাকে বাঞ্ছা কৰে। তাই পাহৰি যায় যে তাই ষাঁড় গৰুৰ দৰে বলী; ইপিনে তাইৰ ভনীয়েক হৈছে আলসুৰা। নিজৰ চেহেৰাৰ পিনে অলগাৰ কাণসাৰ নাই; যেনেতেনে শকত বেণীডালেৰে খোপাটো বান্ধি থব। জাৰকালি সদায় তাইৰ হাত ফটুৱাই ফাটিব আৰু সদায় গৰমত অঘৰী মানুহৰ দৰে তাইৰ গা ক'লা পৰিব। বিচনাৰ দাঁতিত ওলমি থকা আয়নাখনলৈ পুচিয়াই হাত মেলিলে; সূক্ষ্মভাৱে তাইৰ মুখখনলৈ চালে—তাইৰ চেলাউৰিযোৰ কোমল; ক'লা কেঁকোৰা চুলি; চকুৰ নোমবোৰ ক'লা আৰু চকুকিটা ঘূৰণীয়া; পাতল ওঁঠকিটাৰ মাজত জোঙা, তিনিভূজীয়া দাঁতবোৰ চক্‌চকাই আছে। নহয়, অলগাই কৰা কামবোৰৰ কাৰণে তাই উপযোগী নহয় আৰু তাৰ কোনো আৱশ্যকো নাই। চেৰিওঝা অফিচাৰ আছিল— আৰু সি যথেষ্ট ধন ঘটিছিল; তাৰে তাই সেই ঠাইত সকলো কিনিব পাৰে। অলগাই সেইটো কেতিয়াও বুজা নাছিল। তাই চেৰিওঝাক সদায় দুৰৱস্থাত থকা বুলি ভাবিছিল। কিয় বাৰু ? সিহঁতে যি দুই-এখন কানি-কাপোৰ গোটাইছিল, তাৰে তাৰ ঘৈণীয়েকে ভালকৈ পিন্ধিব জানিছিল। তাইৰ চুলিকোছা সদায় তেনেকুৱাই; তাই হাত দুখনৰ যত্ন লৈছিল আৰু দেখিবলৈ আন স্থানীয় জখলাবোৰতকৈ বহুত ভাল আছিল। সিহঁতৰ সদায় খৰখেদা—কিবা এটা কৰিবলৈ সদায় উতনুৱা। পুচিয়াহঁতৰ ল'ৰা-ছোৱালী নাই, পুচিয়াৰ তাৰ বাবে ইচ্ছাও নাই। সেই বিষয়ে আৰু কবলৈ একো নাই। আনৰ ল'ৰা-ছোৱালীবোৰেই

আঁটিছে। চেৰিওঝাই ল'ৰা-ছোৱালী বিয়া কৰোৱা নাই, কৰাইছে তাইক; আৰু বিয়া কৰাবৰ সময়তো সি ল'ৰা-ছোৱালীৰ বিষয়ে একো উলিওৱা নাই। এইবোৰেই অলগাক তাইৰ ভনীয়েকৰ প্ৰতি বিৰুদ্ধ-ভাবাপন্ন কৰি তুলিবলৈ যথেষ্ট কাৰণ হৈ উঠিছিল। তেনেহ'লে এতিয়া তাই পুচিয়াৰ বিষয়ে কি ভাবিব? তদুপৰি, তাই বাৰু পুচিয়াৰপৰা কি আশা কৰিছিল? পাঁচমাহ হৈ গ'ল, তথাপি ৰণভূমিলৈ যোৱা দিনাৰেপৰা আজিলৈকে চেৰিওঝাৰ আখৰ এটাও নাই! হয় সি মৰিল, নহয় তাক বন্দী কৰিলে। নহ'লে পাঁচ মাহ ধৰি চিঠি এখন নিদিয়াৰ কি অৰ্থ হব পাৰে? কিমান দিন যুঁজ চলিব, কোনে জানে? তাই কি কৰিব? বছৰে বছৰে অপেক্ষা কৰি, শেহত খাবলৈ নাপাই শুকাই মৰিব নে? নহয়, তাই তাতকৈ বুধিয়কৰ পথ বাছি ল'লে। আৰু কাৰ্ট হ'লেই বা জাৰ্মান! কিহৰ হানি নো? এতিয়াতো জাৰ্মানেই গৰাকী; সিহঁতেই শাসনকৰ্তা, আগলৈকো শাসন কৰিব। এইটো ঠিক যে বলছেভিক্‌বোৰ বিনাশ হ'ল। তাইৰ নতুন সংসাৰত সকলো ঠিক হ'লহেঁতেন—কেৱল যদি কিছুদিনৰ আগৰপৰা কাৰ্ট ইমান খিংখিঙীয়া আৰু উগ্ৰমূৰ্তি হৈ নুঠিলহেঁতেন। সি ইমান কৰ্কশভাৱে তাইক কথা কয়! তদুপৰি সি এতিয়া তাইক অলগাৰ সৈতে সাক্ষাৎ কৰিবলৈ বন্ধ কৰিছে। পুচিয়াই জানে, বায়েকক দেখা কৰিবলৈ তাই নিজকে মান্তি কৰিব নোৱাৰে; কিন্তু তাই কেনেকৈ ইয়াৰপৰা হাত সাৰিব? সেইবোৰ বাৰু যি হওক, অলগা তাইৰ বায়েক বুলিনো তাক ক'লে কোনে?

তাই বৰ খেলিমেলিকৈ কানি-কাপোৰ পিন্ধিলে। কাৰ্টে তাইৰ ওচৰত দাবী কৰিছে; এতিয়া এয়ে তাৰ শেষ উপায়? ইপিনে তাই ভাবিছিল কাৰ্টৰ চৰিয়া-চোৰাংচোৱা ভৰি আছে।

পুচিয়াই বিচনাৰ ওপৰত জধেমধে ঢাকনি কাপোৰখন পাৰি থ'লে আৰু দাঁৰত থবলৈ বুলি চকীৰপৰা ব্লাউজৰ চোলাটো তুলি ল'লে; জেপত কিবা কাগজ এখন খচ্‌মচাই উঠিল। তাই দুৱাৰমুখৰ পিনে উভতি চালে আৰু লৰালৰিকৈ কাগজখন উলিয়াই ল'লে। দীঘল নীলা খামৰ ভিতৰত জাৰ্মান ভাষাত লিখা এখন চিঠি। জাৰ্মান পঢ়িব নাজানে যদিও তাই চিঠিখন খুলিলে। নীলা খামটোৱেই সন্দেহজনক বুলি তাইৰ মনত ধাৰণা জন্মাই দিছিল।

সক সক আখৰেৰে পৰিপাটিকৈ লিখা চিঠিখন নীলা কাগজৰ চাৰি পিঠি জুৰি পৰিছিল। প্ৰথম পাতত লগোৱা আছে এটা চেপা মৰা ফুল। নাকৰ কাষলৈ পুচিয়াই চিঠিখন দাঙি ধৰিলে। তাইৰ সম্পূৰ্ণ অপৰিচিত সুগন্ধি বস্তু এটাৰ অলপ গোন্ধ পালে। চিঠিখন যে কোনোবা তিৰোতাৰ হাতৰ—তাত কোনো সন্দেহ নাই। পুচিয়াই ওঁঠ কামুৰি ভাবিবলৈ ধৰিলে। জাৰ্মেনীৰপৰা কোনোবা তিৰোতাই কাৰ্টলৈ লিখিছে। দামী চিঠি লিখা কাগজ আৰু সক সক পৰিপাটি আখৰ। অৱশ্যে চিঠিখন তাৰ মাকৰ-পৰাও আহিব পাৰে; কিন্তু ফুলটো?

তাই যদি চিঠিখন পঢ়িব পাৰিলেহেঁতেন! এই অপৰিচিতা মানুহজনীয়ে কাৰ্টলৈ কি লিখিছে তাক যদি জানিব পাৰিলেহেঁতেন। তাই তাৰিখটোলৈ চালে। চিঠিখন অলপতে আহিছে। নিশ্চয় কালি পাইছেহি। আজি কাৰ্টে আন এটা চোলা পিন্ধিলে আৰু চিঠিখন ইয়াৰপৰা নিবলৈ পাহৰিলে। ইয়াৰ আগলৈকে তাই তাৰ হাতত চিঠি বা ফটো একোকে দেখা নাছিল।

একো দেখা নাই নে? তাই ভালকৈ ভাবিবলৈ ধৰিলে। তেনেহ'লে, সি কেতিয়াও হাতৰপৰা নেৰা, আৰু তাইক চুবলৈকে নিদিয়া, সেই সক বহীটোত নো কি আছে? তদুপৰি তাৰ ডাকবোৰ ঘৰত নিদি অফিচতহে দিয়ে। সি দেৰাজত চিঠি আৰু ফটোবোৰ ৰাখিব পাৰে; কিয়নো, সদায় ওলাই যাওঁতে সি সাৱধানে সেইটো চাবি মাৰি থৈ যায়। মুঠতে, তাইনো বাৰু তাৰ কি কথাটো জানে? কেৱল সি নিজে যি কয়, সেয়ে। পোনতে যেতিয়া তাই তাৰ লগত আহিবলৈ মান্তি হয়, তেতিয়া সি কথা দিছিল যে তাইক ড্ৰেছডেনলৈ লৈ যাব আৰু তাত তাইক বিয়া কৰাবগৈ। ইয়াত বিয়াৰ উৎসৱ পাতিবলৈ ঠাই নাই। তাই ভালকৈ বুজিছিল, সেই দিনলৈ যথেষ্ট বাট চাব লাগিব। কিন্তু সেইবোৰ তেতিয়া সিমান লাগতিয়াল কথা নাছিল।

অলপ আগলৈকে তাই নিশ্চিন্ত আছিল; কাৰণ তাই ভাবিছিল কাৰ্টে তাইক ভাল পায়। অলগাৰ সৈতে কথা হবলৈ কাৰ্টে তাইক বল কৰাতহে এতিয়া তাইৰ মনত এইবোৰ চিন্তা সোমাল আৰু তাই কিছুমান কথা নতুন চকুৰে চালে। সি বাৰু আজিকালি ড্ৰেছডেনৰ কথা ইমান কম উলিয়ায় কিয়? আৰু এই বিষয়ে উল্লেখ কৰিলেই সি বাৰু ইমান অনিচ্ছা দেখুৱায়

কিয়? সদায় ইমান ব্যস্ত কিহত? কিয় ইমান খঙাল? নিশ্চয় তাইৰ কোনো সলনি হোৱা নাই; তাই আগৰ দৰেই আছে কেৱল কাৰ্টহে সলনি হৈছে; আৰু এতিয়া প্ৰধানকৈ চিঠিখন ওলাইছে যেতিয়া...........

হাতত চিঠিখন লৈ সেইদৰে বহি থকা উচিত হোৱা নাই। তাই চিঠিখন পঢ়িবই নোৱাৰিলে, তেনেহ'লে কাৰ্টে আহি দেখিলে মিছাকৈ হুলস্থূল এটাৰ সৃষ্টি কৰাৰ কি দৰ্কাৰ? সি সদায় কৈ থাকে যে তাই যেন তাৰ কোনো কাগজ-পত্ৰ নোছোৱে।

চিঠিখন খামত ভৰাই পুচিয়াই চোলাটো আঁৰি থ'লে। কাৰ্টৰ ওপৰত চকু ৰাখিবলৈ তাই থিৰাং কৰিলে। কোনে তালৈ চিঠি দিছে, সেই কথা তাই যেনেতেনে উলিয়াব। আৰু তাইৰ প্ৰতি কাৰ্টৰ এই কঠুৱা ব্যৱহাৰ তাৰ ক্লান্তি আৰু মনৰ উত্তেজনাৰ বাবত নে আন কিহবাৰ বাবত—এই কথা তাই উলিয়াবই।

পাকঘৰত ফেডচিয়াই কেৰাহীত কিবা ৰান্ধি খৰ্‌খৰাই আছিল; গণ্ডগোল শুনি পুচিয়াৰ খঙে মূৰৰ চুলি পালেগৈ। তাই চিঞৰি ক'লে—"অলপ মনে মনে থাকিব নোৱাৰনে?"

খোলা দুৱাৰেদি ফেডচিয়াই তাইলৈ চালে; পুচিয়াই তাইৰ মুখত এটা আচৰিত অভিব্যক্তি দেখিলে। তাই সেই মানুহজনীৰ মুখত সদায় থকা বিদ্বেষ আৰু ঘৃণাৰ ভাবটো নেদেখিলে। চকুকিটাত জয়ৰ ভাব বিৰিঙি উঠিছে, যেন এটা অপূৰ্ব আনন্দৰ সঁহাৰি দিছে। পুচিয়া খঙত জ্বলি উঠিল। কিহৰ বাবত তাইৰ ইমান ৰং? নিশ্চয় তাই দুৱাৰেদি শুনি আছিল আৰু কাৰ্টে তাইক কেনেকৈ কথা কৈছিল, সেইবোৰ তাই শুনিলে। এই মানুহজনীয়েও সেই কথা লক্ষ্য কৰিলে! হিংসাপূৰ্ণ আনন্দত তাইৰো অন্তৰ ভৰি পৰিছে।

তাইৰ মনত পৰিল—তায়ো বুঢ়ীৰ ওপৰত প্ৰতিশোধ লব পাৰিলেহেঁতেন। তাই এতিয়াও কাৰ্টক কোৱা নাই যে ফেডচিয়াৰ পুতেক খালত পৰি আছে। ফেডচিয়াৰ কষ্ট বঢ়াবৰ বাবেই তাই ইচ্ছাপূৰ্বক দুদিন ধৰি এই কথা কোৱা নাই। তাৰ পিছত কাৰ্টে তাইক অলগাৰ লগত কথা পাতিবলৈ জোৰ কৰি আমনি কৰি থকাৰ সময়ত তাই এই কথা একেবাৰে পাহৰিলে। এতিয়া সেই পোতক ভুলিবলৈ তাই সাজু হ'ল। তাই ভয় দেখুৱালে—"ৰ বাক, মোৰ স্বামী উভতি আহিলেই মই কৈ দিম।"

কুটিল হাঁহি মাৰি ফেডচিয়াই পুচিয়াৰ মুৰৰপৰা ভৰিলৈকে চাবলৈ ধৰিলে।

"কিহৰ ভয় কৰিছোঁ! কগৈ তোৰ 'স্বামীক'!"—'স্বামী' শব্দটোত তাই এটা বিদ্রূপৰ সুৰ জুৰি দিছিল। "কগৈ। তোৰ লাভ হয় যদি মই নিজেই কব পাৰোঁ। যা, এশবাৰ কগৈ! লব মাৰ, কানি-কাপোৰ পিন্ধি অফিচতে কগৈ।"

"মই জকল ক'মেই।"

"মই তোক তাকেহে কৈছোঁ। কগৈ যা। তই কেৱল মোক ভাবুকি দিয়। সেইদৰে মোক ভয় খুৱাব নোৱাৰ।"

"সিহঁতে তোৰ কাষৰপৰা তাক লৈ যাব।"

"নিয়ক। সিহঁতে এমাহৰ আগতে তাক মোৰপৰা নিলে। এতিয়া আকৌ নিব নোৱাৰে।"

"তেন্তে, তালৈ সদায় যাৱ কিয়?"

"মন যায় দেখি যাওঁ। সিহঁতে তাক লৈ গ'লে ময়ো যোৱাটো বন্ধ কৰি দিম।"

"কার্টে তোক গ্রেপ্তাৰ কৰিব। তই ভালকৈ জান যে তাত ঘূৰি ফুৰিবলৈ নিষেধ কৰিছে।"

"বৰ ভয়টো দেখুৱাইছ! মই গ্রেপ্তাৰলৈ ভয় কৰা মানুহ নহয়। তোৰ কথাত মোৰ গাৰ কঁপনি উঠা দেখিবলৈ নাপাব..."

ফেডচিয়া কোঠালৈ সোমাই গ'ল। তাই এতিয়া হঁহা নাছিল। ক'লা চকুযোৰ দেখিবলৈ ভীষণ হৈ উঠিল।

"শুনিছনে? তইহে ভয় কৰিব লগা উচিত; ভয়ত কঁপি-জপি যাবি।" পুচিয়া বেঞ্চত বহিল।

"কি কৈছ? মোৰ ভয় কৰিবলৈ কি হৈছে?"

"তই ভয় কৰিবলৈ যথেষ্ট কাৰণ আছে। মানুহবোৰলৈ তই ভয় কৰিব পাৰ—সিহঁতে তোক শুদাই নেৰে! পানীলৈ তই ভয় কৰিব পাৰ—কাৰণ তই পানীত বুৰি মৰিব খুজিলেও পানীয়ে আকৌ তোক ওপঙাই তুলি দিব। তই মাটিত লুকাব খুজিলেও মাটিয়ে তোক হুলুকায়। খালত পৰিও মোৰ ভেচিয়া ভালকৈ আছে। ফাঁচত ওলমিও লেভনিয়াক ভালকৈ আছে। জার্মান-সঙ্গীনৰ খোঁচা খাই, বৰফৰ মাজত নাঙঠ হৈ ল'ৰি ফুৰিছিল যদিও, অ'লেনাৰ অৱস্থা তোতকৈ ভাল আছিল। তই থকাতকৈ সিহঁত সকলো ভালকৈ আছে! সময়ত সিহঁতৰ অৱস্থাৰ বাবে

তোৰ হিংসা উপজিব! সিহঁতৰ শৰীত নথকা বাবে এদিন তই তেজৰ চকুলো বোৱাই কান্দিব লাগিব! কঁাচী-কাঠত ওলমি মৰা ভাল আছিল বুলি, সঙ্গীনৰ খোঁচাত ল'ৰি ফুৰা ভাল আছিল বুলি আৰু গুলী খাই মৰা ভাল আছিল বুলি—এদিন তই শতগুণে হামবাও কাঢ়ি ফুৰিবি!"

খং আৰু ঘৃণাত তাইৰ উশাহ নিৰোধ হৈ গৈছিল; সিহঁতৰ মানুহবোৰ আহিব লাগিছে, এই কথাৰ বাবত তাইৰ অন্তৰখন এটা নিষ্ঠুৰ আনন্দত উথলি উঠিছিল; যি কোনো মুহূৰ্ত্ততে—আনকি তাই এই বিধৰ্মীজনীৰ লগত কথা পাতি থাকোঁতেই—গাৱঁৰ সিমূৰৰপৰা গুলীৰ শব্দ আহিব পাৰে।

খঙত ফোঁপাই পুচিয়াই ক'লে, "ইয়াৰপৰা এতিয়াই ওলাই যা।"

ফেডচিয়াই আকৌ এটা অৰজ্ঞাৰ হাঁহি মাৰিলে।

"মই যাব পাৰোঁ। তোৰ মুখ চাই মোৰ আনন্দ লগা নাই। মোৰ নিজৰ ঘৰৰপৰা মোক খেদাই দিয়াৰ কথা এদিন তই সুঁৱৰিব লাগিব।"

তাই ওলাই গ'ল; দুৱাৰখন ইমান জোৰেৰে জপালে যে বেৰৰ মাটি খহি গ'ল।

জুহালৰ কাষত তাই ভোৰ্‌ভোৰাই থাকিল—"মই তোক গালি পাৰিছোঁ বুলি তাক লগাগৈ যা। সি আৰু বেছিদিনলৈ তোৰ কথা নাভাবে। ভাবিবলৈ তাৰ নতুন কথা ওলাব—কিজানি এতিয়াই ওলাইছে।"

কাৰ্টে কিন্তু পুচিয়াৰ কথা সমূলি ভবা নাই। খংমুৱাকৈ গহীনভাৱেৰে সি অফিচ ওলালগৈ।

"সদৰৰপৰা কিবা কৈছিলনে?"

"কৈছিল, হেৰ্ কেপ্তেইন।"

"মোক জানিবলৈ নিদিলা কিয়?"

"কোনো হুকুম নাছিল, হেৰ্ কেপ্তেইন!"

"হুকুম নাছিল মানে?"

"আপোনাক কব নালাগে বুলি কৈছিল।"

"তেন্তে সিহঁতে মাতিছিল কিয় নো?"

"বন্দীয়ে কিবা খবৰ ক'লেনে, তাকে তেওঁলোকে সুধিছিল।"

"তুমি কি ক'লা?"

"তাই একো কোৱা নাই বুলি ক'লোঁ।"

"তাৰ পিছত ?"—কেপ্তেইনৰ মাতত কৰ্কশ সুৰ এটা ফুটি উঠিল।

ফেল্ডৱেবেল শেঁতা পৰি গ'ল।

"আৰু পিছত······মই······মই জনালোঁ।······"

"কি ? আৰু কি জনালা ?"

"যে······বন্দীক বধ কৰা হ'ল···"

"সেই কথা জনাবলৈ তোমাক কোনে অনুমতি দিছিল ? কোনে হুকুম দিছিল ? মই ?"

ৱান্ ৰ ত্বখোজমান আগবাঢ়ি গ'ল। ফেল্ডৱেবেলে পাছুৱাই যাবলৈকো সাহ নকৰিলে।

"মই সেই খবৰ দিবলৈ আদেশ দিছিলোঁনে ? তেনে দিহা মই দিছিলোঁনে ?"

"আপুনি দিয়া নাছিল, হেৰ্ কেপ্তেইন !"

খোটেই গাৰ বল দি কেপ্তেইনে তাৰ গালত এচৰ শোধালে।

ফেল্ডৱেবেলে থৰক্-বৰক্ কৰিলে ; কিন্তু লৰচৰ নকৰি ৱান্ ৰৰ পিনে একেথৰে চাই থাকিল।

ফেল্ডৱেবেলৰ গালত এটা ৰঙা চিন বহিল। কেপ্তেইনৰ আঙুলিয়ে বহুওৱা বগা সাঁচটো তৎক্ষণাৎ ক'লা পৰি গ'ল।

"গাওঁবুঢ়া ক'ত ? আজি সি আহিছিলনে ?"

চকুৰ পলক নেপেলোৱা যেনকৈ, ফেল্ডৱেবেলে কেপ্তেইনৰ চকুৱে চকুৱে চাই থাকিল।

"সি এতিয়াও অহা নাই।"

"সিহঁতে কিমান ধান-চাউল দিছে ?"

"এটায়ো দিয়া নাই। এতিয়ালৈকে কাৰো দেখাদেখিয়েই নাই।"

ৱান্ ৰৰ মুখত গালি ওলাবলৈ ধৰিলে।

"আৰু সেই ল'ৰাটোৰ ঘটনাটো কি হ'ল ?"

"কোনেও একো বাতৰি দিয়া নাই, হেৰ্ কেপ্তেইন।"

উগ্ৰমূৰ্তি ধৰি কেপ্তেইনে চকীখন ঠেলা মাৰি পঠিয়ালে। টোকা কাগজখন দলিয়াই দিলে। ফেল্ডৱেবেলে তৎক্ষণাৎ বুটলি আনি আকৌ সেইখন আগৰ ঠাইতে থ'লে।

"গাওঁবুঢ়াক মাতি পঠিওৱা।"

"জাওহল, হেৰ্ কেপ্তেইন।"

খটক্কৈ বুটত মাৰি ফেল্ডৱেবেল কোঠাৰপৰা ওলাই গ'ল। ৱান্ াৰে দেৰাজ খুলি সকলো কাগজ-পত্ৰ এছাৰি পেলালে।

খণ্ডত সি ধুঁৱলী-কুঁৱলী দেখিলে। আপদীয়া মানুহজনীয়ে এটা কথাও নক'লে। এবছৰ প্ৰশ্ন কৰা হ'লেও তাই একোকে নকলে-হেঁতেন; নোকোৱাকৈ এশবাৰ মৰিবলৈকো তাই সাজু হ'লহেঁতেন! বৰমূৰীয়াসকলে অৱশ্যে সিদ্ধান্ত কৰিব যে সি বৰ উদ্ধত—নিৰ্বোধৰ দৰে তাইক বধ কৰিলে; তাৰ বাবতে গোপন গৰিলাবাহিনীৰ একমাত্ৰ সূত্ৰটোও হেৰাই গ'ল। আৰু ইপিনে সেই বুৰ্বকটোৱে, একো নাভাবি নিচিন্তি, মানুহজনীক সি মাৰিলে বুলি ঘপ্ কৰে কৈ পেলালে। সিহঁতে টেলিফোনৰ কাষলৈ তাক মাতিবলৈ হাক দিলে আৰু তাৰ অনুপস্থিতিত তলতীয়া কৰ্মচাৰীৰ লগত কথা পাতিলে; ইয়াৰ কাৰণ অৱশ্যে স্পষ্টভাৱে ওলাই আছে। সিহঁতে জৰুল তাৰ বিৰুদ্ধে সকলো চক্ৰান্তৰ আয়োজন কৰিছে। তাতোকৈ চৰা হ'ল, আজিলৈকে অলপো ধান-চাউল পোৱা নাই। প্ৰায় ২৪ ঘণ্টা পাৰ হৈ গ'ল; এতিয়ালৈকে কোনেও দেখা দিয়াহি নাই; ক'ত শস্যবোৰ লুকালে, তাকো স্বীকাৰ কৰা নাই। সেই মূৰ্খ গাওঁবুঢ়াটোক সিহঁতে নিশ্চয় ভয় দেখুৱাই খেদাই দিব। সদৰৰ বৰমূৰীয়া সোপাই 'গাওঁবুঢ়া', 'গাওঁবুঢ়া' কৈ চিঞৰি থাকিলে কিটো হ'ব? ইপিনে গাওঁবুঢ়াই একেবাৰে অকৰ্মন্য বুলি ইয়াত চিনাকি দিছে; একো এটা কৰিব নোৱাৰে; সাধাৰণ কথা এটাকে উলিয়াব নোৱাৰে। গাৱঁলীয়া মানুহৰ ওপৰত তাৰ অলপো প্ৰভাৱ নাই।

আকৌ দুৱাৰমুখত ফেল্ডৱেবেলৰ জোতা খটক্‌কৈ উঠিল।

"কি?".

"হেৰ কেপ্তেইন, গাওঁবুঢ়া ইয়াত নাই।"

"সেইটো কি কথা? ইয়াত নাই! মই মাতি পঠাবলৈ কোৱা নাছিলোঁ নে?"

"মই নিজে গৈছিলোঁ; সি ঘৰত নাই।"

ৱান্ টাৰ অতিষ্ঠ হৈ পৰিল: "কলৈ গ'ল সি?"

"মই নাজানো।"

ৱান্ টাৰ খণ্ডত উতলি উঠিল।

"তুমি বলিয়া হ'লা নেকি? তোমাৰ হৈ মই নিজে তাক বিচাৰিবগৈ লাগে নেকি?"

"হেৰ্ কেপ্তেইন, আমি সকলো ঠাইতে বিচাৰিছিলোঁ। কালি বহুত ৰাতিলৈকে গাওঁবুঢ়া ইয়াত আছিল। আমি গাৱঁৰ

শস্য কিমান আছে তাৰ হিচাপ কৰিছিলোঁ। মাজ নিশাৰ সময়ত সি ঘৰলৈ গ'ল; কিন্তু ঘৰ নাপালেগৈ। তেতিয়াৰপৰা কোনেও তাক দেখা নাই।"

"সকলো ঠাইতে সুধিছিলা নে?"

"জাওহল্ হেৰ্ কেপ্তেইন।"

"পলাল নেকি?"

"জাওহল্ হেৰ্ কেপ্তেইন, খুব সম্ভৱ সি পলাল।"

পাকতে টেলিফোনটোলৈ চাই কেপ্তেইনে গহীনাই ক'লে, "বেছ হৈছে। এতিয়া কি হব তেনে?"

"কব নোৱাৰোঁ?"

কেপ্তেইন জ্বলি উঠিল—"মুৰ্খ! সেই গাওঁবুঢ়া পাটক আমি কিহলৈ ৰাখিছিলোঁ? সি আমাক কিবা তৰাইছিল নে? কি সুবিধা কৰি দিলে? হোঁঃ!"

"সঁচাকৈ, হেৰ্ কেপ্তেইন······"

"বাহ! সঁচাকৈ!······লিখা সদৰলৈ; গাওঁবুঢ়া পলাই গ'ল। বুধি থকা এটাক যেন সিহঁতে পঠাই দিয়ে।"

ফেল্ডৱেবেল তাৰ কোঠালৈ গ'ল আৰু গাওঁবুঢ়া পলোৱাৰ সম্বাদটো লিখিলে; আৰু লগতে আন এখনত কেপ্তেইনে অ'লেনাৰ মৃত্যু সম্বাদটো লুকাই ৰাখিবলৈ চেষ্টা কৰাৰ কথা লিখিলে।

আকৌ কেপ্তেইন ফেল্ডৱেবেলৰ ওচৰ পালেহি। সি দ্বিতীয় কাগজখন তাৰ অভ্যস্ত হাতেৰে দেৰাজত লৰালৰিকৈ ভৰাই থলে।

"যোৱা ৰাতি গাৰ্ডত কোনে পহৰা দিছিল? সিহঁতক সুধিছিলা নে?"

"সুধিছিলোঁ, নাজানে।"

"তেনে, ভাল ধেমালিখন হৈছে! কোনোবা ঘুৰি ফুৰি গাৰ্ডৰ-পৰা ওলাই গ'লেও চন্তৰীবোৰে গম নাপাব। এদিন আমাৰ সকলোবোৰকে ভেড়া মৰাদি মাৰিব। সিহঁতে একো নজনাৰ অৰ্থ কি? সিতো উৰি যোৱা নাই, খোজকাঢ়িহে গৈছে! সিহঁতে কৰিছিল কি? শুই আছিল নেকি?"

"ইমান বৰফৰ মাজত সিহঁত শুব নোৱাৰে। কিন্তু ভয়ানক বৰফ-ধুমুহা হৈছিল যদিও এই ঠাইৰ আওভাও ভালকৈ জনা মানুহ চুচৰি যাবও পাৰে। আমি গোটেই গাৰ্ডতে চন্তৰী ৰাখিব লাগিছিল।"

"কি কৰিব লাগিছিল, কি নালাগিছিল তাক মই সোধা নাই! গাওঁ জুৰি ৰাখিবলৈ ইমানবোৰ সৈন্য ক'ত পাবা? তুমিনো নিজে কি ভাবিছিলা? গাওঁবুঢ়াক বিশেষ তত্ত্বাৱধানৰ মাজত ৰাখিব লাগিছিল বুলি নাজানা নেকি?"

গাওঁবুঢ়াই ঘৰত থৈ আহিবলৈ কোৱা কথাটো ফেল্ডৱেবেলৰ মনত পৰিল। নিশ্চয় সি ৰাতি যাবলৈ ভয় কৰে। তেনে'হলে? সেইদৰে হ'লে দেখোন ৰাতি পলাই যাবলৈকো তাৰ ভয় লাগিব। কিন্তু এই কথা কৈ সি কেপ্তেইনৰ জ্বলা জুইত ঘিউ ঢালিবৰ ইচ্ছা নকৰিলে। সি নিজৰে দোষ বুলি অনুভৱ কৰিলে; এৰা হয়তো, সি গেপলিকক ঘৰত থোৱাব লাগিছিল।

"তোমাৰ কাম বুলিলেই আধাডুখৰীয়া। গোটেইবোৰ মূৰ্খৰ দল।"—কেপ্তেইনে খঙত গুজৰি উঠিল।

ফেল্ডেৱেবেল দুৱাৰমুখত বৈ আছিল। কেপ্তেইনে তাক ধমকি দি সম্বাদটো আকৌ লিখিবলৈ পঠালে।

ফেল্ডৱেবেল উভতি গ'ল; কেপ্তেইন ৱার্নাৰে খঙৰ ভমকত কোৱা কথা কিছুমান সম্বাদটোত নতুনকৈ জুৰি দিলে। মাজে মাজে ভক্‌ভকাই থকা গালখন মোহাৰিলে।

ৱার্নাৰে কাগজ-পত্ৰ উলিয়াই ল'লে; কিন্তু দেখিলে যে তাৰ মনৰ অৱস্থা কাম কৰিব পৰাত নাই। ফেল্ডৱেবেলক মাতি আনিলে,—"টেলিফোনৰ কাষত থাকিবা। মই অলপ ফুৰি আহোঁ।"

…………বতাহ নাই; কিন্তু বৰফৰ প্ৰকোপ বাঢ়িহে গ'ল। খোজৰ ভৰত বৰফ মৰ্‌মৰাই ভাগিবলৈ ধৰিলে। বেলিটো নেদেখি; কিন্তু বৰফৰ চিক্‌মিকনিয়ে চকুত ধৰে। দুৱাৰডলিত থিয় দি ৱার্নাৰে ঘৃণাভৰা চকুৰে গাওঁখন চাবলৈ ধৰিলে। দেখাত ধীৰ; বৰফত পোত গৈ, গোটেইখন যেন বিচনাতহে দীঘল দি আছে। মূধবোৰে যেন ওখকৈ বগা পাগুৰিহে মাৰিছে। দুই-এঠাইতহে বতাহে খেৰবোৰ উদং কৰি ৰাখিছে। কেনিও ক'তো জীৱনৰ সঁহাৰি পোৱা নাযায়।

অ'ত ত'ত দুই-এটা জাৰ্মান সৈনিক ঘূৰি ফুৰিছে; তাৰ বাহিৰে ক'তো একো শব্দ নাই, একো লৰচৰ কৰা নাই। গোটেইখনতে নিৰ্জীৱ নিস্তব্ধতা। কুকুৰৰ ভুকনি এটাও শুনিবলৈ নাই। সৈন্যবোৰ আহি পোৱা দিনাই আটাইবোৰ কুকুৰ গুলীয়াই মাৰিলে। কুকুৰবোৰ মানুহবোৰতকৈ কম বৰ্বৰ নহয়—কিয়নো

সিহঁতে খেদা মাৰি আহিছিল আৰু জাৰ্মানবোৰক ঘৰৰ ভিতৰ সোমাবলৈ নিদিছিল !

ৰান´াৰে এই সুপ্ত গাওঁখনত অজানিত বিপদে চোপ লৈ থকা যেন পালে। সঁচাকৈ, ইয়াতকৈ ৰণক্ষেত্ৰই ভাল ; তাত শত্ৰুৰ লৈতে মুখামুখি যুদ্ধত সন্মুখীন হব পাৰি। অধিকৃত গাওঁ এখনত শান্তি আৰু শাসন প্ৰতিষ্ঠা কৰাটোকে সিহঁতে আকৌ কয় জিৰণি বুলি ! শান্তি আৰু শাসন কি নাচাবা ! বলছেভিকবোৰক খেদি দিয়া এমাহ হৈ গ'ল আৰু ইপিনে আজিলৈকে সিহঁতে একো কৰিবই পৰা নাই। সেই অভেদ্য, অবুজ আৰু মৌন বাধাৰ আগত প্ৰাণনাশৰ প্ৰত্যেক আয়োজন আৰু সিহঁতৰ সকলো পৰিকল্পনা, সকলো আদেশ চূৰমাৰ হৈ গৈছে। এই মূৰ্খ মানুহবোৰে কিহলৈ আশা কৰি আছে? মূৰকত আত্মসমৰ্পণ কৰিবলৈ বাধ্য হব লাগিব বুলি সিহঁতে বুজা উচিত ; সিহঁতৰ প্ৰত্যেক মুখিয়াল মানুহক বিনাশ কৰি হ'লেও ঘটনাই নিজৰ অব্যৰ্থ পৰিণামৰ পথলৈ ঢাল লব ; জাৰ্মানবোৰৰ মূল পৰিকল্পনা কাৰ্য্যত পৰিণত হবই। কিন্তু সিহঁতে এই কথা বুজিবৰ চেষ্টা নকৰে। বলছেভিকৰ জয় হব বুলি সিহঁতৰ দৃঢ় বিশ্বাস।

সি দূৰত এটা ইঞ্জিনৰ মাত শুনিলে। 'কলাৰ'টো নমাই শুনিবলৈ ধৰিলে। দূৰেদি এখন উৰাজাহাজ গৈছিল। স্তব্ধ বতাহত ইঞ্জিনৰ ভোন্‌ভোননিটো মহৰ গুণগুণনিৰ দৰে শুনা গৈছিল। কিন্তু শব্দটো ক্ৰমে ডাঙৰ হৈ কাষ চাপি আহিল। বৰফৰ পোহৰৰপৰা চকুকিটা ঢাকি কেপ্তেইনে আকাশলৈ জুপি চালে।

তাক চন্তৰীটোৱে সাহ কৰি আঙুলিয়াই দেখুৱালে—"সৌখন, হে'ৰ্ কেপ্তেইন।"

সি দেখুওৱা পিনে ৰান´াৰে চালে। সেইখন পোনতে মহ এটাতকৈ ডাঙৰ নেদেখিছিল ; কিন্তু তাৰ পিছত লাহে লাহে ডাঙৰ হৈ আহিল।

অনিশ্চিতভাবে কেপ্তেইনে সুধিলে—"আমাৰ?" চন্তৰীটোৱে একমনে শুনি আছিল।

"হে'ৰ্ কেপ্তেইন, মোৰ মনেৰে নহয়। ইঞ্জিনটো বেলেগ।" ৰান´াৰ বিব্ৰত হৈ পৰিল।

জিলাত পূৰা এমাহ ধৰি এখনো শত্ৰুৰ বিমানে দেখা দিয়া নাছিল। সিহঁতৰ পুনৰ জীৱন সঞ্চাৰ হ'ল নেকি ?

ঘৰবপৰা সৈন্য কিছুমান ওলাই আহিল।

"বলছেভিকৰ"—এটাই ক'লে।

বাটটো তেতিয়া উদং নাছিল। মাটি ফুটি ওলোৱাদি মানুহবোৰ ওলাই আহিল। তিৰোতাবোৰে ঘৰৰ বাহিৰত থিয় দিলেহি; দলে দলে ল'ৰা-ছোৱালী ওলাই আহিল। সকলোৱে চকুত হাত দি আকাশলৈ একেথৰে চাবলৈ ধৰিলে।

"আমাৰ !"—চাছাই চিঞৰি ক'লে।

মেলিয়াচিথাই তাৰ কান্ধত হাতখন থৈ সুধিলে—"আমাৰ নেকি ?"

তেতিয়া আৰু কোনো সন্দেহ নাথাকিল। উৰাজাহাজখন নিচেই তলেদি উৰি গৈছিল। বৰফৰ চিক্‌মিকনিত সকলোৱে নির্ভুলভাৱে পাখিকিখনত ৰঙা তৰাৰ চিনটো দেখিলে।

মেলিয়াচিথাই আঁঠু ল'লে। তাইক দেখি সকলো তিৰোতাই একেলগে আঁঠু কাঢ়িলে। ল'ৰা-ছোৱালীবোৰে সকলো পাহৰি গৈ বাটৰ মাজ পালেগৈ আৰু ওপৰলৈ মূৰ দাঙি হাত জোকাৰিলে। "আমাৰ"—"আমাৰ"কৈ সিহঁতে উলাহত চিঞৰিবলৈ ধৰিলে। তিৰোতাবোৰে একেথৰে চাই থাকিল; ধীৰ মুখবোৰৰ ওপৰেদি চকুলো বৈ গ'ল। সিহঁতৰ বিমান এখন গাঁৱৰ ওপৰেদি উৰি গৈছে; তাৰ পাখিৰ ৰঙা তৰাই পূবপিনৰপৰা আশাৰ বাণী আৰু মুক্তিৰ চিন লৈ আহিছে! পূৰা এমাহৰ মূৰত সিহঁতে এইখনেই প্ৰথম ছভিয়েট বিমান দেখিলে। জাৰ্মান বিমানৰ ইঞ্জিনৰ বিকট মৃত্যু-গোঁজৰণি আৰু সেই এৰা-ধৰা শব্দটো নুঠা এইখনেই প্ৰথম বিমান; সেই ক'লা, সাপৰ দৰে মেৰ খোৱা স্বস্তিকা চিনটো ইয়াৰ পাখিত নাই।

ল'ৰা-ছোৱালীবোৰে চিঞৰা কেপ্তেইনে শুনিলে। সি বাটৰ পিনে চালে আৰু গাঁৱত আগতে কোনোদিন নেদেখা দৃশ্য এটা তাৰ চকুত পৰিল। ঘৰৰ মুখে মুখে তিৰোতাবোৰে আঁঠুকাঢ়ি আছে; জাককৰা ভাটৌৰ দৰে ল'ৰা-ছোৱালীবোৰে বাটত জঁপিয়াই ফুৰিছে; বয়সীয়া মানুহবোৰে ওপৰেদি উৰি যোৱা বিমানখনলৈ চাই হাতবাউল দিছে। তাৰ খঙে মূৰৰ চুলি পালেগৈ।

সৈন্যবোৰক সি চিঞৰিলে—"জুমটো খেদি দে।" কিন্তু সিহঁতে তাৰ কথা বুবুজিলে। ৱান্ঁৰে বিভল্‌ভাৰটো দাঙি ল'লে আৰু ল'ৰা-ছোৱালীবোৰৰ ভিৰৰ মাজলৈ গুলী চলালে। দুগুলী মাৰিলে; কিন্তু গাত নালাগিল। অপমানত তাৰ হাত কঁপি উঠিল। জাককৰা ভাটৌৰ মাজলৈ হঠাৎ শিলগুটি এটা দলি মাৰি দিলে যেনেকুৱা হয়, সেইদৰে ল'ৰা-ছোৱালীবোৰো যেনি-তেনি পলাল। তিৰোতাবোৰো আঁতৰ হ'ল। বতাহে উৰাই নিয়াৰ দৰে পলকতে সকলো নোহোৱা হ'ল। ঘৰৰ দুৱাৰবোৰ তৎক্ষণাৎ বন্ধ হ'ল আৰু ৱান্ঁৰে চাওঁতে নো চাওঁতেই গাওঁখন আকৌ মৰাৰ দৰে নিজান হৈ পৰিল। ক'তো কাকো নেদেখা হ'ল।

"মূৰ্খহঁত, মই কি কৈছিলোঁ। শুনা নাছিলি?" পেপুৱা লগা সৈন্যবোৰলৈ চাই সি খেঙখেঙাই উঠিল; সকলোৰে চকুৰ আগত, ইমান কাষৰপৰা গুলীয়ায়ো সি যে গাত লগাব নোৱাৰিলে সেইবাবে তাৰ বৰ খং উঠিল। "থিয়-দঙা দি সমাৰোহেৰে শত্ৰুতাৰ ভাব প্ৰকাশ কৰা চাই থাকিলি? আৰু বিমানধ্বংসী কামানবোৰৰ কি হ'ল, সেইবোৰে কি কৰিছে?"

ঠিক সেই সময়ত কামানৰ গুলী চলিল। এটা গুলী বিমানখনৰ বহুত তলত ফুটিল; চমকাচমকে ক'লা ধোঁৱা দেখা গ'ল। দ্বিতীয়টো আৰু তলত ফুটিল। বিমানখন ওপৰলৈ উঠি দূৰত নেদেখা হৈ পৰিল।

"উস্! বৰ সাৰ পালে! তই কল্‌মতিয়াই আছিলি হবপায়?" —তাৰপিনে বেগাই অহা ছাৰ্জেণ্ট এটালৈ চাই সি ক'লে।

"হেৰ্ কেপ্তেইন, আমাৰ বুলি ভাবিছিলোঁ।............আৰু তেনেতে...।" "গাৰ্ঁৰ তিৰোতাবোৰেই চিনি পালে; কেৱল তহঁতবোৰৰ মূৰতহে ভাবনা চিন্তা গেলেপা লাগিল! তহঁতক মই শিকাম ৰ......"

"এইখনেই প্ৰথম বিমান, হেৰ্ কেপ্তেইন"—ছাৰ্জেণ্টে নিজক নিৰ্দোষী বুজাবলৈ চেষ্টা কৰিলে।

"চুপ! মই তোক সোধা নাই। ইস্, 'প্ৰথম বিমান!' কামানৰ ওপৰত বোমা এটা পেলোৱাহেঁতেন 'প্ৰথম বিমান'ৰ ধুন ওলালহেঁতেন। বুৰ্বকৰ দল!"

খণ্ডত কেপ্তেইন আকৌ অফিচলৈ উভতিল। গোটেই গা খণ্ডত কঁপি উঠিছিল। কি কুলক্ষণীয়া দিন! কেনে কুলক্ষণীয়া মানুহবোৰৰ লগত সং হ'ল।

"বাৰু, গাওঁবুঢ়াক পালানে এতিয়া?"

উচাপ্ খাই ফেল্ডৰেবেল মেজৰ কাষৰপৰা জঁাপ মাৰি উঠিল,—"হে'ৰ্ কেপ্তেইন, সন্ধান চলাই থাকিবৰ কোনো হুকুম পোৱা নাছিলোঁ।"

ফোৰোহনি মাৰি কেপ্তেইন বহি পৰিল। হয়, জধামূৰ্থ! কোনেও ভাবিব নোৱাৰে। ইপিনে দায়িত্ব পৰিব কেৱল মান'ৰৰ ওপৰত। সদৰত তাৰ 'বন্ধু' সকলে সেই চেলুলৈ চকু ৰাখিব।

হঠাৎ তাৰ মনত খেলালে, যদি গণ্ডগোল আৰম্ভ হয় তেনে পুচিয়াক লৈ এটা উপকৰা বেমেজালি ঘটিব।

জনসাধাৰণৰ প্ৰতি উদাৰ ব্যৱহাৰ দেখুৱায় বুলি তাৰ বিৰুদ্ধে যি ৰটনা চলিছে, এই কথাই ইয়াক বেছিকৈ বঢ়াই তুলিব।

অনিচ্ছাসত্ত্বেও সি ভাবিলে—"মই তাইক আঁতৰাব লাগিব।"

তাৰ একোকে কৰিবৰ মন নগ'ল। সি এটা সামৰিক বিষয়া; ইপিনে দেশৰ গোটেই কেৰেণী-কামৰ বোজা তাৰ ওপৰত। এই আপদীয়া গাওঁখনত শান্তি আৰু শাসন সংস্থাপনৰ চেষ্টা কৰিবলৈ তাৰ ওপৰত ভাৰ পৰিছে। ইয়াত সি কি কৰিব? যি দ'ম 'ফাইল' আৰু টুকুৰা কাগজৰ মাজত সি পোত গৈ আছে, তাৰ মাজৰপৰা ওলাবৰ সাধ্য নাই। গাওঁবুঢ়া আৰু ফেল্ডৰেবেলে সদায় সমূহীয়া পামৰ কিতাপ-বহীবোৰ নেফানেফ্ কৰি থাকে, কিন্তু তথাপি একো ফল নধৰে। সৈন্যবিভাগক লাগে শস্য, চৰ্বী, মাংস। কিন্তু চতুৰ বলছেভিক্‌বোৰে যোৱা শৰৎ কালতে গৰু-ম'হৰ পালবোৰ খেদাই লৈ গ'ল। আৰু যি দুই-এজনী গৰু পামত থাকিল সেইবোৰ তাৰ নিজৰ ফৌজটোৰ কাৰণেই যথেষ্ট নহয়। সিহঁতে শস্যবোৰ লৈ গ'ল নাইবা ইমান ভালকৈ লুকালে যে কোনোমতে উলিয়াব নোৱাৰি।

"জামিনৰ মানুহবোৰৰ খবৰ কি?"

"সিহঁতক আটক কৰি ৰখা হৈছে, হে'ৰ্ কেপ্তেইন।"

"সিহঁতক খাবলৈ কিবা দিয়া হৈছে নেকি?"

"নাই···না···ই···দি···য়া·········একো দিয়া নাই, হে'ৰ্ কেপ্তেইন।"

"পানী-তুনী একা ?"

"পানীও দিয়া নাই ।"—সৈন্যটোৱে কওঁতে আৰু বেছি খোকোজা লাগিল ।

"ঠিক হৈছে ।.........এটুকুৰা কটিও নিদিবা, এটোপা পানীও নিদিবা ! সিহঁতে আমাক খাবলৈ একো নিদিয়ে যেতিয়া আমিও নিদিওঁ ।......ভোকত শুকাই মৰে যদি মৰক । সিহঁত মৰিলে একো ডাঙৰ লোকচান নহয় ।"

মেজৰ কাষত সি বহি থাকিব নোৱাৰিলে । আকৌ ওলাই গ'ল । ঘৰলৈ যাব খুজিলে ; কিন্তু পুচিয়া তাত থকাত বিৰক্তি জন্মিল । কামান পোতা ঠাইৰ পিনে সি ঘূৰিলে । তাৰ গোলন্দাজ সৈন্যদল অনিপুণ ; অৱশ্যে এই বিষয়ে তাৰো পাৰ্গতালি কম । কামানৰ ৰথীয়াবোৰক অলপ নিচান অভ্যাস কৰিবলৈ দি অন্যমনস্ক হবৰ চেষ্টা কৰিলে ।

খন্তেক পিছতে সি চিঞৰ-বাখৰ লগাই মানুহবোৰক হুকুম দিয়া আৰু গালি পৰা চাৰিআলিৰ চুকলৈকে শুনা গ'ল ।

ৰথীয়া-ঘৰৰ সৈনিক এটাই ক'লে, "তেওঁৰ খং উঠিছে ।"

"নুঠিবনো কেলৈ ? খুদকণ এটাও পোৱা নাই ; তদুপৰি গাওঁ-বুঢ়াটোও পলাল.........."

"সি সাত বিহুৰ সৈয়া কণী......"

ফেল্ডৱেবেলে সন্দেহজনকভাৱে তালৈ চালে ।

"তহঁতৰ গাওঁবুঢ়ালৈ খিয়াল লাগিছে নেকি ?"

সৈন্যটোৱে সৰলভাৱে ফেল্ডৱেবেলৰ চকুলৈ চাই কলে, "খিয়াল লাগিবলৈ কি আছে, হে'ৰ্ ফেল্ডৱেবেল ! সি বেছিদূৰ যাব নোৱাৰে । আমাৰ মানুহে তাক ধৰি আনিব ।"

ইটোৱে ক'লে, "যদি সি যুদ্ধক্ষেত্ৰ পালেগৈ ।" "আৰু সি যদি সমুখৰ পিনে গ'ল, তেনে বলছেভিকবোৰে তাৰ ছাল চেলাব । নাই, সঁচাকৈ তাক খিয়াল কৰিবলৈ একো কাৰণ নাই ।"

"কিজানি 'মাওজিক'বোৰে তাক ক'ৰবাবলৈ ধৰি নিলে ।"

সেই কথা শুনি ফেল্ডৱেবেল শিয়ৰি উঠিল ।

"কি পেক্‌পেকাই আছ ? 'মাওজিক'বোৰে তাক কেনেকৈ ধৰি নিব ? সি ইয়াত বহুত সময়লৈকে বহি আছিল । কিন্তু তাৰ পিছত আৰু সি ঘৰলৈ নগ'ল ।"

"ধৰক, যদি বাটতে..."

ফেল্ডৰেবেলে টপৰাই মাত লগালে—"ইয়াত ৰাতি কোনো বাহিৰ নোলায়। দস্তুৰমতে হুকুম দিয়া আছে !"

সৈন্যটোৱে তালৈ কেৰাহিকৈ চালে ; কিন্তু একো উত্তৰ নিদিলে। এদিনৰ ভিতৰতে ফেল্ডৰেবেলে কেতিয়াও পাহৰি যাব নোৱাৰে যে হুকুম থকা সত্ত্বেও—ৰখীয়া থকা সত্ত্বেও—কোনোবা ল'ৰা এটা চালিৰ কাষলৈ চুচঁৰি আহিছিল আৰু তাতোকৈ আচৰিত—সেই শটো আচৰিতভাৱে থিতাতে নোহোৱা হ'ল ; শটোৱে জানো নিজে নিজে ঠাই সলাই ফুৰিব পাৰে !

ফেল্ডৰেবেলে ধমকি দি ক'লে—"যিয়েই নহওক বাৰু, এইদৰে বেল্‌বেলাই থাকিব লাগিছে কিয় ? নিজৰ কাম কৰ।"

সৈন্যবোৰ নিমাত হৈ পৰিল। কেপ্টেইনৰ দৰে ফেল্ডৰেবেলেও সিহঁতলৈ খেদা মাৰি যোৱা সম্ভৱপৰ। আৰু যেহেতু সেইদিনা ৰাতিপুৱাই সি ইয়াৰ সোৱাদ পাই থৈছে—গালত এতিয়াও আঙুলিৰ ৰঙা সাঁচ বহি আছে—সেইদেখি সমুখত যাকে পায় তাৰ ওপৰতে খঙৰ পোটক তুলিবলৈ তাৰো যোগ্যতা আছে।

ফেল্ডৰেবেলৰ বিৰক্তি লাগিল। নিজৰ কাগজ-পত্ৰত মন দি, টেলিফোনৰ কাৰণে অপেক্ষা কৰি থাকিল। সি ধাউতিৰে কেপ্টেইনৰ পৰাজয় নিৰীক্ষণ কৰিলে। তাক চৰিয়াবলৈ সহজ ; কিন্তু সদৰৰ কৰ্মকৰ্তাবোৰে খোজা মতে ধান-চাউল গোটাবলৈ সিমান সহজ নহয়। কেপ্টেইনে ভাবিছিল, ওফাইদাং মাৰি ক'লেই সকলো হৈ যাব। অৱশ্যে কেপ্টেইনৰ সৈতে ইমানকৈ খাটি সি ভালকৈ বুজিছিল যে আনেও এই কামত সফলতা লভিব নোৱাৰে। সি সন্তোষ পালে ; কিয়নো এই কামৰ বাবেই ৱান্‌'ৱে শাস্তিমূলক 'কাৱাজ'ত ক্লান্ত হৈ পৰিব লাগিব। কামত মিছা হ'লেও সি নিজক ৰৰটো বোলাই থাকে ; সকলো সময়তে সেই মানুহজনীৰ লগত থাকিবগৈ। এতিয়া সি এইবোৰৰ ফল পাব। অপ্ৰকাশিত খঙত ফেল্ডৰেবেলৰ অন্তৰ গুমৰি উঠিল। সিহঁত সেই নগৰখনত সোমোৱা দিনটোলৈ তাৰ মনত পৰিল। এটা মহলাৰপৰা কোনোবাই জাৰ্মান বাহিনীলৈ গুলীয়াইছিল ; সেইবাবে সিহঁত বলেৰে তাৰ ভিতৰলৈ সোমাই গ'ল। সোমোৱা সময়ত তাত কোনো নাছিল। কিন্তু ফেল্ডৰেবেলে দাঁৰত ধুনীয়া, ধোঁৱাবৰণীয়া, নোমাল কোট এটা পালে। তাৰ পিছদিনাই সি এইটো পঠাই দিব পাৰিলেহেঁতেন ; কাৰণ মিট্‌জিয়ে তাক সদায় নোমৰ কোট

এটাৰ কথা কৈ আছিল। কিন্তু কেপ্তেইনে তাৰ সেই বান্দৰীজনীৰ বাবে এইটো লৈ গ'ল। এতিয়া সিহঁতক গাৱঁত ৰখালে যেতিয়া সি আৰু নোমাল কোট এটা ক'ত পাব? ইয়াত দুৰ্গন্ধ ভেড়াছালৰ চোলাবোৰৰ বাহিৰে একো পোৱা নাযায়। মিট্‌জি কাপোৰৰ কোট পিন্ধি জাৰত ঠেৰেঙা লাগে, ইপিনে কেপ্তেইনৰ বন্দিতাজনীয়ে নোমৰ কাপোৰেৰে চালি ধৰি ফুৰি ফুৰিছে। এই কথা ভাবিলেই ফেল্ডৰেবেল খঙত উতলি উঠে; সি কেপ্তেইনৰ বিষয়ে সদৰত কি লগাব পাৰে তাকে সদায় চান্দি থাকে। সিহঁতেও তাক ভাত ভাল নাপায়; কাৰণ সি ভেম ধৰি থাকে আৰু নিজক আনবোৰতকৈ ভাল বুলি ভাবে। সিনো কোন বিষয়ত ভাল? ফেল্ডৰেবেল জাওচে কেতিয়াও পাহৰা নাছিল যে ফুহ্‌ৰাৰ নিজে এসময়ত ফেল্ডৰেবেলহে আছিল। ফেল্ডৰেবেল জাওচৰ গাত ফুহ্‌ৰাৰ গৌৰৱৰ ৰশ্মি প্ৰতিবিম্বিত হৈছিল। তাৰ নোমাল কোটটো কাঢ়ি নিয়াৰ বাবে বা তাক চৰিওৱা বাবত সি কেতিয়াও কেপ্তেইনক ক্ষমা কৰিব নোৱাৰে।

গীৰ্জাৰ কাষত কেপ্তেইনে চিঞৰা ওৰে বাটতে শুনা গৈছিল; জাওচে বিদ্ৰূপৰ হাঁহি এটা মাৰিলে। চিঞৰি থাক, যিমান ভাল লাগে চিঞৰ!

সৈন্যবোৰে গাৱঁত ভাবুকি দি ফুৰিছিল। জুম পাতি সিহঁতে ঘৰে ঘৰে ঘূৰি ফুৰিছিল। কোনোবাই সিহঁতক ভয়াতুৰ বুলি দোষাৰোপ কৰাহেঁতেন সিহঁত ভয়ানক উত্তেজিত হৈ উঠিলেহেঁতেন। কিন্তু আপদীয়া গাওঁখনত সিহঁতে দিন-দুপৰতো নিৰ্ভয় হব পৰা নাছিল আৰু জুম বান্ধি যোৱাই উচিত বুলি বিবেচনা কৰিছিল।

সিহঁতে দুৱাৰত টুকুৰিয়াই দিয়াত এখেচিথাই দুৱাৰ মেলি দিলে; সিহঁতলৈ গহীনভাৱে সাহসৰ চকুৰে চালে। ছোৱালীবোৰ চুকত লুকাল।

"কি লাগে?"

"কুকুৰা, কুকুৰা দে।"

"এটাও কুকুৰা নাই। তহঁতে সকলো খাই শেষ কৰিলি।"

সিহঁতে তাইৰ ভাষা নুবুজিলে যদিও তাৰ অৰ্থ বুজিলে। কিন্তু বিশ্বাস নকৰিলে সিহঁতে চোতালত পিত্‌পিতাই ফুৰিলে; কুকুৰাৰ গঁৰাল আৰু উদং গোহালিটোত বিচাৰিলেগৈ। ওঁবালৰ

খেৰবোৰ লুটিয়াই চালে, জানোচা ভাত কুকুৰা সোমাই আছে। সিহঁতক কেউপিনে চুপ্‌চুপাই ফুৰা দেখি তাই অতিষ্ঠ হৈ পৰিল।

খেৰবোৰ উজাৰ কৰি চাই এটাই ক'লে, "ইয়াত একো নাই।"

সিহঁত ঘৰে ঘৰে ঘূৰি ফুৰিল—"কুকুৰা দে।"

বেনিয়াচিথাই তাইৰ অৱশিষ্ট কুকুৰাজনীক সৈন্যবোৰে নোপোৱাকৈ জুহালৰ তলত লুকাই থৈছিল; কিন্তু দুৰ্ভাগ্যবশতঃ তাই কক্‌ককাই উঠি নিজৰ বিপদ নিজে চপাই আনিলে। জাৰ্মানবোৰে হৈ-ধ্বনি দি তাইক টানি আনিলে। কুকুৰাজনী সিহঁতৰ হাতৰপৰা এৰাই ভয়ত খিৰিকীয়েদি বাহিৰ পালেগৈ।

"আহ, এইপিনে আহ।"

কুকুৰাজনীয়ে কক্‌ককাবলৈ ধৰিলে আৰু ধপ্‌ধপাই উৰি গ'ল। চালিৰ তল পাই তাই আকৌ চোতালত পৰিলহি। সৈন্যবোৰে পাছে পাছে খেদি গ'ল। চৰাইজনীয়ে পাখি মেলি লৰ মাৰিলে; বৰফৰ কণিকাবোৰ ধূলিৰ দৰে উৰিবলৈ ধৰিলে। এটা সৈন্যই বিভল্‌ভাৰটো উলিয়াই গুলীয়াই দিলে। চৰাইজনী ৰঙা পাখিৰ থোপা এটা যেন হৈ বৰফৰ ওপৰত সৰি পৰিল। সৈন্যটোৱে জয়ৰ উলাহত তাইক ঠেঙত ধৰি দাঙি ধৰিলে।

সিহঁতে ঘৰে ঘৰে একেৰাহে কুকুৰা বিচাৰি ফুৰিলে।

সিহঁতক অহা দেখি মানুহে লৰালৰিকৈ লুকাব পৰা সকলো বস্তু লুকাই থলে। সিহঁতে কুকুৰাবোৰ জুহালৰ তলত, বিচনাৰ তলত, আৰু ওপৰ চাঙত লুকাই থলে। জাৰ্মানবোৰে—ভোকাতুৰ কুকুৰে শুঙি ফুৰাৰ দৰে-বিচাৰি পাত্‌ পাত্‌ কৰিলে। কিন্তু সিহঁতৰ টোপোলা নভৰিল। শেহত, যি দুই-এজনী গৰু বাকী আছিল, তাৰে এজনী নিবলৈ থিৰাং কৰিলে; অৱশ্যে গৰু নিবলৈ সিহঁতে হুকুম পোৱা নাছিল। লকুটিথাই কান্দি-কাটি হাত-ভৰি এচাৰিবলৈ ধৰিলে। সিহঁতে নিৰ্দয়ভাৱে তাইক ঠেলা মাৰি পঠিয়ালে।

"ফুটী, ফুটী"--তাই মাতিলে।

গৰুজনীয়ে তাইৰ শান্ত আৰু চল্‌চলীয়া চকুহালেৰে তধা লাগি চালে। সিহঁতে তাইক এৰালৰ বচিডালত ধৰি টানিবলৈ ধৰিলে; কিন্তু তাই আঁকোৰগোঁজ মাৰি ৰৈ থাকিল। বৰফৰ চিক্‌মিকনিয়ে তাইৰ চকু চাঁত মাৰি ধৰিলে। ওখ দুৱাৰ-

ডলিটোৱেদি জঁাপ নামাৰি তাই শুই পৰিল। সৈন্য এটাই তাইৰ নেজ পকাবলৈ ধৰিলে আৰু তাই করুণভাৱে বেবাবলৈ ধৰিলে।

লকুটিখাই চিঞৰি ক'লে—"তাইৰ পেটত পোৱালি আছে! পেটত পোৱালি আছে! আই ঔ, গোসাঁইৰ শপত, তোমালোকে কি কাম কৰিছা! তাই গাভিনী হৈছে!"

তাই দীঘল চাদৰখনৰ আগটোত উজুটিয়াই লৰিবলৈ ধৰিলে। মুখখন ৰঙা পৰি আৰু চকুলোৰে তিতি গৈছে। জাৰ্মানবোৰলৈ আৰু কাষৰ সকলো বস্তুলৈ তাই পাহৰি গ'ল; কেৱল লৰিবলৈ ধৰিলে। শেহত এটাই তাইক বলেৰে ঠেলা মাৰি দিয়াত তাই বৰফৰ ওপৰত বাগৰি পৰিল আৰু কেঁকাবলৈ ধৰিলে। চেভকা বয়সীয়া মানুহৰ দৰে আগবাঢ়ি তাইৰ কাষ পালেগৈ।

"মা, মই কৈছিলোঁ নহয়······তাৰপৰা তোমাৰ কিটো হব? উঠা, মা! উঠা। ইমান বৰফৰ মাজত পৰি থাকিব নালাগে।"

তাই বৰফৰ মাজত মুখ ঢাকিলে; উচুপনিত গোটেই গা জোকাৰ খাই উঠিল। অকণমান হাত দুখনেৰে চেভ্‌কাই তাইক দাঙিবৰ চেষ্টা কৰিলে।

"এতিয়া আমাৰ কি গতি হব?"

সি জ্বলি পকি উঠিল, "আহ! কৈছোঁ নহয় মনে মনে থাকিবলৈ! সিহঁতে সকলোৰে গৰু নিছে, কিন্তু তোমাৰ দৰে কোনেও হুলস্থূল কৰা নাই।"

নিজক যুক্তিসঙ্গত বুলি দেখুৱাবলৈ তাই ক'লে, "কিন্তু মই যে তহঁত পাঁচোটাক খুৱাব লাগিব।"

"আনৰ দেখোন আঠটালৈকে ল'ৰা-ছোৱালী আছে······"

"হেৰৌ, দহোকুৰি! তই মোক শিক্ষা দিব নালাগে। মাকৰ লগত কথা হোৱাৰ ধৰণ সেয়ে নেকি?"

"বাৰু ব'লা, তুমি বাৰু ঘৰলৈ ব'লা। নায়ুৰকাই চিঞৰত গছৰ পাত সৰাইছে।"

"তাই কান্দিছে নেকি?"

তাই ঘৰলৈ লৰ ধৰিলে; বৰফ গোটমৰা চাদৰৰ পাতলিটো বতাহত সোঁসোঁৱাই উঠিল। চেভ্‌কাই ডাগৰ মানুহৰ দৰে লাহে লাহে তাইৰ পাছ ল'লে।

সৈন্যবোৰো গৰুজনী খেদি নি সেনাপতিৰ অফিচৰ ফাঁৰ হ'ল। তাৰে চালি এখনত জাৰ্মানবোৰে এখন সৰুসুৰা 'কচাইখানা'

পাতি লৈছিল। অলপ সময়ৰ ভিতৰতে ধোঁৱা দি গৰুজনীৰ মোট গুচাই চ'টিত ওলোমাই ল'লে।

ইতিমধ্যে চিঞৰি আমনি লগাত ৱান'াৰ অফিচলৈ উভতি আহিল।

ফেল্ডৱেবেলে ক'লে, "হে'ৰ্ কেপ্তেইন, আমি গৰু এজনী বিচাৰি আনিলোঁ।"

কেপ্তেইনে তাক মনে মনে থাকিবলৈ ইঙ্গিত দিলে। ৰচদ সংগ্ৰহৰ সঙ্কটটোৱে তাক বিৰক্ত কৰি তুলিলে। আজি এটা গৰু, কাইলৈ এটা গৰু! কিন্তু দুদিনমানৰ মূৰত কি অৱস্থা হবগৈ? ইপিনে সদৰৰপৰা বন্ধা হুকুম আহিছে—সৈন্যবাহিনীক যি গাৱঁত ৰখা যায়, সেই গাৱঁৰপৰাই সিহঁত চলিব লাগিব। কোনোমতে এমাহ হৈ গৈছেহে, ইপিনে গাৱঁত সকলো উদং হৈ পৰিল। ৰাজহাঁহ, কুকুৰা, গাহৰি, সকলোবোৰ খোৱা হ'ল। এতিয়া লেৰেলী-চেপেটী গৰু দুজনীমানহে বাকী ৰৈছেগৈ। এইবোৰ শেষ হ'লে সিহঁতে কৰিব কি?"

"সিহঁতে আমালৈ কিবা খোৱাবস্তু পঠালেনে?"

"মদ আৰু চকলেট পঠাইছে, হে'ৰ্ কেপ্তেইন।"

"মদ, চক্লেটৰ বাহিৰে আৰু কি?"

"আৰু একো নাই, হে'ৰ্ কেপ্তেইন। পৰহি সিহঁতে আকৌ আমাক জনাইছে, বোলে ৰচদৰ বাবে স্থানীয় সামগ্ৰীৰ ওপৰত আমি নিৰ্ভৰ কৰিব লাগিব। মদ আৰু চক্লেট আপোনাৰ ঘৰলৈ পঠাই দিম নেকি?"

"পঠাবা; চাবা যাতে বাটতে সেইবোৰ কোনোবাই খাই শেষ নকৰে।"

"নকৰে, সেইবোৰ ভালকৈ বন্ধা আছে।"

ৱান'াৰে ডাঙৰ কোটটো খুলিলে; চিগাৰেট এটা পকাই চিন্তাত বুৰ গ'ল।

"অ······জাওচ······।"

"জাওহল হে'ৰ্ কেপ্তেইন?"

"ৰচদ দিয়া-মেলাত আমাৰ কোনো লাগবান্ধ নাই। আজিৰপৰা তুমি ৰচদ যোগোৱা কামৰ ভাৰ লবা।"

ফেল্ডৱেবেলে ক'লে, "জাওহল হে'ৰ্ কেপ্তেইন।" তাৰ মুখখন খণ্ডত ৰঙা হৈ পৰিল। ৱান'াৰ দুৱাৰমুখ পালেগৈ।

"হে'ৰ্ কেপ্তেইন !"

"আকৌ কি হ'ল ?"

"ওচৰৰ গাওঁবোৰৰপৰা বস্তু গোটাবলৈ আপুনি অনুমতি দিবনে ?"

ৱান'ৰ উচাট্ মাৰি উঠিল।

"গাধৰ দৰে নকৰা ! তুমি ভালকৈ জানা দেখোন, সেইবোৰ গাওঁ আন আন ফৌজৰ ভাগত পৰিছে।"

"ইয়াত একো পাবলৈ নাই, হে'ৰ্ কেপ্তেইন !"

"ইয়াত একো নাই—এই কথা কবলৈ পৃথিৱীৰ ভিতৰত আটাইতকৈ সহজ। কিবাকিবি বিচাৰি অনাই তোমাৰ কাম—বুজিছানে মোৰ কথা ? বিচাৰি চোৱা। ভালকৈ চালে কিবা পাবা।"

ছুৱাৰখন ঠেলা মাৰি সি বাহিৰলৈ ওলাই গ'ল।

## ॥ আঠ ॥

ঘৰৰপৰা ওলাই আহি পুচিয়াই একো থিৰাং কৰিব নোৱাৰিলে; কেউপিনে চাবলৈ ধৰিলে। কথাটো বৰ অলাগতিয়াল যেন লাগিল; কিন্তু কাৰ্টে যে নেবানেপেৰাকৈ লাগি আছে আৰু শেহত সি কঠুৰাভাৱেৰে কবলৈকো আৰম্ভ কৰিলে!

"হেজাৰ হওক, তাই তোমাৰ নিজৰ বায়েৰ। নিজৰ বায়েক-জনীৰ লগত কেনেকৈ কথা পাতিব লাগে, তাক জানিবা। বাৰু; চাবা তেনে, সময়ত ময়ো কিবা এটা নকৰোঁ।…"

পুচিয়াই ভয় খালে। তাই কাৰ্টৰ ওপৰতে সম্পূৰ্ণ নিৰ্ভৰ কৰে। তাইক যদি সি গাৱঁৰ মাজলৈ খেদি দিয়ে! তাত যে সকলোৱে তাইক শত্ৰু জ্ঞান কৰে!

হাত দুখন কোটৰ মাজত সুমাই তাই লাহে লাহে বাটেদি যাবলৈ ধৰিলে। বায়েকৰ লগত কথা পাতি কোনো ফল নাপায়। কাৰ্টক তাই ক'ব নোৱাৰিলে যে আগতে তাই বায়েকৰ সৈতে এবাৰ কথা হৈছিল—অৰ্থাৎ, যদি পুচিয়া গাৱঁলৈ প্ৰথমে আহোঁতে সিহঁতৰ মাজত হোৱা সেই বাক-বিতণ্ডাক কথা হোৱা বুলি ধৰা যায়! অলগাই তাইৰ সমুখত থুৱাই দিছিল; খালত পৰি থকা ভেচিয়াৰ বিষয়ে খণ্ডত খকমকাই কোৱা কথাবোৰৰ ছটামানহে পুচিয়াই বুজিব পাৰিলে। অলগাই তাইক অপমান কৰিব খুজিছিল; যিজনী মাকৰ ল'ৰা যুঁজত মৰিছে, তাইৰ ঘৰতে থাকিবলৈ লৈ তাইক অপদস্থ কৰিবৰ চেষ্টা কৰিছে বুলি কৈছিল। পুচিয়াক সেইবোৰ কথা কিহলৈ লাগিছে? কিন্তু অলগাৰ মতে ইয়াৰ লগত তাইবো সম্বন্ধ আছে; তাই পুচিয়াক গালি-শপনি পাৰি গুচি গ'ল; কথা সিমানেই। এতিয়া তাইনো বাৰু তাইৰ ওচৰলৈ গৈ কেনেকৈ কথা পাতিব?

বাটৰ কাষৰ গছৰ ডালবোৰ গোটেইবা ৰবকেৰে ৰূপালী হৈ পৰিছে। বেলিৰ পোহৰত ৰবকবোৰ তিৰ্‌বিৰাই আছে। হমুনিয়াহ কাঢ়ি পুচিয়াই চেৰিওৱাৰ কথা ভাবিলে। নহয়, চেৰিওৱাই তাইক কেতিয়াও দাবি নিদিছিল, কেতিয়াও খং কৰা

নাছিল। সি মাথোন হুমুনিয়াহ কাঢ়ি মনে মনে থাকে। কিন্তু তাই এতিয়া চেৰিওঝাৰ কথা ভাবিব কিয়? কার্টহে তাইৰ গিৰিয়েক!

তাইৰ খং উঠিল। সি কিমান দূৰ সাহ কৰিলে! কিন্তু তাই জানে যে সি সাহ কৰিবই আৰু সেই বিষয়ে তাই একো কৰিব নোৱাৰে। তাই কার্টকো চেৰিওঝাৰ দৰেই ব্যৱহাৰ কৰিছে। তাৰ মানে, এই ভুল বুজাৰ বাবে তাই দায়ী নহয়। ইয়াৰ কাৰণ এয়ে যে কার্টৰ লগত চেৰিওঝাৰ অলপো মিল নাই।

তাই অলগাৰ ঘৰৰ ওচৰ পালেগৈ। আৰু দুখোজমানহে বাকী আছে। কি কৰিব তাই? দুৱাৰত টুকুৰিয়াই সোমাই যাব নেকি? নহয়, ই অসম্ভৱ। খন্তেকৰ কাৰণে তাই তাতে থিয় দি ৰ'ল; একো থিৰাং কৰিব নোৱাৰিলে। ইপিনে গৰম বুটযোৰ থকা সত্ত্বেও বৰফে তাইৰ আঙুলিবোৰ বিন্ধিবলৈ ধৰিলে। তাই ঘূৰিল আৰু উভতি গুচি গ'ল। কৰক কার্টে যি কৰে! খণ্ডত জ্বলিপকি চিঞৰক! তথাপি তাই আকৌ অলগাৰ গালি-শপনি গা পাতি লব নোৱাৰে। অৱশ্যে ইয়াৰপৰা কিবা লাভ হোৱা হ'লে বেলেগ কথা আছিল; কিন্তু তাই খুব ভালকৈ জানে যে এই কথা-বতৰাৰপৰা একো লাভ নহয়। দুখোজমান আগবাঢ়ি গৈ তাই আকৌ কেৰ্ঘেহালে—তাই কি কৰিব? অলগাকো সিহঁতে অ'লেনাৰ দৰে মাৰি পেলোৱাহেঁতেন ভাল আছিল; তেতিয়া এই বিলৈ-বিপত্তিখন নহ'লহেঁতেন।

বায়েক থকা ঘৰৰ পিনে পুচিয়াই এবাৰ চালে; দুৱাৰেদি কোনোবা ওলাই অহা দেখি তাইৰ বুকুখন অশান্তিত ধপ্‌ধপাবলৈ ধৰিলে। দোষী হাতে হাতে ধৰা পৰিলে যি অৱস্থা হয়, তায়ো সেইদৰে বৰফৰ মাজত পেপুৱা লাগি থিয় দি থাকিল। আৰু ঘৰটোলৈ কেৰাহিকৈ চালে। অলগা নহয়; যিজনী মানুহৰ লগত অলগা থাকে তাইহে। মানুহজনীয়ে দুৱাৰমুখত থিয় দিলে আৰু চকুত হাত দি একেথৰে দূৰলৈ চাবলৈ ধৰিলে। তাৰ পিছত দুৱাৰখন ঠেলা মাৰি কিবা এটা চিঞৰি উঠিল। তৎক্ষণাৎ তাইৰ কাষতে মানুহে জুম বান্ধিলে; ৰ'দ আৰু বৰফৰ চকু চাঁত মৰা পোহৰটো হাতেৰে আঁৰ কৰি সকলোৱে একেপিনে চাবলৈ ধৰিলে।

বাটত মানুহ দেখি ফেডচিয়া ক্ৰেভচাকো ওলাই আহিল। তায়ো সেইপিনে চাবলৈ ধৰিলে। খন্তেকৰ বাবে বুকুৰ স্পন্দনো

যেন নীৰৱ হৈ পৰিল। তাৰ পিছত ভাইৰ বুকুখন প্ৰচণ্ডভাৱে ধপ্ ধপাবলৈ ধৰিলে। দূৰত বাটেদি মানুহ কিছুমান গাৰঁৰ পিনে 'কাৰাজ' কৰি অহা দেখা গ'ল। সিহঁত ওচৰা-উচৰিকৈ আহিছিল আৰু মাজে মাজে দুই-এখন সঙ্গীন ৰ'দত জিলিকি উঠিছিল।

"জাৰ্মান নেকি?"—কোনোবা এটাই সুধিলে। "এই সোপাই যথেষ্ট নাই হোৱা যেন লাগিছে, নহয়? এবা, সিহঁতৰ আৰু এসোপা হ'লেহে হয়……।"

"সিহঁতে আমাৰ ইয়াতে লেটি লব বুলি ভাবিছা নেকি?"

হঠাৎ বেনিয়াচিখাই চিঞৰি ক'লে—"কিন্তু সিহঁত দেখোন জাৰ্মান নহয়! আই ঔ! চোৱাঁ, চোৱাঁ, সিহঁত জাৰ্মান নহয়!"

"বলিয়া হ'লা নেকি? জাৰ্মান নহৈ কোন হব?"

"সেইবোৰ আমাৰ মানুহ, অ' মোৰ দয়ালু গোসাঁই! আমাৰ মানুহ আহিছে……"

"ভালকৈ চোৱাঁ। আমাৰ মানুহ হব কেনেকৈ? সিহঁতে হবপায় মুকলি বাটেদি, দিন-দুপৰত এইদৰে কুচকাৱাজ কৰি আহিব?"

গ্ৰিচা বেনিয়াকে তাৰ সৰু মাতেৰে চিঞৰি ক'লে—"সৌৱা, মা, সিহঁতৰ টুপীত তৰা আছে।"

"কিথন বলকিছ? সঁচাকৈ দেখিছনে?"

ৰবকৰ চিক্‌মিকনিত সিহঁতে একো দেখা নাছিল। কোননো আহিছে তাকে নিৰ্ণয় কৰিবৰ মনেৰে সিহঁতে নথৈ চেষ্টা কৰি জুপিবলৈ ধৰিলে।

"আমাৰ? নে জাৰ্মান?"

"আমাৰ মানুহ হব কেনেকৈ? গ্ৰিচাই কি যে দেখে!…… সৌৱা, ৰথীয়া জাৰ্মানবোৰ থিয় দি আছে; সিহঁতে দেখোন এতিয়াও গুলীওৱাৰ কথা ভবাই নাই।" হঠাৎ আলেকজেণ্ডাৰে চিঞৰি ক'লে—"তথাপি, গ্ৰিচাই ঠিক কৈছে! টুপীবোৰ আমাৰ…"

"আমাৰ নে?"

"কিন্তু সিমান বং পাবৰ একো হোৱা নাই; আকৌ এবাৰ চোৱাঁ, এতিয়া ভালকৈ দেখিবা।"

সকলো নিটাল মাৰিলে। এতিয়া মানুহবোৰক সিহঁতে ভালকৈ দেখা পালে। বাটেদি এদল ৰেড্ সৈনিক গৈছে। কিন্তু আচলতে সিহঁতে 'কুচকাৱাজ' কৰি যোৱা নাই, ৰবকৰ ওপৰেদি ভৰিবোৰ

চোঁচোবাইহে নিছে। সিহঁতৰ দুয়োকাষে সশস্ত্ৰ জাৰ্মান ৰক্ষী-বাহিনী এদল লগে লগে গৈছে। হতাশভাৱে সিহঁতে ফুচফুচাই ক'লে—"সিহঁতে বন্দী ৰেড্ সৈনিকবোৰক লৈ গৈছে।"

"সিহঁতে আমাৰ মানুহ আনিছে।"

লাহে লাহে বাটত গোটখোৱা মানুহ বাঢ়িবলৈ ধৰিলে। দলটো কাষ চাপি অহা সিহঁতে চাবলৈ ধৰিলে; সকলোৰে চকুত বিহ্বলতা ভৰা। মানুহবোৰে কোনোমতে খোজকাঢ়ি গৈছে; খোজকাঢ়ি সিহঁত ভাগৰি পৰিল। ৰখীয়া সৈনিকবোৰে সিহঁতক ৰবকৈ দাবি-ধমকি দিছিল।

"গোসাঁই ঐ! সিহঁতৰ মাজত আহত মানুহো আছে।"

"সিহঁতৰ বুটবোৰ কাঢ়ি নিলে; শুদা-ভৰিৰে খোজ কাঢ়ি গৈছে।"

"চোৰঁা, চনিয়া, সকলো তেজেৰে ৰাঙলী।"

কাষেদি যোৱা জাৰ্মান এটাই ঘৰৰ মুখে মুখে গোট খোৱা মানুহবোৰক অসভ্যৰ দৰে চিঞৰি কিবা ক'লে। সিহঁতে কিন্তু তালৈ কাণ নকৰি আগবাঢ়ি অহা সমদলটোৰ পিনেহে থৰ লাগি চাই থাকিল।

"গোসাঁই ঐ......"

সিহঁত এতিয়া গাওঁ সোমাল। এতিয়াহে সিহঁতে বন্দীবোৰক ওচৰৰপৰা দেখিলে; সিহঁতৰ নিৰ্য্যাতিত শেঁতা মুখবোৰ জাৰত নীলা হৈ গৈছিল। দ্বিতীয় শাৰীৰ সৈনিক এটাই কোনোমতেহে নিজৰ গাটো টানি নিছিল। সি মদপী মানুহৰ দৰে থৰক্-বৰক্ কৰি গৈছিল।

"হেই, এইটো!"—এটা জাৰ্মান ৰখীয়া চিঞৰি উঠিল আৰু সেই আহত মানুহটোৰে আনবোৰৰ দৰে 'কুচকাৱাজ' কৰি যাবৰ চেষ্টা কৰিলে। সি বেছিকৈ থৰক্-বৰক্ কৰাত লগৰীয়া এটাই তাক গোপনে ধৰিবৰ চেষ্টা কৰিলে। কিন্তু হঠাৎ গাত ধৰা হাতখনৰ ওপৰত ৰাইফলৰ খুন্দা পৰিল আৰু গছৰ ভঙা ডাল পৰাদি হাতখন নিৰ্জীৱভাৱে মানুহটোৰ গাৰ পিনে নামি আহিল।

"হে প্ৰভু..."

সিহঁতে অতি কষ্টেৰে ঘা লগা উদং ভৰিবোৰ চোঁচোৰাই যাবলৈ ধৰিলে; বৰফত তেজেৰে ৰাঙলী খোজবোৰৰ চিন ৰৈ গ'ল।

মাজে মাজে সিহঁত লুটি খাই পৰে ; হাতত দোপ্ লৈ আকৌ কোনোমতে উঠে। ৰাইফলৰ খুন্দা সিহঁতৰ ওপৰত বৰষুণ পৰাদি পৰে।

পুচিয়া থিয় দি থাকিল ; আনবোৰে চোৱাৰ দৰে তায়ো চাবলৈ ধৰিলে। সিহঁতৰ চকুবোৰ জ্বৰত ৰঙা পৰিছে, শেঁতা মুখবোৰত ভয়ৰ ভাব সনা ; বেঙেজ কৰা লেতেৰা ফটাকানিবোৰত তেজৰ ৰঙা চেকুৰাবোৰ গোট মাৰিছে। ক'লা ভৰিবোৰ বৰফে কালি পেলালে—তাই এইবোৰকে দেখিলে। হকে-বিহকে সদায় তাইৰ ওঁঠত লাগি থকা মিচিকীয়া হাঁহিটো নোহোৱা হ'ল।

কোনোবাই ওচৰতে ফুচফুচাই কোৱা তাই শুনিলে—"দাঁত নিকটাই থাকিব নালাগে।" তাই ভয়ত উচাপ্ খাই উঠিল আৰু অলগাক দেখা পালে। তায়ো বন্দীবোৰৰ পিনে চাই আছে ; তাই ওঁঠ চেপি ধৰিছে, হাতৰ মুঠিকিটা কটকটীয়া ; চকু থিয় হৈ গৈছে। এনেতে হঠাৎ সমুখৰ ৰাঙলী ধুঁৱলিৰ মাজত তাই ভনীয়েকৰ লাহী গাটো আৰু শেঁতা মুখখন দেখিলে। চোলাৰ নোমাল ডিঙিটোৰ কাষত দুলযোৰ চক্‌চকাই আছে আৰু বোলোৱা ওঁঠত কৃত্ৰিম হাঁহিটো বিৰিঙি উঠিছে।

"দাঁত নিকটাই থাকিব নালাগে।"

পুচিয়া পাছ হুঁহকি গ'ল। তাই একেথৰে অলগাৰ খঙাল চকুযোৰলৈ আৰু কঁপি উঠা ওঁঠকিটালৈ চাই থাকিল।

"মই দাঁত নিকটোৱা নাই"—তাই আৰু পাছুৱাই গ'ল। অলগাই ক'লে,—"কেলৈ নাই!" অফিচাৰৰ ৰক্ষিতাৰ শেঁতা মুখত কৃত্ৰিম হাঁহিটো সমূলি নোহোৱা হ'ল। তাই ভয়ত কোঁচ খাই গ'ল আৰু হঠাৎ কান্দিবলৈ ধৰিলে ; মূৰটো দুই হাতেৰে চেপি ধৰি ঘৰলৈ বেগ দিলে ; যাওঁতে নোমাল কোটটোৰ আগটোত উজুটিয়াই গ'ল।

মানুহবোৰ গৈয়ে থাকিল। জনতাৰ কাষেদি সিহঁত যাবলৈ ধৰিলে। জ্বৰত ৰঙা পৰি থকা চকুৰে সিহঁতে ঘৰৰ মুখে মুখে থিয় দি থকা তিৰোতাবোৰলৈ উভতি চাই গৈছিল।

এটাই ক'লে, "কটি।" তাৰ মূৰত ৰাইফলৰ টাঙোন পৰিল। কিন্তু পিছতে তৎক্ষণাৎ আন এটাই চিঞৰি উঠিল—"কটি…এসপ্তাহ আমি খোৱা নাই……"

"আই ঔ, মোৰ গোসাঁই।" বেনিয়াচিখাই বিনাই ক'লে।

সকলোৱে ঘৰলৈ লৰ ধৰিলে ; কঁপা হাতেৰে যেয়ে য'তে খোৱা বস্তু পালে তাকে উলিয়াই আনিলে ।

"হে প্ৰভু !......লৰালৰি কৰা...বেগেতে..."

আকৌ বেনিয়াচিথায়েই প্ৰথমে ওলালহি । ৰথীয়াবোৰলৈ কাণ নকৰি ভিতৰৰ শাৰীত সোমালগৈ । তাইৰ হাতত এটুকুৰা ক'লা কটি ; সেই টুকুৰাকে তাই ল'ৰা-ছোৱালীবোৰৰ বাবে লুকুৱাই থৈছিল ।

এটা জাৰ্মানে ক'লে, "মৰিয়াই দে ।" তাই কিন্তু একোলৈকে কাণসাৰ নকৰিলে, নাচালেও । এটা সৈনিকৰ গাত খুন্দিয়াই গৈ তাই কটিটুকুৰা আহত ৰেড্‌সৈনিক এটাৰ হাতত দিব খুজিলে ।

"মৰিয়াই দে ।"—জাৰ্মানটোৱে আকৌ চিঞৰিলে আৰু তাইৰ পেটত ৰাইফলটোৰে খুন্দিয়াই দিলে ।

মুখেৰে একো শব্দ নকৰাকৈ বেনিয়াচিথা বৰফৰ ওপৰত বাগৰি পৰিল । জাৰ্মানটোৱে কটি টুকুৰা দূৰলৈ গুৰিয়াই দিলে । কটি টুকুৰা খালত পৰিলগৈ । গুকাই জঁকা যেন হোৱা মানুহ এটা সেইপিনে খেদা মাৰি গ'ল । হঠাৎ গুলীৰ শব্দ উঠিল । বাটৰ কাষতে বন্দীটো বাগৰি পৰিল ।

তিৰোতাবোৰে মূৰ্ছিত হৈ পৰা বেনিয়াচিথালৈ কেৰাহিকৈও নাচালে । সিহঁত বন্দীবোৰৰ পাছে পাছে দৌৰি গ'ল ; কটি বা কেক্ এটুকুৰা সিহঁতৰ হাতত গুজি দিবলৈ বা সিহঁতলৈ দলিয়াই দিবলৈ চেষ্টা কৰিলে । ৰথীয়াঘৰৰপৰা সৈন্যবোৰ দৌৰি আহিল ।

ফেল্ডৱেবেলে নিষ্ঠুৰভাৱে চিঁঞৰি ক'লে—"খেদাই দে ।" সৈন্যবোৰ তিৰোতাবোৰৰ ওপৰত জঁপিয়াই পৰিল আৰু ৰাইফলেৰে সিহঁতক কোবাবলৈ ধৰিলে । হাতৰ আঁৰত মূৰ ঢাকি তিৰোতাবোৰ আঠুকাঢ়ি পৰিল আৰু বন্দীবোৰৰ ভৰিৰ কাষলৈ কটিবোৰ দলিয়াই দিব খুজিলে । এটা বন্দীয়ে কটি এটুকুৰা তুলি লবলৈ তললৈ চাপৰিলে । আকৌ গুলীৰ শব্দ হ'ল ; লগৰীয়াবোৰৰ ভৰিৰ কাষত মৰা মানুহটো বাগৰি পৰিল ।

আহত যুৱক সৈনিক এটাই কোনোমতে লেঙেৰাই লেঙেৰাই দলৰ লগত শাৰী পূৰাই গৈছিল । সি গোটেই বাটটোৰ মানুহে গুনাকৈ চিঞৰি ক'লে, "নাগৰিকসকল, এইবোৰ নকৰিব ; মিছাতে জীৱন বিপন্ন নকৰিব । থৈ দিয়ক, আইসকল ! গুচি যাওক । ইয়াৰপৰা একো লাভ নাই । সিহঁতে আমাক টুকুৰা

এটাও বুটলি লবলৈ নিদিয়ে। কিয় মিছাতে মানুহবোৰ মৰিব লাগিছে ?"

তিৰোতাবোৰে দেখিলে যে সঁচাকৈ ইয়াত সিহঁতে একো কৰিব নোৱাৰে। ইতিমধ্যে দুটা মানুহ মৰি বাটত পৰি আছে। কোনোমতে বেনিয়াচিথাই নিজৰ গাটো দাঙিলে। ইপিনে আনবোৰ তিৰোতাই হাতত কটি লৈ ৰেডসৈনিকবোৰলৈ চাই থাকিল ; সৈন্যবোৰে নিৰাশভাৱে কটিলৈ একেথৰে চাই যাবলৈ ধৰিলে।

মেলিয়াচিথাই পুতেকক মাতিলে—"চাছা ! ইয়াত একো কৰিব নোৱাৰেঁ। সক ল'ৰাবোৰ গোটাই ল ; চমু বাটটোৰেদি আলিৰ মেৰটোৰ কাষলৈ গৈ বাটৰ ওপৰত পৰাকৈ তললৈ কটি দলিয়াই দিবি। জাৰ্মানবোৰে নেদেখিব পাৰে ; আৰু হয়তো আমাৰ মানুহে কোনোমতে দুই-এটুকুৰা বুটলি লব পাৰিব।"

বতাহে উৰাই নিয়াৰ দৰে ল'ৰা-ছোৱালীবোৰ নোহোৱা হ'ল। তিৰোতাবোৰ দুৱাৰমুখলৈ উভতি আহিল। সিহঁতে কমালৰ আগবোৰ কামুৰি কান্দিবলৈ ধৰিলে।

ফ্ৰচিয়া গ্ৰখেচে বেনিয়াচিথাক অলপ পানী খাবলৈ দিলে আৰু তাইৰ কুমৰ ওচৰত ৰবফেৰে মোহাৰি দিলে—"বাৰু, এতিয়া কেনে পাইছা ?"

বেনিয়াচিথা বহিল আৰু চকুকিটা ঢাকি লৈ উচুপি উচুপি কান্দিবলৈ ধৰিলে।

"খুব দুখ পালা নেকি ?"

"নহয়, নহয়,······ফ্ৰচিয়া. তুমি মোক কি বুলি ভাবিছা···!"

"নাকান্দিবা, সকলো ঠিক হব। অলপ শুই থাকিলে ভাল পাবা।"

"ফ্ৰচিয়া, অঁকৰাৰ দৰে নকৰা। মই সেইবাবে কন্দা নাই। অলপ দুখ পাইছোঁ, পিছে সেইবোৰ ভাল হৈ যাব। মই ভাবিছোঁ—যদি পিটৰবো সেই অৱস্থাই হৈছে !······বুজিছা তাতকৈ প্ৰথম যুঁজতে মৰা ভাল, বোমাৰ আগত টুকুৰাটুকুৰ হোৱাও ভাল, টেঙ্কৰ তলত পৰি গুড়ি হোৱাও ভাল······"

থোকাথুকিকৈ তাই মৰমৰ সুৰেৰে ছোৱালীজনীৰ কাণে কাণে কিবা এটা ক'লে। ফ্ৰচিয়াই তাইৰ হাতখন চেপি ধৰিলে।

"সহি থাকা···"

"শুনিছানে ? যদি আন উপায় নাথাকে তেওঁ নিজৰ মূৰত নিজে গুলীয়াই মৰক, বোমাৰে নিজক নিজে উৰাই দিয়ক— কেৱল সেইটো যেন নহয়, যেন তেনে নহয় ।"

"নিশ্চয় । তুমি এতিয়া উঠাহে ভাল । মই ধৰি নিম; নহলে ইয়াত ঠেৰেঙা লাগিব৷ ।"

বেনিয়াচিথা কোনোমতে থিয় দি, ছোৱালীজনীৰ গাত ধৰি ঘৰমুৱা হ'ল । গ্ৰিছাই ভয়ৰ চকুৰে মাকলৈ চালে । তাই কেঁকাই কেঁকাই বিচনাত পৰিলগৈ । তাইৰ গোটেই গা বিষাবলৈ ধৰিলে, বমি হয় যেন লাগিল । কিন্তু তাই সেইবোৰ ভবা নাছিল ।

"গ্ৰিছা, এইপিনে আহ ।"

ল'ৰাটো বিচনাৰ কাষ পালেগৈ ।

"গ্ৰিচা, মই কি কৈছোঁ শুনিছনে ?"

"শুনিছোঁ, পিছে তুমি দেখোন একোকে কোৱা নাই !"

"শুন গ্ৰিছা ! ঈশ্বৰে নকৰক, তথাপি যদি কেতিয়াবা মৃত্যু আৰু জাৰ্মানৰ হাতত বন্দী হোৱা—এই দুটাৰ মাজৰপৰা তই বাছি লব লগা হয়, তেনে মৃত্যুকেই লবি ।"

ফ্ৰচিয়াই আচৰিত হৈ ক'লে, "পগলা হ'লা নেকি ? পাঁচ-বছৰীয়া ল'ৰাটোক – "

ভয় খাই ল'ৰাটোৱে কান্দিবলৈ ধৰিলে ।

"ল'ৰাটোক ভয় খুৱাইছা কিয় ? সি এতিয়াও বুজন হোৱা নাই, সি ডাঙৰ হৈ উঠে মানে জাৰ্মান আৰু ইয়াত নাথাকে—"

বেনিয়াচিথাই খন্তেক ভাবি ক'লে—"হব পাৰে । কিন্তু এই যুঁজতে যদি সেই বিজাতৰীয়াজাক নিৰ্মূল নহয় তেন্তে পৃথিৱীত আৰু কি ন্যায় আছে ?"

তাই কেঁকাবলৈ ধৰিলে আৰু পেটত খামুচি ধৰিলে ।

"ফ্ৰচিয়া, মোৰ মনেৰে, মই বেমাৰত পৰিম···।"

"কোনো ভয় নাই । মই তোমালৈ চেঁচা পানী অলপ আনোগৈ ।"

তাই ফটাকানি কিছুমান পানী এবাল্টিত জুবুৰিয়াই দিলে । কেঁকাই কেঁকাই বেনিয়াচিথাই তাইৰ পিনে চাই থাকিল । হঠাৎ গ্ৰিছাৰ চকুলো ভৰা মুখখনলৈ তাইৰ চকু গ'ল ।

"তাকে ধৰি আছ হবপায় ? মইনাটো ?···মোৰ বোধেৰে তাৰ পিটৰৰ কথা মনত পৰিছে ।"

"কি কথা কৈছা ! অকণমান ল'ৰাটোক ভয় খুৱাই দিছা, কান্দিছে সেই কাৰণে। সেইটোনো কি আচৰিত কথা ? গিৰিয়েৰৰপৰা কি বিচাৰিছানো তুমি ?" "একো বিচৰা নাই। এটা কথাই মোক চিন্তিত কৰি তুলিছে ; কিবা এটা হ'লে আপোনঘাতী হবলৈ তেওঁৰ সেইকণ বুধি আছে জানো ?"

"তুমি বাৰু ভাবি মৰিব নালাগে ! তেওঁ দৰ্কাৰ মতে যি হয় কৰিব।"

"কিন্তু মোৰ সন্দেহ হয়, বুজিছা ?...তেওঁ যি ধৰণৰ মানুহ, নিজে কেতিয়াও নাভাবে ; সদায় উপদেশ বিচাৰি আহিব। বেচেৰাক এতিয়া উপদেশ দিবলৈ কোন আছে ?"

ফ্ৰচিয়াই ক'লে—"তেওঁ এতিয়া সৈন্যবাহিনীত আছে, আদেশ মতে কাম কৰিব, ভয়টো কিহৰ ?" তাই মানুহজনীৰ পেটত, থেঁতেলা খোৱা নীলা ঘাডোখৰৰ ওপৰত তিতা ফটাকানি ডোখৰ লগাই দিলে।

বেনিয়াচিখাই ক'লে, "হুকুম আছেই, সেইটো ঠিক।"

"আহ গ্ৰিছা, তোৰ মুখখন ধুৱাই দিওঁ। চাচোন, কেনেকৈ গোটেই লেটিপেটি হৈ আছ ! নাকান্দিবি। মাৰ কেনেকৈ শুই আছে চা। জাৰ্মানে বন্দুকেৰে মাৰিলে, তথাপি মাৰে কন্দা নাই।"

ল'ৰাটোৱে একেথৰে চালে আৰু আঙুলিৰে নাক খুচি থিয় দি থাকিল।

বেনিয়াচিখাই দাবি দি ক'লে—"সোণ, নাকৰপৰা হাত গুচা। বাপেৰ বেড্ সৈনিক আৰু তই নাক ঘুঁকুটিয়াই থিয় দি আছ ?" কেঁকাই কেঁকাই আকৌ ক'লে, "উস্, ফ্ৰচিয়া ! সিহঁতে এচিকটা কটিও নাপালে—বেচেৰাহঁত আটাইবোৰ মৰিব।...ভাবি চোৱাচোন বাৰু, আমাৰ গাৱঁৰ মাজেদিয়েই সিহঁত গ'ল। তথাপি কোনেও সহায় কৰিব নোৱাৰিলে, কোনেও কটি এটুকুৰাও দিব নোৱাৰিলে। খাবলৈ একো নাই, পানীও নাই। নিজ দেশৰ মাজতে সেইভাৱে মৰিব লাগিব। সিহঁতক ৰ্‌বাক কলৈ খেদি নিছে ?"

"শুনিছোঁ, কডিত বোলে ছাউনি এটা আছে। বোধকৰো সিহঁতক তালৈকে নিছে।"

"কডিলৈকে ইমান দূৰ সিহঁতে কেনেকৈ খোজকাঢ়ি যাব ? সিহঁতৰ দেখোন থিয় দি থাকিবৰে শক্তি নাই। কিমান মাইল

হব বাক ? কেতিয়াও সিহঁত সেইখিনি নাপায়গৈ ; তদুপৰি সিহঁতে সেই ছুটাৰ দৰে বাকীবোৰকো বাটতে মাৰি শেষ কৰিব।"

"সৰু ল'ৰাবোৰ সিহঁতলৈ কটি দলিয়াই দিবৰ মনেৰে গাওঁ পাৰ হৈ গৈছে। সেইপিনে পাৰ হৈ যাওঁতে সিহঁতে বুটলি লব পাৰিব। বোধকৰো জাৰ্মানে নেদেখে, গমকে ধৰিব নোৱাৰিব।"

"যদি ঠিক ঠাইত পেলাব পাৰে, সিহঁতে পাব।"

সান্ত্বনাৰ সুৰত ফ্ৰচিয়াই ক'লে, "তাৰ ভাৰ ল'ৰাবোৰৰ ওপৰত, কি কৰিব লাগে সিহঁতে জানিব। আমাৰ ল'ৰাহঁত সোণতকৈও মূল্যবান।"

নীৰৱে বেনিয়াচিথাই মূৰ ছুপিয়ালে। টোপনি আহে যেন লাগিল। ক্লান্তিয়ে তাইক আৱৰি ধৰিলে ; তাইৰ বৰকৈ ওকালি আহিবলৈ ধৰিলে। কিন্তু সেই ৰেড্‌ সৈনিকটোৰ জ্বৰত ৰঙা পৰা আৰু কোটৰত সোমোৱা চকুযোৰৰ ছবি আৰু ভোকাতুৰভাৱে কটি টুকুৰালৈ খেদা মাৰি গৈ ধৰিব নোৱাৰা দৃশ্যটোৰ স্মৃতিয়েহে তাইক আন সকলোতকৈ বেছি কষ্ট দিলে।

"উস্।"

ব্যস্তভাৱে ফ্ৰচিয়াই সুধিলে, "বিষাইছে নেকি ?"

"নাই, নাই···টোপনি অহাহেঁতেন···"

"হয়, শুই থাকা। তোমালৈ টোপনিয়েই আটাইতকৈ ভাল, তেতিয়া ভাল পাবা।"—ছোৱালীজনীয়ে ক'লে।

বেনিয়াচিথা চকু মুদি থাকিল। কিন্তু সেই ডেকা ল'ৰাটোৰ মুখত ফুটি উঠা মৃত্যুৰ ছাপটো আৰু তাৰ টুপীৰ তলেদি বাগৰি পৰা জপৰা চুলিকোছা তাইৰ জপোৱা চকুৰ আগতো ভাঁহি উঠিল। কেনেকৈ উন্মাদভাৱে সি সেই কটি টুকুৰালৈ চাইছিল ! বৰফৰ ওপৰেদি যোৱা আৰু বৰফৰ ওপৰতে বাগৰি পৰা সেই বন্দীবোৰক তাই পাহৰিব নোৱাৰে ; আৰু তাই কটি টুকুৰা দিব খোজা ৰেড্‌ সৈনিকটোকো কেতিয়াও পাহৰিব নোৱাৰে।

ল'ৰাবোৰে হাতত কটি লৈ একাঠুৰ বৰফৰ মাজেদি দৌৰি আলিৰ মেৰটোৰ পিনে যাবলৈ ধৰিলে। ঘৰবোৰৰ কাষেদি যাওঁতে সিহঁতৰ সিমান অসুবিধা হোৱা নাছিল ; কিন্তু মুকলি পথাৰত বৰফ অতিপাত বেছি। অস্কা চেকৰ কান্ধলৈকে বৰফত পোত খালে।

"ছাস্কা, ছাস্কা !"

"নিচিঞ্চিবিবি, শুনিলে জাৰ্মানবোৰ দৌৰি আহিব। তই বৰ সক ল'ৰা, উভতি যাগৈ।"

"মই ওলাব পৰা নাই..."

"আজুৰি-পিজুৰি কোনোমতে ওলাই আহ। ব'লা, ব'লা, আমি যাওঁ।"

এই ঠাইডোখৰ বৰ অসমান—কেউপিনে টিলা, খাল-ডোঙেৰে ভৰা; এই সকলোবোৰ বৰফে পুতি পেলালে। একোটা গাঁত সঁচাকৈ পানীৰ তলৰ কাঁইট যেন হৈছিল। ওপৰৰ বৰফবোৰ গোট মাৰি টান আৱৰণ এটাত পৰিণত হৈছিল; তাৰ ওপৰেদি অলপ দূৰ খোজকাঢ়ি যাব পাৰি; কিন্তু হঠাৎ মাজতে ভাগি পৰে আৰু ল'ৰাবোৰ শোচনীয়ভাৱে দ বৰফৰ দ'মত সোমাই যায়। হাতত কটি, আলু আদি বস্তু থকা বাবে সিহঁতে হাতত ভৰ দি উঠিবও নোৱাৰে। তদুপৰি টুকুৰা আয়নাই কটাদি বৰফে সিহঁতৰ হাত কাটিবলৈ ধৰিলে। এটা এটাকৈ ল'ৰাবোৰ পাছ পৰি গ'ল। কেৱল চাছা আৰু চেভ্‌কা লকুটহে নেৰানেপেৰাকৈ গৈ থাকিল। সিহঁতে গাৱঁৰ দাঁতিয়েদি গৈ বহল পথাৰখনৰ মাজেদি মেৰটোৰ পিনে যাব লগা হৈছিল।

চাছাই বল দি ক'লে, "খৰ কৰা, খৰ কৰা।"

সি ফোঁপাই-জোপাই ঘামত তিতি গৈছিল। নৈৰ তলৰ পলসুৱা বোকাত লাগি ধৰাদি তাৰ ভৰি লাগি ধৰিছিল। সি কেবাবাৰো পৰিল, আকৌ উঠিল; বৰফৰ জোঙা আগত লাগি আঙুলিবোৰ কাটি গ'ল। কটা ঘাবোৰৰপৰা তেজ ওলাই বৰফৰ ওপৰত ৰাঙলী বহন সানি দিলে। ভাগ্যক্রমে, আনবোৰৰ দৰে সি হাতত কটি লৈ যোৱা নাছিল; তাহানি স্কুললৈ কিতাপ নিয়া মোনাটোত ভৰাই লৈছিল। মোনাটো এতিয়া বৰ কামত আহিল। কটিও ভালেৰে নিব পৰা হ'ল আৰু বৰফৰ দ'মৰ মাজৰপৰা আজুৰি উলিয়াবলৈ হাত দুখনো আজৰি হৈ থাকিল। চেভ্‌কা তাৰ পাছে পাছে বেগাই যাবলৈ ধৰিলে। ভাগৰত সি জিভা উলিয়াই পেলালে। চাছাৰ পথ অনুসৰণ কৰি আগবাঢ়িবলৈ তাৰ পক্ষে সহজ হৈছিল; নহ'লে চেভ্‌কা ক'ৰবাতে ৰ'লহেঁতেন। তাতে সি আকৌ সক ল'ৰা।

কেউপিনে অন্তহীনভাৱে কেৱল বৰফত ঢাক খোৱা পথাৰ। ইপিনে ইয়াতে বসন্তকালত গৰু-ম'হে ঘাঁহ খাই ফুৰিছিল;

তেতিয়া চৰণীয়া পথাৰখন ইমান ডাঙৰ নাছিল। কোমল, চুটি ঘাঁহবোৰৰ ওপৰেদি অহা-যোৱা কৰা অতি সহজ। চৰণীয়া পথাৰখন সিহঁতৰ সুপৰিচিত; ইয়াতে সিহঁতে খোজ কাঢ়িব পৰা হোৱাৰেপৰা ল'ৰি-ঢাপৰি ফুৰিছে। কিন্তু আজি এইখন এখন অচিনাকি আৰু অসীম পতিত ঠাই যেন লাগিল। সিহঁতে সদায় শুদা ভৰিৰে টিলাবোৰৰ ওপৰত লৰি ফুৰিছিল আৰু খালৰ ওপৰেদি জঁপিয়াই পাৰ হৈ গৈছিল; কিন্তু এতিয়া সেইবোৰ কি হ'ল? বৰফৰ মাজে মাজে একোটা প্ৰকাণ্ড ঢিপ; সিহঁতে চিন ধৰিব নোৱাৰি বাৰে বাৰে খালত সোমায়গৈ। বিফল ভাবেৰে সিহঁতে সমান ঠাই পাবলৈ বাট বিচাৰি ফুৰে। নিৰ্বাক বৰফৰ কাষৰপৰা সিহঁতে কিন্তু ইয়াৰ গোপন বাতৰি বিচাৰি নাপায়। ল'ৰাবোৰে বুকুলৈকে বৰফৰ মাজত পোত গৈ কক্-বকাই থাকে। সেই যাত্ৰাত সিহঁতৰ কষ্টৰ ওৰ নপৰা হ'ল।

চাছাই সেহাই সেহাই কয়, "বেগেতে ব'ল,"—কিন্তু গাঁতৰ মুখত উজুটি খাই বাগৰি পৰিল; মুখত সোমোৱা বৰফবোৰ পিকাই দি সি আজুৰি-পিজুৰি বৰফৰ মাজৰপৰা গাটো উলিয়ালে।

কাষত ওলোমাই লোৱা মোনাটো তিতি যোৱাত ক্ৰমে গধুৰ হৈ উঠিল। কিন্তু একো ভয় নাই—সিহঁতে তিতা কেকো খাব। তাৰ ভৰি তিতিল, পায়জামাত পানী সোমাল। বৰফৰ ওপৰেদি অলপ দূৰ আহোঁতেই তাৰ তিতা কাপোৰবোৰ গাত লিপিত খাই লাগি ধৰিলে। বৰফৰ নিৰ্মম জোঙা আগবোৰে তাৰ হাড়লৈকে বিন্ধিলে। চাছাই সমুখৰ ঠাইবোৰ ৰঙা-ক'লা দেখিবলৈ ধৰিলে। ইমান মূৰ কামুৰিছিল যে শিৰ ছিগি বৰফৰ ওপৰত হোলোকা-হোলোকে তাৰ তেজ পৰিব যেন লাগিল।

সি ভগা মাতেৰে থৰকৈ আহিবলৈ কোৱা শুনি চেভ্‌কাৰ গাত যেন বেতৰ কোবহে পৰিল; আকৌ সি বেগ দিলে। কিন্তু কোনোবা এটা যে তাৰ পাছে পাছে আহিছে সেই কথালৈ চাছাই কেতিয়াবাই পাহৰিলে। সি মাথোন নিজক নিজে উদগাই দিছিল; কাৰণ তাৰ গা কেনেবা লাগিছিল, যেন চিৰদিনৰ বাবে সি তাত বাগৰি পৰিব।

চেভ্‌কা বহুত পাছ পৰিল। কিন্তু চাছাই জানিছিল যে সি যেনেতেনে বাটৰ কাষত কটি থৈ আহিবই লাগিবই। বন্দী-বোৰক অকণমান খাবলৈ দিয়াৰ এয়ে শেষ সম্ভৱপৰ উপায়।

সি যদি নোৱাৰে, তেনেহ'লে সিহঁতক ভস্মীভূত লেভেনেভকাৰপৰা কডিৰ কাৰাগাৰলৈ খেদি নিব। সিহঁতৰ কাৰাগাৰৰ কথা মানুহে কোৱাকুই কৰা শুনা যায়—সেই তাঁৰৰ বেৰাৰ মাজত হেনো এটুকুৰা কটি বা এচামোচ চুকহাৰ অভাৱত শয়ে শয়ে মানুহ মৰি উপচি পৰিছে। ৰেড্ সৈনিক আৰু কডিৰ কাৰাগাৰৰ মাজত এতিয়া আছে—কেৱল চাছা। ল'ৰাটোৱে ভাবিছিল যে এই খহটা কেক্‌বোৰে মানুহবোৰক ৰক্ষা কৰিব—অনাহাৰত মৃত্যু হোৱাৰপৰা সিহঁতক ৰক্ষা কৰিব।

আৰু এটা টিলা পাৰ হ'লেই পাবগৈ। খৰকৈ যাবলৈ চাছাই নিজকে নিজে উদগাবলৈ চেষ্টা কৰিলে; কিন্তু বৰফৰ মাজৰপৰা ভৰিকিটা কথমপি উলিয়াই নিবৰহে তাৰ শক্তি আছিল। গা বিষাবলৈ ধৰিলে; কাণৰ গুম্‌গুমনি উঠিল; মুখেদি তেজ ওলোৱা অনুভৱ কৰিলে। বেগাই, বেগাই! তললৈ চাপৰি সি বৰ কষ্টেৰে যাবলৈ ধৰিলে; হাত দুখন বুৰ যোৱা মানুহৰ দৰে এছাৰিবলৈ ধৰিলে। শেহৰ টিলাটো সি প্ৰায় বগুৱা বাই যোৱাদি গ'ল। এয়া, শেহত কিজানি সি বাটটো পালেহি!

হয়, সেইটোৱেই বাট; নিচেই ওচৰতে আছে। সেই বাটটোৱেদি জাৰ্মানবোৰে ৰেড্ সৈনিকবোৰ লৈ গৈছে। চাছাই যেন দুখৰ সপোন এটাহে দেখিলে। সি বিশ্বাস কৰিব নোৱাৰিলে আৰু সি নকৰেও। কিন্তু ই দুখৰ সপোন নহয়। চাছা কিলা-কুটিত ভৰ দি সেইদৰেই অচলভাৱে ৰৈ থাকিল। তেনেহলে! সিহঁত তাৰ নিচেই কাষেদি পাৰ হৈ গ'ল। আহত মানুহবোৰে মদপী মানুহৰ দৰে থৰক্-বৰককৈ যাবলৈ ধৰিলে; জাৰ্মানবোৰে চিঞৰি গ'ল; পাছপিনে কোনোবা এটা বাগৰি পৰিল; কিন্তু ৰাইফলৰ কুন্দাৰ খুন্দা, গোৰ আৰু গালিয়ে তাক থিয় হবলৈ বাধ্য কৰিলে। চাছাই সিহঁতক গৈ থকা দেখিলে; তাৰ নিচেই কাষেদি সিহঁত পাৰ হৈ গ'ল! বহুত পলম হ'ল। দুই বা তিনি মিনিটৰ বাবে তাৰ পলম হ'ল। ৰেড্ সৈনিকবোৰৰ সমুখত জুৰি থকা নিৰ্জন বগা বাটটো দূৰণিত মিলিলগৈ। তাৰ ওপৰত একো নাই; আছে কেৱল বৰফ। পানীয়ে সোপোকা কৰি গধুৰ কৰা কেক্‌বোৰ মোনাৰ ভিতৰতে থাকিল। বন্দীবোৰৰপৰা কেইখোজমান দূৰতে, তাৰ কান্ধৰ কাপোৰৰ মোনাটোত সেইবোৰ

পৰি থাকিল ! সিহঁতে আৰু সেইবোৰ খাবলৈ নাপালে । কাৰণ সি তিনি মিনিটমান পলমকৈ আহিল ; বেছিকৈ দৌৰিব নোৱাৰিলে । তাৰ অকৃতকাৰ্য্যতাৰ বাবেই সিহঁতে খাবলৈ নাপালে । মিস্কাৰ কথা তাৰ মনত পৰিল । এবা, মিস্কা হোৱা হ'লে সময়মতে পালেহিহেঁতেন । মিস্কা দৌৰি আহিব পাৰিলে-হেঁতেন । এতিয়া সিহঁতক কড়িলৈ খেদি নি কাঁটাৰ বেৰাৰ মাজত সুমাবগৈ ; সিহঁত জাৰ আৰু অনাহাৰত মৰিব লাগিব ; কাৰণ সি······

তেতিয়া শেহৰ শাৰীটো পাৰ হৈছিল । সিহঁত পাৰ হৈ লাহে লাহে দূৰণিত নেদেখা হ'লগৈ । বাটটোৰ আৰু বৰফে পোতা অন্তহীন পথাৰবোৰৰ বগা চিক্‌মিকনিটোৰ আগত সিহঁতক নেদেখা হ'ল । চাছাই বৰফৰ মাজত মূৰ গুজি সৰুতে কন্দাৰ দৰে কান্দিবলৈ ধৰিলে । তপত চকুলো বৈ গ'ল—বৰফৰ ওপৰত টোপাটোপে পৰিল, নাকেদি পানী ওলাবলৈ ধৰিলে ; তাৰ গোটেই মুখ তিতি গ'ল । তাৰ তিতা ভৰিকিটা শিল যেন চেঁচা পৰিল ; গাটো অতিপাত বিষাবলৈ ধৰিলে । সি উঠিব নোৱাৰিলে আৰু উঠিবলৈ চেষ্টাও নকৰিলে । সিহঁত গুচি গ'ল ; কেৱল তাৰ তিনি মিনিটমান পলম হোৱাৰ বাবতে সিহঁত গ'লগৈ······

ভয়ানক জাৰ । তেনে জাৰৰ মাজত বাটেদি 'কুচকাৱাজ' কৰি যোৱা মানুহবোৰৰ কাৰণে চাছাই দুখ কৰিলে ; চালিৰ তলত সিহঁতে পুতি থোৱা 'মিছা'ৰ বাবে কান্দিলে ; আৰু কান্দিলে গৰিলা বাহিনীত যোগ দিয়া তাৰ বাপেকৰ বাবে । কিন্তু প্ৰধানকৈ তাৰ কান্দোন উঠিল, নিজৰ অসমৰ্থতাৰ বাবত—সি একো কৰিব নোৱাৰিলে ।

লাহে লাহে তাৰ গা বেছিকৈ চেঁচা পৰি আহিবলৈ ধৰিলে । কিন্তু তালৈ তাৰ কাণসাৰ নাই । তাৰ মনত পৰিল জেভডকিম ককাই কোৱা সাধু এটালৈ । বহুত দিনৰ আগতে 'হোৱাইট গাৰ্ড' কিছুমান হাবিত ঘূৰি ফুৰিছিল । জাৰত ঠেৰেঙা লাগি সিহঁতৰ সকলোবোৰ মৰিল । ৰেড্ সৈন্য আহি যেতিয়া সিহঁতক হাত দাঙিবলৈ চিঞৰিলে, সিহঁত বহিয়েই থাকিল, অলপো লৰচৰ নকৰিলে । কেৱল জেভডকিমে ঘটনাটো গম ধৰিব পাৰিলে ; সি সিহঁতৰ কাষ চাপি গ'ল । সিহঁত জীৱিত মানুহৰ দৰে বহি আছিল ; কিন্তু আচলতে ঠেৰেঙা লাগি কাঠ যেন হৈ পৰিছিল ।

ইয়ালৈহে কোনো নাহে। তাক ইয়াত দেখিব বুলি বাৰু কোনোবাই সপোনতো ভাবিবনে? সি ইয়াতে পৰি থাকিব······পৰি থাকিব···

"ছাস্কা, উঠ, উঠ।"

সি শিয়ঁৰি উঠিল; মুখখন ববফৰ মাজলৈ গুজি দিলে।

"কি হৈছে, বোপাই? উঠ, ভয়ানক ববফ পৰিছে। নাকান্দিবি আকৌ, কান্দিবলৈ কিটোনো হৈছে?"

তাৰ কাষতে বহি মাকে লাহে লাহে গাত হাত ফুৰাই দিবলৈ ধৰিলে।

"এ আই, তই গোটেই তিতিলি! ব'ল, ঘৰলৈ ব'ল। মোৰো জাৰ লাগিছে; ইয়ালৈ আহোঁতে চাদৰখন তেনেই তিতি গ'ল। যাবলৈ বৰ টান। উঠ আকৌ!"

তাৰ মুখখন তুলি ধৰিলে। সি তাইলৈ চালে; চাছাৰ চকুপানীয়ে উপচি পৰিছে, বাহুকিটা উখহি গৈছে।

তাই দুখেৰে ক'লে, "কি কৰিবি আৰু? নহ'ল নাই।"

"মোৰ পলম হ'ল।"—চাছাই ফুচফুচাই ক'লে; উচুপনিত তাৰ মাত ভাগি ল'ল।

"একো কথা নাই, বোপাই! নহ'ল যেতিয়া নাই। ইমান বতাহ আৰু শিল-ধুমুহা দিছে! মই কোনোমতেহে তোৰ ওচৰলৈ আহিলোঁ। আহ, আমি যাওঁগৈ।" তাই তাৰ বাহুটোত ধৰি টানিলে। অনিচ্ছুকভাৱে চাছা লাহে লাহে থিয় হ'ল।

"এইবাৰ নহ'ল, কিন্তু অহাবাৰলৈ নিশ্চয় আমাৰ সৌভাগ্য ঘটিব। কেনেকৈ আগবাঢ়িব লাগিব তাক আমি পোনতে উপলব্ধি কৰিব নোৱাৰিলোঁ। আগলৈ সিহঁতে এইপিনেদি আমাৰ সৈন্য আনিলে আমি বৈ নাথাকোঁ; আৰু বহুত দূৰ দৌৰিও নাযাওঁ। আমি ঘৰৰ ভিতৰত সোমাই থাকিম; ইপিনে যি দুই-এটা খোৱা বস্তু থাকে তাকে বাটত থৈ আহিম। আজি আমি গোটেইবোৰ উন্মাদ জনতাৰ দৰে বাহিৰ ওলাই আহিলোঁ; চিঞৰ-বাখৰ লগাই দিলোঁ; ফলত লাভ একো নহ'ল। কিন্তু কোনেনো জানিছিল বাৰু?"

ভলমুৰাকৈ চাছাই তাইৰ কাষে কাষে লাহে লাহে যাবলৈ ধৰিলে।

"চেভকা আধামৰা যেন হৈ ল'ৰি উভতি গ'ল। মই তাক তোৰ কথা সোধাত ক'লে বোলে তই ববফত পৰি আছ। তাতে

সকলো এৰি দৌৰি আহিলোঁ। নাকান্দিবি, তই জানো অসম্ভৱ কথা এটা কৰিব পাৰিবি? ইয়াত ইমান দ খালবোৰ আছে। বহুত দিন এনে জাৱ পৰা নাই—”

যাওঁতে ভাই বৰ কষ্ট পাইছিল, কিন্তু পুতেকক ভাইৰ লগে লগে যাবলৈ সহায় কৰিবৰ মনেৰে ভাই অনবৰত কথা পাতি যাবলৈ ধৰিলে।

“তই মোৰ পাছে পাছে আহ, সেইদৰে সুবিধা পাবি······”

সি দেখিলে যে সি আৰু চেভ্‌কা অহা বাটটোৰেদিয়েই সিহঁত উভতি গৈছে। সেই বাটেদিয়েই চেভ্‌কা উভতি গ’ল আৰু মাক ইয়ালৈ আহিল; এতিয়া ই আৰু আগৰ নিচিনা হৈ থকা নাই। তথাপি মাকে কৈছে যে এই বাটেদি যাবলৈ অসুবিধা। কিন্তু সিহঁতে এতিয়া চলাচল হৈ থকা বাটেদি গৈছে যদিও সি ভৰিকিটা কথমপি চোঁচোৰাইহে নিব পাৰিছিল। তাৰ বুটযোৰ যেন কেবামোনো গধুৰ হৈ পৰিল আৰু হাত-মুৰবোৰো লো যেন গধুৰ হৈ পৰিল। তাৰ হাত, ভৰি আৰু পিঠিৰ হাড়বোৰ বিষাবলৈ ধৰিলে।

সিহঁত আহি বাটৰ ওপৰ পাওঁতে সি থৰক্-বৰক্ কৰি পৰি যাব খুজিছিল। মাকে হাত মেলি ধৰিলে। “বোপাই, কি হৈছে?”

“এ···কো···না···ই” সি খোনাবলৈ ধৰিলে; চকু জলক্-তবক্ লাগিল, মুৰ ঘূৰাবলৈ ধৰিলে।

মাকে তাক কোলাত তুলি ল’লে।

“মা, তুমি এইখন কি কৰিছা?”—সি বাধা দিবৰ চেষ্টা কৰিলে; কিন্তু মাকৰ বাহুত মুৰ থোৱা মাত্ৰেই তাৰ টোপনি আহিল। টোপনি যোৱা মুখখনলৈ চাই ভাই হাঁহি এটা মাৰিলে।

“কি হ’ল? কিবা ঘটনা হ’ল নেকি?”- টাৰপিলিথাই চিঞৰি সুধিলে; ভাইৰ মুখত চকুলোৰ চিন আৰু মাতত উত্তেজনা ভৰা.

“নাই; ল’ৰাটো একেবাৰে ভাগৰি গ’ল। বাটৰ কাষলৈকে খাল-ডোঙৰ ওপৰেদি সি ওৰে বাটটো দৌৰি গৈছিল······”

“সি সময় মতে পালেগৈ নে?”

“নাই, কেনেকৈ পাব? তেনে বাটেদি যাবলৈ ডাঙৰৰ কাৰণেই টান······”

ভাই ফোঁপাবলৈ ধৰিলে; খোজৰ গতি শিথিল হৈ পৰিল।

“তাক গধুৰ পোৱা নাই জানো?”

"এৰা, গধুৰ নহবনো কিয় ? তাৰ ন বছৰ উকলি গ'ল।"

শুই থকা পুতেকক তাই বুকুৰ আৰু কাষলৈ চপাই আনিলে। আকৌ ক'লে, "সি বিচনাত শোৱাদি শুই পৰিল। গৰপিনা, অকণমান সহায় কৰি দিয়াচোন ; নহলে মই দুৱাৰখন খুলিবকে নোৱাৰোঁ।"

টাৰপিলিখাই ডাংডাল তুলিলে। ঘৰৰ ভিতৰপৰা এছাটি গৰম বতাহ বলিল।

জিনাই চল্‌চলীয়া চকুৰে সুধিলে, "মা! চাছাৰ কি হ'ল?"

"একো হোৱা নাই, সি শুইছে। নিচিঞৰিবি, নহ'লে সাৰ পাব।" ল'ৰা-ছোৱালীবোৰে আচৰিত হৈ চিঞৰি সুধিলে, "শুই আছে ?"

সিহঁতে তাইক বেৰি ধৰিলে ; তাই তাক বিচনাত শুৱাই দিলে, লাহেকৈ বুটযোৰ সোলোকালে, তিতা পায়জামাটো খুলিলে আৰু শুকান কাপোৰ এখনেৰে গাটো মোহাৰি দিলে।

চনিয়াই ক'লে, "তোমাৰ চাদৰখন তিতিল। তোমালোক কলৈ গৈছিলা ?"

"একো কথা নাই, শুকাই যাব। তাৰ বুটযোৰ জুইৰ ওচৰত থগৈ।"

জিনাই নাকেৰে উজাই শুঙিবলৈ ধৰিলে ; বুটযোৰ লৈ গ'ল।

"মোনাটোত কি আছে ?"

"কেক্, সেইবোৰ উলিয়াই পেলা।"

"সেইবোৰ পানীত তেনেই তিতিল।"

"কি হ'ল পিছে, তিতিলেও তহঁতে খাব পাৰিবি।"

"মোক দিবানে ?"— জিনাই সুধিলে ; হেঁপাহৰ চকুৰে তাই মোনাৰপৰা উলিয়াই অনা সেই টেপ্‌টেপীয়া, মটীয়া ৰঙৰ কেক্-বোৰলৈ চালে।

"কেলৈ নিদিম ? চুপৰীয়া তহঁতে তাকে খাবি। চনিয়া, সিহঁতক ভগাই দে। কেইটামান চাছালৈ থবি ; সাৰ পালে সিও খাবলৈ বিচাৰিব।"

হাতত তিতা কেক্ এটুকুৰা লৈ জিনাই মাকৰ কাষ চাপি গ'ল।

"এয়া তোমাৰ মা।"

"সোণটো, মোক একো নালাগে, ভোক লগা নাই……"

তাই ল'ৰা-ছোৱালীবোৰে খোৱা চাই থাকিল ; সিহঁতে বেঞ্চত সৰি পৰা টুকুৰাবোৰো হেঁপাহেৰে বুটলি লৈছিল। মৃত্যুৰ কৱলৰ মাজলৈ খেদি নিয়া সেই মানুহবোৰৰ হাতত কেক্‌বোৰ নপৰিল। শোকে তাইক খুন্দা মাৰি ধৰিলে। সমুখৰ ৰঙা-ক'লা মূৰবোৰ কেকৰ ওপৰত ব্যস্তভাৱে দোঁ খাই পৰিল ; সৰি পৰা টুকুৰাবোৰ সৰু আঙুলিবোৰেৰে সিহঁতে সযত্নে চপাই পেলাইছিল। চাচাৰ বহুত পলম হ'ল......বহুত পলম...

ল'ৰাটো গভীৰ উশাহ টানি শুই আছিল। তাৰ গাল দুখন গোলাপী। কিন্তু হঠাৎ মিছাৰ স্মৃতিয়ে তাইৰ অন্তৰত আঘাত দিলে।

কিন্তু পুতেকৰ মৃত্যুৰ পিছতে, তাতোকৈ বেয়া আৰু ভয়ানক কিবা এটা অঘটন ঘটিল বুলি হঠাৎ তাইৰ মনত খেলালে। আকৌ তাইৰ সমুখত সেই দৃশ্য ভাঁহি উঠিল—বন্দীবোৰক ৰাইফলেৰে খুন্দিয়াই খেদাই নিয়া দৃশ্যটো ; সিহঁতৰ শুকান মুখবোৰ দেখিলে বুকু ভাগি যায় ; ক'লা পৰা, কোটৰৰ ভিতৰত সোমোৱা চকুবোৰ জ্বৰত ৰঙা হৈ উঠিছিল ; শুদা ভৰিৰপৰা তেজ ওলাই বৰফৰ ওপৰখন ৰঙা কৰি পেলালে। ৰুটিৰ আশাত সিহঁতে ক্ষীণ, হাতোৰাৰ নিচিনা হাতবোৰ আগবঢ়াই দিছিল। কাষৰে ৰুটিবোৰ সিহঁতলৈ ইমান দূৰৰ যেন হ'ল ! বাটৰ ওপৰত দুটা মৰা মানুহ পৰি ৰ'ল। বুকুত গুলীৰ আঘাত লৈ মেজৰ ওপৰত পৰি থকা মিছাৰ দেহটোৰ ছবি এই দ্বিতীয় দৃশ্যৰ আগত জঁয় পৰি গ'ল।

তাই হাতেৰে মুখখন ঢাকিলে। বিচনাত ল'ৰাটো টোপনিত লালকাল। তাইৰ আৰু চেকৰিখাৰ সৰু ল'ৰা-ছোৱালীবোৰে কেক্ খাই আছে আৰু বেঞ্চৰ ওপৰত সৰি পৰা টুকুৰাবোৰ সযত্নে বুটলি লৈছে। আগলৈ ভাগ্যত আৰু কি লিখা আছে ? দিনে দিনে যাতনা বাঢ়ি শেহত কি হবগৈ ? প্লেটন ক'ত আছে বাৰু ? তাক আৰু তাই দেখিব জানো ? মিছা চালিৰ তলত পৰি আছে। তাই প্লেটনৰ কোনো খবৰ নাপায়—কিজানি তাক কুকুৰৰ দৰে বিহ খুৱাই মাৰিলে, কিজানি সি মৰিলত বৰফৰ মাজত পুতি থ'লে। অ'লেনা, লেভনিয়াক, সকলো গ'ল। কেৱল এমাহ পাৰ হৈছে ; কিন্তু এই এমাহতে আজীৱন পাৰ হোৱা যেন লাগিল ; এই চমু সময়ৰ ভিতৰতে ইমান বেজাৰ আৰু আতঙ্কৰ সূচনা হ'ল যে অনেক বছৰ পাৰ হৈ যোৱা যেন

লাগিল। 'কেৱল এমাহ'—তাই আচৰিত হৈ ভাবিলে। কঠীয়া পাৰি, মৰণা ফুৰাই, ভিচি গুটি বুটলি, আলু খান্দি তেনেকুৱা কত মাহ পাৰ কৰিছে! কত নিজঞ্জাল মাহ শান্তিৰ মাজেদি গৈছে! ইটোৰ পিছত সিটোকৈ সেইবোৰ অলক্ষ্যভাৱে পাৰ হৈ বছৰৰ বুকুত মিলি গৈছে আৰু এতিয়া? মাথোন এটা মাহ! এমাহতে আজীৱন পাৰ হোৱা যেন লাগিল। সেয়েই তাইৰ ওপৰত বৰ নোৱাৰা বোজা চপালে। তাইৰ স্মৃতিত যি ঘা লগালে সি আৰু মুগুকায়; সদায় তাইক কষ্ট দি থাকিব।......

চক্ খাই চাছাই সাৰ পালে। ঘৰত থকা দেখি সি আচৰিত হ'ল। তালৈ সি কেনেকৈ আহিল? মাকে কোলাত তুলি লোৱা বা টোপনি অহা কথা তাৰ মনত নাই। খন্তেকৰ বাবে সি ওপৰৰ পিনে চাই থাকিল। হয়, এইটো সিহঁতৰে ঘৰ! সোৱা, জিনাই জুহালৰ ওচৰত গেন্‌গেনীয়া মাতেৰে টপ্‌টপাই আছে। কোঠাৰ কেউপিনে তাৰ চকু গ'ল। মাকক বেঞ্চৰ ওপৰত কুঁজা হৈ বহি থকা দেখিলে—অচলভাৱে বহি, সমুখৰ পিনে একেথৰে চাই আছিল। কম্বলৰ তলত গৰম পাই সি ভৰিকিটা মেলি দিলে। তেতিয়াও যেন তাৰ আঙুলিবোৰত খোচা-বিন্ধা কৰি আছিল; কিন্তু মধুৰ ক্লান্তি এটাই তাৰ গোটেই গা আবৰি ধৰিলে। কম্বলৰ উম লৈ আৰু মূৰৰ তলত কোমল গাৰুটো পাই তাৰ ভাল লাগিল।

"মা, তুমি কি ভাবিছা?"

তাই উচাপ্ খাই উঠিল আৰু তৎক্ষণাৎ তাৰপিনে উভতি চালে: "তই সাৰ পালিয়েই নেকি?"

"এৰা, মোৰ আৰু শুবৰ মন যোৱা নাই।"

"তেনেহ'লে আৰু অলপ সময় পৰি থাক। গাটো ভালকৈ গৰম হওক। তই তিতি-বুৰি তেনেই ঠেৰেঙা লাগিছিলি।"

ল'ৰাটোৰ গাৰপৰা কম্বলখন সৰি পৰা দেখি তাই টানি দিলে আৰু তাৰ পিছত, তাৰ প্ৰশ্নটো তেতিয়াহে শুনা যেন দেখুৱাই ক'লে, "বোপাই, আমাৰ মানুহবোৰ কেতিয়া আহিব তাকে ভাবিছোঁ।"

চকুকিটা বৰকৈ মেলি সি তাইলৈ চাই থাকিল: "ইয়ালৈ? আমাৰ গাৱঁলৈ নেকি?"

"হয়, আমাৰ ইয়ালৈ......"

তাইক বিশ্বাসত গোপনীয় কথা এটা কোৱাদি সি ফুচফুচাই ক'লে, "আৰু কুড়িলৈ সিহঁত যাবনে ?"

"নিশ্চয় কুড়িলৈকো যাব ! সিহঁত সকলো ঠাইলৈ যাব, নিপৰৰো পাৰ হৈ যাব ; প্ৰত্যেক গাৱেঁ, নগৰে বিয়পি পৰিব। সীমা পাৰ হৈ যাব ; য'তে জাৰ্মানৰ হাতত মানুহে মৃত্যুৰ যাতনা ভুগিছে, সেই সকলো ঠাই, সকলো দেশলৈকে সিহঁত যাব।"

"আৰু দেউতা ঘৰলৈ আহিবনে ?"

"আহিব সোণ, তেওঁ ঘৰলৈ আহিব। হাবিৰপৰা গৰিলাবোৰ ঘৰলৈ উভতি আহিব।"

"আৰু সকলো কথা আগৰ দৰে হবনে ?"

"সকলো কথা আগৰ দৰে হব। হব বোপাই ! আনকি আগতকৈ ভালহে হব !"

তাইৰ কথা বন্ধ হ'ল ; নীৰৱে বহি থাকি চিন্তাত নিমগ্ন হ'ল। সকলো কথা আগৰ দৰে হোৱা সম্ভৱপৰ হবনে ? ঘৰৰ মুখত বেলিফুলবোৰ গজি উঠিব জানো ? আকৌ ফুলনিত, লাইডাই নগৰৰপৰা অনা গুটিৰ, ৰঙা হলিহুকবোৰ ফুলিব নে ? আনন্দত কলকলাই ল'ৰা-ছোৱালীবোৰে আকৌ স্কুললৈ লৰ ধৰিব জানো ? গৰম কালি আহিলে জিনাই স্কুললৈ গৈ নাচ-গান শিকিবনে ? আকৌ ঘৰত ৰুটিৰে উভৈনদী হব, ঘটে ঘটে গাখীৰ উপচি পৰিব আৰু গধূলি হ'লে সিহঁত ক্লাবলৈ যাব। এইবোৰ আকৌ হব জানো ? সকলো আকৌ আহিব। গাওঁ-ভূঁই ছাৰখাৰ কৰি দিয়া সত্ত্বেও আহিব। অৱশ্যে মিছুটুকা আকৌ স্কুললৈ নাযায়, পথাৰত মিটিয়া লেভনিয়াকে আৰু গান নাগায়, ট্ৰেক্টৰৰ চকৰিৰ কাষত অ'লেনা আকৌ নবহে, ভেচিয়া ক্ৰেভ্‌চাকলৈ আৰু গাৱঁৰ ছোৱালীবোৰে প্ৰেমৰ চকুৰে নাচায়। কিন্তু গাৱঁৰ জীৱনৰ সামৰণি নপৰে ; গাওঁখন জাগ্ৰত হৈ থাকিব আৰু সমৃদ্ধিৰ পথত আগবাঢ়িব। বছৰ উকলি যোৱাৰ লগে লগে পথাৰৰ ঘেঁহুবোৰ ক্ৰমে বাঢ়ি যাব, নতুন গছবোৰ ফলেৰে উপচি পৰিব, সমূহীয়া পামৰ গাখীৰেৰে কঁৰিয়াবোৰ আগতকৈও বেছিকৈ ভৰি উঠিব আৰু আগতকৈও সৰহ ডেকা চহৰলৈ পঢ়িবলৈ যাব। কেৱল সিহঁতৰ এটা বস্তু থকা আৱশ্যক—সহ্য, ধৈৰ্য্য ; জগতৰ সকলো বস্তুৰে বিনিময়ত হ'লেও কেতিয়াও আত্মসমৰ্পণ কৰিব নোৱাৰে।

পঁজাত ৰঙা পোহৰ এটা বিয়পি পৰিল। বেলি মাৰ গৈছে; তুলিকাৰ সকলো ৰঙেৰে আকাশখন বোলাই পেলাইছে। খিৰিকীত ৰবফ গোট মাৰি হোৱা অলীক গছপাতৰ চানেকীবোৰ দাঁতিত সোণালী পাৰি লগোৱা গোলাপৰ দৰে জিলিকি উঠিল। বেগেতে আকাশখন অন্ধকাৰে আবৰি ধৰিলে, ছাঁবোৰ ঘোপমৰা হৈ উঠিল। দিগন্তৰ বুকুত মাৰ যোৱা বেলিৰ শেষ ৰহনকণ মচ নৌখাওঁতেই ৰবফৰ দৰে শীতল আৰু ৰূপালী জোনটো অসীমৰ যাত্ৰাত ওলাল। জোনালীৰ কাষত বেলিৰ শেষ ৰহন মাৰ গ'ল; অচল আকাশৰ বুকুত শাৰী শাৰী চক্‌চকীয়া পোহৰে দেখা দিলে। কিন্তু সেইদিনা গধূলি এটা অভেদ্য বিমৰ্ষতাই সকলোৰে অন্তৰ ছাটি ধৰিছিল; এনে গভীৰ আৰু নিজান যেন লগা বিমৰ্ষতা সিহঁতে কেতিয়াও অনুভৱ কৰা নাছিল। তেতিয়াও বাটত খোজৰ শব্দ মাৰ নগ'ল। তেতিয়াও বন্দীবোৰ গাৱঁৰ মাজেদি গৈ থাকিল। জ্বৰ আৰু ভোকৰ জুয়ে দেই-পুৰি নিয়া শেঁতা মুখৰ, জঁকা যেন হোৱা সমদলটোৰ যাত্ৰাৰ ওৰ নপৰিল। সিহঁতৰ ফটা ভৰিয়ে ৰবফৰ ওপৰত এটা তেজৰ পটি কৰি গ'ল। সিহঁতৰ হুটা আৰু মিনতি ভৰা--ৰুটি খোজা—চিঞৰটোৱে, তেতিয়াও ঘৰে ঘৰে প্ৰতিধ্বনিত হৈ উঠি, মানুহৰ চকুৰ টোপনি কাঢ়ি নিছিল। তেতিয়াও কোটৰত সোমোৱা, উন্মত্ত চকুবোৰে যেন মানুহবোৰলৈ চাই আছিল। সিহঁতে বুকুৰ ধপ্‌ধপনিৰ মাজত জাৰ্মান-ৰাইফলৰ কুন্দাৰে খুন্দিওৱা শব্দ অনুভৱ কৰিছিল; বন্দীবোৰক খেদি নিয়া সৈন্যবোৰৰ চিঞৰৰ ধ্বনিয়ে সিহঁতৰ গাত চাবুকৰ কোব মৰাদি মাৰিছিল।

'চহাবোৰে বুকুভগা কান্দোন জুৰিলে
টাৰ্কৰ দাসত্বৰ শিকলি পিন্ধোতে……'

এই গানটো কেতিয়াৰ বাৰু? কি হৈছিলনো? টাৰ্কৰ দাসত্ব; দূৰৰ সাগৰত টাৰ্কৰ বন্দীয়ে নাৱৰ বঠা মাৰি ফুৰিছিল; মুৰৰ ওপৰত টাৰ্কৰ আঁকোৰা তৰোৱাল সাজু হৈ আছিল। নহয়, আনকি নেজিনৰপৰা খেইভলৈকে জোৰা শাৰী শাৰী পিণ্ডত পেন পটস্কিয়ে খেতিয়কবোৰক শূলত দিয়াও ইয়াৰ সমান নহয়। নাইবা, ইউক্ৰেনত টাটাৰৰ দীৰ্ঘকাল জোৰা উপদ্ৰৱো ইয়াৰ সমান নহয়। আজি ইউক্ৰেনে তাভোকৈ বেছিকৈ তেজ আৰু জুইৰ অৱদান ভোগ কৰিছে; সঙ্গীতৰ ধ্বনিত ফুটা, ইউক্ৰেনৰ অতীত দুখৰ

কাহিনীতকৈ আজিৰ দুখ বহুত বেছি। মানুহৰ এই স্মৃতিৰ পট কেতিয়াও মলিন নহয়।

আজি নিপৰৰ দুয়ো পাৰে আৰু বিশাল ইউক্রেন জুৰি যি ঘটিব লাগিছে, তাক কেতিয়াবা সঙ্গীতে ফুটাই প্রকাশ কৰিব পাৰিব জানো? মহামাৰীৰ দৰে, ধলৰ দৰে, কোবাল বা-মৰলীৰ দৰে, দেশজুৰি বিয়পি পৰা সেই দুখৰ দিনবোৰৰ কথা জানো কোনো সঙ্গীতে বুকুত ভাৰ বৈ নিব পাৰিব? তেজৰ ধল, কাঁচীকাঠৰ কেৰ্ কেৰণি, ল'ৰা-ছোৱালীৰ বিননি, হেজাৰ হেজাৰ মানুহৰ মৃত্যু, গাৱঁৰ ওপৰত ভাঁহি উঠা ধোঁৱাৰ ক'লা টোবোৰ, অসংখ্য মৰিশালি, কুড়ি আৰু আন অসংখ্য ঠাইৰ কাঁটা তাঁৰৰ বেৰাৰ মাজত ধ্বংস পোৱা ডেকাবোৰ—এই সকলোবোৰৰ কথা কোনো সঙ্গীতে প্রকাশ কৰিব পাৰিব জানো? আৰু যি গানে মানুহৰ তেজ আতঙ্কত গোট মাৰি নিব, তেনে গান কোনে গাব বাৰু?

বাটেদি 'কুচ-কাৰাজ' কৰি যোৱা মানুহবোৰৰ দৃশ্যটো মনৰপৰা আঁতৰাবৰ মনেৰে তিৰোতাবোৰে ভাবিবলৈ ধৰিলে—"নহয়, এনে গান কেতিয়াও হব নোৱাৰে। ঘৰবাৰী মেৰামত কৰোঁতে আমি হাতে-কামে লাগিম। দূৰণিৰ পথাৰলৈকে আমি কঠীয়া সিঁচিম; বতাহত ঘেঁহুবোৰ সাগৰৰ ঢৌৰ দৰে উঠা-নমা কৰিব। ঘেঁহুৰ সোণালী ৰঙেৰে, বেলিফুলৰ জেউতিৰে, জাতিঙ্কাৰ ফুলনিৰ বগা আৱৰণেৰে আৰু ওখ শন গছেৰে আমি তেজেৰে ৰাঙলী হোৱা গোটেই ধৰণী ঢাকি পেলাম। কৃষ্ণ সাগৰৰ বুকুলৈ বৈ যোৱা নদীৰ পাৰত তেতিয়া জাৰ্মান-অস্তিত্বৰ কোনো চিন নাথাকিব।"

গাৱঁৰ মানুহবোৰ শুলে; কিন্তু এই অৱসাদ ভৰা, অসুখীয়া টোপনিয়ে কাৰো চকুলৈ জিৰণি নানিলে, কাৰো অন্তৰত শান্তি নিদিলে, কাকো সুস্থিৰ নকৰিলে। মাজে মাজে উঠি উঠি মেলিয়াচিখাই ল'ৰা-ছোৱালীবোৰলৈ চাবলৈ ধৰিলে। চাছাই টোপনিতে চটফটাই উঠি বিৰ্ বিৰাই বকি আছিল।

"সোণটো"

চক্ খাই উঠি সি সাৰ পালে, "কি হৈছে?"

"উঠ, তই বেয়া সপোন দেখিছ হবপায়।"

উদাসভাৱে মাকলৈ চাই সি বাগৰ সলালে। খিতাতে তাৰ

টোপনি আহিল। আকৌ দুঃস্বপ্নই তাক আমনি কৰিবলৈ ধৰিলে ; যেন বুকুত হেঁচা মাৰি ধৰি তাক কষ্ট দিলে।

বিচনাত ইকাটি সিকাটি কৰি যেনিয়াচিখাই কেঁকাবলৈ ধৰিলে। তাইৰ গোটেই গা বিষালে, বিষত পেট টন্‌টনাই উঠিল। কিন্তু সেইবাবে তাই শুব নোৱাৰা হোৱা নাছিল ; সেই ডাড়িয়ে-গোঁফে ভোবাকাৰ হোৱা চেৰেলা মুখবোৰে আৰু তেজেৰে ৰাঙলী হোৱা, ফটাকানিৰে বেণ্ডেজ কৰা মানুহবোৰৰ জুইৰ দৰে ৰঙা চকুবোৰেহে তাইক শুবলৈ দিয়া নাছিল।

গ্ৰখেচৰ বাহিৰে কাৰাগাৰত কোনো শোৱা নাছিল। মালাছাই একমনেৰে, নিৰাশভাৱেৰে তাইৰ চিন্তাৰ জাল বৈছিল। আৰু এদিন গ'ল, কিন্তু একো পৰিবৰ্তন নহ'ল। পিয়াহত শুকাই যোৱা ওঁঠবোৰ ফাটি গ'ল ; ইপিনে তাইৰ চকুৰ আগত সেই দিনটো ভাঁহি থাকিল। হয়, হয়, সেই ঘটনা নিশ্চয় হৈছিল। সিপিনে গাৱঁত অঘটন ঘটিব লাগিছে ; কিজানি মানুহৰ মৰা-জীযাৰ লেখ নোহোৱা হৈছে—কাৰণ দিনত বাটৰ ওপৰত গুলীৰ শব্দ শুনা গৈছিল ; আৰু জাৰ্মানবোৰেতো এনেয়ে দুগুলীয়ায়। নিশ্চয় মানুহ মৰিছে। কেৱল তাইহে এতিয়াও জীয়াই আছে, বেৰত আঁউজি বহি আছে আৰু তাইৰ গৰ্ভত জাৰ্মান-আবৰ্জনাটোক —জাৰ্মান-পোৱালিটোক—পোষণ কৰিছে।

জেভড'কিমে হুমুনিয়া কাঢ়িলে আৰু সি থকা বেৰখনৰ কাষত বাগৰ মাৰিলে।

চেকৰিখাই সুধিলে, "তোমাৰ টোপনি অহা নাই নেকি ?"

"নাই ; মোৰ শুবৰ মন যোৱা নাই। তদুপৰি ইয়াতনো আৰু কি বেছিপৰ শুবা ! তুমি নিজেই দেখোন শুব পৰা নাই……"

"সিহঁতেনো কাক গুলীয়াইছে মই তাকেহে ভাবিছোঁ। ক'ৰবাত ওচৰতে গুলীয়াইছে।"

"ওচৰ নে দূৰ কব নোৱাৰি ; বেৰখনৰ বাবেই সেইপিনৰপৰা অহা যেন লাগে। গীৰ্জাৰ সিমূৰতকৈ ওচৰ হব বুলি মোৰ মনে নধৰে।"

"জানো···"

অলগা পেলেন্‌চাকে লাহেকৈ মাত লগালে, "বাহিৰ ওলালে আমি গম পাম।"

চেকৰিখাই তাতে হয়ভৰ দিলে।

এটা কথাত আনৰ সমৰ্থন শুনিবলৈ, ছোৱালীজনী বৰ উৎকণ্ঠিত হৈ পৰাটো স্পষ্টভাৱে ওলাই পৰিছিল। সিহঁতে নিশ্চয় ওলাই যাবলৈ পাব; জাৰ্মান চিপাহীদলে সিহঁতক গুলীয়াই মাৰিবলৈ উলিয়াই নিনিয়ে; কিন্তু সিহঁতে মুক্ত হৈ গাৱঁৰ মাজত—মুক্ত মানুহৰ লগত--কথা পাতিবলৈ পাব—এইবোৰ কথাত তাই আনৰ সমৰ্থন বিচাৰিছিল। তাই হুমুনিয়া কাঢ়িলে।

"ককা, আমাৰ টোপনি নাহে যেতিয়া তুমি গল্পকে কোৱাঁ। তেতিয়া সময় বেগেতে পাৰ হব"

চিন্তাশীলভাৱে সি ক'লে, "কি কওঁনো? তদুপৰি মোৰ সাধু কবৰ মন যোৱা নাই······"

অলগাই ক'লে, "তেনে এটা গানকে গোৱাঁ।"

"তুমি যে কিখন ভাবা! কথাটো শুনা! ইয়াতনো গান গায়নে?"

"কেঁলৈ নাগায়? সকুকৈ গোৱাঁ, সিহঁতে নুশুনে।"

সি পকাচুলীয়া মূৰটো জাঁওকাই বহিল।

"বেছ তেনেহ'লে, মই গাম। মোৰ ককাই গোৱা পুৰণি গান এটা গাম······আৰু তেওঁ এইটো শিকিছিল তেওঁৰ ককাকৰপৰা। এইটো বৰ পুৰণি গান; ইউক্ৰেনৰ সমান পুৰণি হব।

"আজি ধৰণীৰ ক'তো নাই পুণ্যৰ জীৱন;
মাথোঁ, দেশজুৰি সকলোতে পাপৰ শাসন,
অন্তৰত আশা পুহি সজ জীৱনৰ
কৰিব লাগিব যুঁজ বাহু আৰু বুধিৰ বলেৰে
কৰিব লাগিব যুঁজ পুণ্যৰ কাৰণে!

আৰু কিন্তু গাব নোৱাৰোঁ! বহুত দিনৰ আগেয়ে মানুহে এইটো 'বেন্দুৰা' বজাই গাইছিল।

"অ', দহোকুৰি, গোৱাঁ, বেন্দুৰা নোহোৱাকৈয়ে গোৱাঁ··· ই ইমান করুণ নহয়······"

'দিয়া প্ৰভু সিজনক সুমতি মনত
পুণ্যৰ কাৰণে যেয়ে নামিছে ৰণত······"

চেকৰিখাই তাকে দোহাৰি ফুচ্‌ফুচাই ক'লে-"হে প্ৰভু, যি পুণ্যৰ ৰণত নামিছে, তাৰ মনত সুমতি দিয়া।"

বুঢ়াই কঁপোৱা সুৰেৰে পুৰণা গানটো গাবলৈ ধৰিলে। ই শিকলিৰ বান্ধোনৰ মাজত থকা মানুহে দুৰ্দিনৰ বিষাদত গোৱা

গান। দাসত্ব আৰু উৎপীড়নৰ মাজত এন্ধাৰ নিশা চকুলো টুকি গোৱা গান। এই পাহৰা গানটো জাগ্ৰতভাৱে পাৰ হৈ গৈছিল; যেতিয়া মুক্ত ইউক্ৰেনত বেলি ফুলেৰে উপচি পৰিছিল তেতিয়া এই গান নিস্তব্ধ আছিল আৰু তাৰ ঠাইত নতুন জীৱনে নতুন গানৰ সূচনা কৰিছিল।

কিন্তু এতিয়া—বন্ধ কোঠাটো এন্ধাৰ-ভৰা; গাৱঁৰ মাজত এটা ১৬ বছৰীয়া ডেকাৰ শ ফাঁচীশালত ওলমি আছে, খালত মৰাশ পৰি আছে; বৰফৰ তলেদি এজনী তিৰোতাৰ মৰাশ পানীয়ে উটাই নিছে; ঘৰে ঘৰে মৃত্যুৰ জালে ছাটি ধৰিছে। আজিৰ এই দিনত সেই পুৰণি গানে আগৰ দৰেই করুণ ধ্বনি তুলিছে, শ শ পুৰণি বছৰৰ দৰে আজিও বেজাৰেৰে উপচি পৰিছে।

'দিয়া প্ৰভু সিজনক সুমতি মনত

পুণ্যৰ কাৰণে যেয়ে নামিছে ৰণত……

জেভড'কিমৰ গানৰ ধ্বনি লাহে লাহে মাৰ গ'ল। সিহঁতে কলমতিয়াবলৈ ধৰিলে, মূৰবোৰে ক্ৰমে তললৈ তুপিয়াবলৈ ধৰিলে।

॥ ৯ ॥

ফেডচিয়া ক্রেভচাক চক্ খাই সাৰ পাই উঠিল, যেন কোনোবাই তাইক গা জোকাৰিহে তুলি দিলে। তাই বিচনাত বহিল। বুকুৰ ইমান ধপ্‌ধপনি উঠিল যেন গোটেইখন ফাটি পৰিব। তাই কোঁপাবলৈ ধৰিলে আৰু একেথৰে কাণ পাতি থাকিল।

তাইক কিহে জগালে? আৰু তাইৰ টোপনি আহিল কেতিয়া? তাই ভাবিছিল তাইৰ আৰু কেতিয়াও টোপনি নাহে; পিছে হঠাতে টোপনি আহিল। গভীৰ টোপনিৰপৰা কিহবাই তাইক জগাই তুলিলে। কিহে বাৰু?

কোনেও দুৱাৰত টুকুৰিওৱা নাই। গোটেইখন নিটাল মাৰি আছে। আনকি জাৰ্মানটোৰ নাকৰ ঘোঁটঘোটনিয়েও নিশাৰ নীৰৱতা ভঙ্গ কৰা নাই। নিশ্চয় ৱার্নাৰে অফিচত আনদিনাৰ দৰে পলম কৰিছে আৰু এতিয়াও উভতি অহা নাই। তথাপিও তাই নিজে সাৰ পোৱা নাই। কিহবাই তাইক হঠাতে জগাই তুলিলে। সেই বাবেই তাইৰ বুকুখন ইমান উতলাভাৱে ধপ্‌ধপাবলৈ ধৰিলে!

তাই বিচনাত আকৌ দীঘল নিদিলে, একেথৰে কাণ থিয় কৰি বহি থাকিল। ঘৰৰ বাহিৰে-ভিতৰে সকলো নীৰৱ হৈ আছে। গধূলিৰপৰা বতাহো মাৰ গ'ল। আকৌ নিশাটো পৰিষ্কাৰ হৈ পৰিল। ৰামধনুৰ দৰে ৰং ঢালি জোনে আকাশৰ বুকুত নাও মেলি দিলে; খিৰিকীৰ ছাঁটো মাটিত স্পষ্টভাৱে পৰিল। বৰফত ঢাক খোৱা খিৰিকীৰ আয়নাখনৰ বগা আৱৰণটোৰ সমুখত ঘটত থকা 'জিৰেণিয়াম্' ফুলজোপা ডুৰ্ঘোৰ ক'লা যেন দেখা গৈছিল।

হঠাৎ খিৰিকীৰ বাহিৰ পিনে কিবা এটাই লৰচৰ কৰা দেখা গ'ল। টেটু চেপি ধৰা যেন শব্দ এটা হ'ল; দুটা মাতৰ চিঞৰ এটা হঠাৎ বন্ধ হৈ গ'ল—ডিঙিৰ কাষৰপৰা ওলাবলৈ বাট নাপাই আকৌ উভতি গ'ল। ফেডচিয়া বিচনাৰপৰা জঁাপমাৰি উঠি গ'ল আৰু শুদা ভৰিৰে বাৰাণ্ডালৈ লৰ ধৰিলে। কঁপা হাতেৰে তাই

দুৱাৰৰ শলখাটো খেপিয়াবলৈ ধৰিলে ; কিন্তু দুৱাৰখন খোলা আছিল। তেনেহ'লে ৱান´াৰ এতিয়াও অহা নাই। কাৰণ শলখাটো ভালকৈ বন্ধ কৰি যাবলৈ সি কেতিয়াও নাপাহৰে।

ভাই দুৱাৰখন খুলিলে। ক'লা ছাঁ কিছুমান ঘূৰা-পকা কৰি ফুৰিছে।

"কোন ?"

ভাই সোধা নাছিল। তাত সেয়া কোন, ভাই বুজিলে। টোপনিৰপৰা চক্ খাই উঠা মুহূৰ্ততে ভাই সেই কথা জানিলে ; ধপ্ধপোৱা বুকুখন হেঁচা মাৰি ধৰিলে। ভাই ফুচফুচাই ক'লে, "মইহে, ঘৰৰ গিৰিহঁতনী। ল'ৰাহঁত ! মনে মনে থাকা। সি ইয়াত নাই।"

ইতিমধ্যে সিহঁত চালিৰ তল পালেহি। ভাই সৰু চোৰাং-চোৱাটোক চিনি পালে।

"সি এতিয়াও অহা নাই ; নিশ্চয় অফিচত আছে।"

"বাৰু তেনে, ভিতৰ সোমাবৰ কোনো আৱশ্যক নাই। আহাঁ, ভাইহঁত ! আমি সেনাপতিৰ অফিচলৈ যাওঁ।"

ফেডচিয়াই ক'লে, "ৰবা। ৰবা। কিন্তু ভাই হ'লে আছে !"

সেনাপতিয়ে টপৰাই সুধিলে, "কোন 'ভাই' ?"

"জাৰ্মানটোৰ ৰক্ষিতাজনী।"

"অ' ! সেই মানুহজনীক লৈ মূৰ ঘমাবৰ আমাৰ এতিয়া সময় নাই। এই জাৰ্মান তিৰোতাজনীক কি কৰিব লাগে তাৰ দিহা আমি কাইলৈ কৰিম।"

ফেডচিয়াই খংমুৱাকৈ ক'লে, "ভাই জাৰ্মান নহয়, আমাৰে এজনী।"

"হয় নেকি ? তেনেহ'লে দেখোন কথা বেলেগ ! ভাই ক'ত আছে ?"

"ভাইৰ কোঠাত শুই আছে।"

সেনাপতিয়ে মুখ বিকটালে।

"বাৰু, ভাইক এবাৰ চোৱা যাওক। আমাক চাকি এটা দিব পাৰিবানে ?"

"চন্তৰীটোৱে দেখিব।"

"আই, আৰু চন্তৰী নাই।"

"বাৰু তেনে, মই চাকিটো জ্বলাই দিওঁ।"

কঁপা হাতেৰে তাই জুইশলা খেপিয়াবলৈ ধৰিলে। সিহঁত ৰেড্ সৈনিকবোৰ আছিল! অৱশেষত, বহুত দিনৰ মূৰত সিহঁত ওলালহি!

সৰু চোৰাংচোৱাটোৱে তাইক এটা জুইশলা-বাঁহ দিলে। তাই চাকিটো জ্বলাই শলিতাগছ বঢ়াই দিলে।

"সেনাপতিৰ অফিচত জামিনস্বৰূপে আমাৰ পাঁচোটা মানুহক আটক কৰি ৰাখিছে।"

"কোনো চিন্তা নকৰিব আই। ইতিমধ্যে আমাৰ মানুহ সেইখিনি পালেগৈ। সিহঁতক উলিয়াই আনিব। কোনো হৈ-চৈ নকৰাকৈ আমি সেনাপতিক ধৰিব খুজিছিলোঁ।......"

"উপায় নাই, আজি সি ইয়ালৈ নাহিল। মোৰ মনেৰে সিহঁতৰ কাম ঠাহ খাই পৰিছে।"

কেৰ্‌কেৰাই উঠে বুলি তাই খুব সাৱধানেৰে দুৱাৰখন মেলিলে। ৰেড্ সৈনিকবোৰ লাহে লাহে খোজ পেলাই তাইৰ পাছে পাছে কোঠালৈ সোমাই গ'ল। বিচনাত পোহৰ পৰিবৰ কাৰণে তাই চাকিটো ওপৰলৈ তুলি ধৰিলে।

পুচিয়াই সাৰ পালে আৰু কাৰ্ট আহিছে বুলি ভাবি তন্দ্ৰাৰ অৱস্থাতে কিবা ভোৰ্‌ভোৰাই উঠিল।

হঠাৎ সেনাপতিয়ে ফেডচিয়াৰ হাতৰপৰা চাকিটো কাঢ়ি লৈ বিচনাৰ কাষলৈ আগবাঢ়ি গ'ল আৰু ভয়ানক মাতেৰে সুধিলে, "কোন এই?"

ফেডচিয়াই বুজাই ক'লে, "সেনাপতিৰ ৰক্ষিতা, আমাৰে মানুহ, নগৰত থাকে।"

চাকি লোৱা মানুহটোলৈ পুচিয়াই আতঙ্ক ভৰা চকুৰে একেথৰে চাই থাকিল। কান্ধৰপৰা নীলা সাজটো খহি পৰি তাইৰ সৰু স্তনটো উদং কৰি দিলে। তাই ভৰিকিটা কোঁচাই পেলালে আৰু অজানিতভাৱে অতি লাহে লাহে বিচনাৰ কাষলৈ হুঁহকি গ'ল; তাই যেন লুকাব খুজিছে, যেন বেৰৰ ফাঁটৰ মাজত তাই আঁৰ হব। সেনাপতি কঁপিবলৈ ধৰিলে। চাকিৰ পোহৰত, ৰঙা ৰঙেৰে বোলোৱা, পুচিয়াৰ আঙুলিবোৰ তিৰ্‌বিৰাই উঠিল; মুহূৰ্তৰ কাৰণে শেঁতা ওঁঠ দুটাৰ মাজত বগা কাগজৰ নিচিনা তাইৰ জোঙা দাঁতবোৰ জিলিকি উঠিল।

"চে বি ও ৰ্‌যা......"

ফুচফুচনিটো বতাহত উঠা পাতৰ খচ্মচনিতকৈও মৃদু; কিন্তু তথাপি চেৰিওঝাই শুনিলে। নাইবা তাইৰ লৰচৰ কৰি উঠা ওঁঠ দুটাৰপৰা সি তাৰ নামটো বুজিলে। তাৰ কঁপনি বন্ধ নহ'ল। নিজক ঢাকিবৰ চেষ্টা কৰাৰ দৰে পুচিয়াই তাইৰ ক্ষীণ হাতখন দাঙিলে; দেখাত নখবোৰ তেজত জুবুৰিওৱা যেন হৈছিল। তাইৰ ঘূৰণীয়া চকুকিটাত আতঙ্ক ফুটি উঠিল। বিচনাখন বৰ ডাঙৰ যেন হৈ পৰিল; তাই যেন এচুকত পুতলাৰ দৰে কুচিমুচি আছিল; নীলা ৰেচমৰ সাজটোৰ মাজেদি উদং স্তনটো ওলাই পৰিছিল; নিশা পিন্ধা সাজটোৰ পাতলিৰ তলত তাই ভৰিকিটা কোঁচাই পেলালে।

বাহিৰত ক'ৰবাত গুলী মৰা শব্দ শুনা গ'ল। ফেডচিয়াই ক'লে, "সেইয়া, সেনাপতিৰ তাত।"

ঠিক সেই মুহূৰ্ত্ততে আন এফালৰপৰা গুলীৰ শব্দ আহিল, তাৰ পিছত আহিল আৰু এফালৰপৰা। এতিয়া কেউপিনৰপৰা গুলী চলিল।

চাৰজিয়ে তাৰ বিভলভাৰ তুলি ললে "ব'লা"। চকুৰ পলক নেপেলোৱাকৈ তাৰ সুপৰিচিত এই ক'লা চকুযোৰলৈ সি থৰ হৈ চাই থাকিল। এটা ডাঙৰ শব্দ হ'ল। পুচিয়াৰ গাটো জোকাৰ খাই উঠিল। ওঁঠ দুটা মেল খাই যোৱাত জোঙা দাঁতবোৰ জিলিকি পৰিল। তাইৰ চকুকিটা অসম্ভৱভাৱে ওলাই পৰিল আৰু তাৰ পিছত জ্যোতিহীন হৈ অচল হৈ গ'ল।

চাৰজিয়ে হুকুম দিলে—"সেনাপতিৰ তালৈ ব'লা।" সিহঁতে দুৱাৰডলি আৰু পাকঘৰৰ বাল্টিত উজুটিয়াই জোনৰ পোহৰত তিৰ্বিৰাই থকা ৰূপালী বাটৰ অভিমুখে লৰ ধৰিলে।

গাৱঁত ভয়ানক যুদ্ধ চলিল। সিহঁতে ঘৰৰ ভিতৰৰপৰা শব্দ শুনা প্ৰথম গুলীটো মাৰিছিল জেভিয়াছে; শত্ৰুৰ কামান-বহৰ অধিকাৰ কৰিবলৈ বিস্তাৰিত বিন্নৰণ লবলৈ অহা দলটোৰ ভিতৰত সিয়ো আছিল।

শুই থাকোঁতেই সেনাপতিক ধৰিবৰ মনেৰে চাৰজি আৰু তেওঁৰ দলে যেতিয়া ফেডচিয়াৰ ঘৰলৈ চুঁচৰি গৈছিল, তেতিয়া আনটো দল চাপৰ পাহাৰটোৰ বৰফভৰা গৰাটো বগাই উঠি গীৰ্জ্জাৰ পিনে গ'ল। ধৰা নপৰিবৰ মনেৰে বগা সাজ পিন্ধি সিহঁত বৰফৰ ওপৰেদি চুঁচৰি গৈছিল; মাজে মাজে ঘৰৰ ছাঁত

লুকাইছিল, খালেদি লুকাই আহিছিল। সিহঁতৰ আগে আগে ছাৰ্জেণ্ট চেৰডিয়াক কেউপিনে তীক্ষ্ণ দৃষ্টি ৰাখি আগবাঢ়িল। এইদৰে কোনেও নেদেখাকৈ সিহঁত একেবাৰে কামানৰ ওচৰত ওলালগৈ। বৰফ আৰু আকাশৰ বৰণৰ আগত কামানবোৰৰ ক'লা নলবোৰ স্পষ্টভাৱে ওলাই পৰিছিল। বগুৱা বাই যোৱা মানুহবোৰৰ মূৰৰ বহুত ওপৰত কামানৰ নীৰৱ, দৈত্যকায় মুখবোৰ মেলখাই আছিল। কামানৰ ওচৰত তিনিটা সৈন্যই বহি গুণগুণাই কথা পাতি আছিল। চন্তৰী এটা কামান শাৰীৰ আগেদি অহা-যোৱা কৰি আছিল আৰু তাৰ খোজৰ ভৰত বৰফ ভাগি মৰ্‌মৰাই উঠিছিল।

উশাহ নিৰোধ কৰি চেৰডিয়াকে খন্তেক অপেক্ষা কৰিলে। ঠিক খালৰ কাষ পাওঁতেই চন্তৰীটো ঘূৰিল। ছাৰ্জেণ্টে তাৰ ঠেক পিঠিখনলৈ আৰু মূৰৰ ওচৰত দাঙি ধৰা সঙ্গীনখনলৈ লক্ষ্য ৰাখিলে। কোনো শব্দ নোহোৱাকৈ তেওঁ খালৰপৰা উঠি গৈ জাৰ্মানটোৰ পিঠিত সঙ্গীনৰ আগটো ভৰাই দিলে। বৰফৰ ওপৰত ছুয়ো বাগৰি পৰিল। কোনো শব্দ কৰিবলৈ নৌ পাওঁতেই চেৰডিয়াকে তেওঁৰ বিপক্ষৰ টেটুত চেপি ধৰিলে। কিন্তু কামান ৰখীয়াকিটাই সিহঁতৰ সহচৰৰ আকস্মিক অন্তৰ্দ্ধান লক্ষ্য কৰিলে।

এটাই অস্থিৰ হৈ ক'লে, "হেই, সৌপিনে হেন্স।" ঠিক সেই সময়তে এটা ৰেড্‌সৈনিকে শুকান ঠেঙুলি এটাৰ ওপৰত গচক পেলালে। ঠেঙুলিটো বিশ্বাসঘাতকতা কৰি মৰ্‌মৰাই উঠিল। হুকুমলৈ অপেক্ষা নকৰি কামানৰখীয়াকিটাই সেইপিনলৈ ৰাইফল টোঁৱালে; তেতিয়াহে জেভিয়াছে উপায় নাপাই ওচৰৰ মানুহটোক গুলীয়াই দিলে। জাৰ্মানটো উবুৰি খাই পৰিল। তাৰ পিছত ঘটনাই ইমান খৰকৈ গতি সলালে যে সিহঁতে নিজেই তবধ মানিলে; কামানৰ কাষত কোনো নাথাকিল, কামান-বহৰ সিহঁতৰ হাতত পৰিল। নগ্নাত যিপিনে জাৰ্মানৰ ঘাই অফিচ আছে সেইপিনৰপৰাও একে সময়তে গুলীৰ শব্দ আহিল।

চেৰডিয়াকে বেগ দিবলৈ আদেশ দিলে; কিন্তু মুখৰপৰা শব্দকিটা ওলোৱাৰ লগে লগেই সিহঁতৰ আগত ক'লা ছাঁ কিছুমানে দেখা দিলে। জাৰ্মানবোৰে এতিয়া বুজিলে যে আক্ৰমণকাৰীৰ সংখ্যা ভাকৰীয়া; আৰু সেইদেখি সিহঁত কোনো লুক-ঢাক নোহোৱাকৈ লৰি আহিল। গুলীৰ শব্দ হ'ল; হঠাৎ সোঁ ভৰিটোত তীব্ৰ আঘাত পোৱাত চেৰডিয়াক আঠু কাঢ়ি বহি পৰিল।

"কি হ'ল ?"

"একো নাই ! আহাঁ এতিয়া ; লক্ষ্যলৈ গুলী চলোৱা !"

লৰি যাওঁতে এটা বাগৰি পৰিল ; কিন্তু সেইবাবে বাকীবোৰে থমক্ নাখালে। সকলোৰে হাতত টমি-বন্দুক ; অনৰ্গল ঘৰ্ ঘৰাই জাউৰিয়ে জাউৰিয়ে গুলী চলিল।

"শুই পৰা ! মাটিৰপৰা গুলী চলোৱা।"

সিহঁতে কামানৰ আঁৰ ললে ; আৰু বৰফৰ ওপৰত স্পষ্টভাৱে ক'লা ছাঁ পেলোৱা সেই মূৰ্ত্তিবোৰলৈ গুলী চলালে। যাতে এটা গুলীও নষ্ট নহয় তাৰবাবে চেৰডিয়াকে খুব যত্নেৰে নিচান কৰিলে। হঠাৎ তেওঁৰ মুখখন ভয়ানকৰূপে চেঁচাপৰা যেন লাগিল, কিন্তু টমিগানটোৰ কুন্দাটো লগা বাবতে তেনে হৈছে বুলি ভাবিলে। কপালখন আৰু নাকটো ঠেৰেঙা দিলে, গাল দুখন জঠৰ হৈ পৰিল।

ৰাইফলৰ গুলী ভৰাই তেওঁ এবাৰ তললৈ চালে আৰু বৰফৰ মাজত এটা ক'লা ঘুলি দেখিলে।

"দিয়া সিহঁতক, ভাইহঁত ! জাউৰিয়ে জাউৰিয়ে গুলী চলোৱা !"

তেওঁ আঠু কাঢ়ি পৰা ঠাইৰ ঘুলিটো কিহৰ ? পায়জামাটো আঠুলৈকে তিতিল ; ইমান বৰফৰ মাজত কিন্তু এইটো বৰ আচৰিত কথা। ঘুলিটোৰ ওপৰত যেন কোনোবাই পানীহে ঢালি দিলে।

জাৰ্মানবোৰ মুকলি ঠাইখনৰ সিফালে আছিল। বাটৰ কাষৰ খালত পেট পেলাই সিহঁতে একেৰাহে গুলী চলাই আছিল। মুখখন ঢাকি ৰখোৱা বৰফৰ দ'মটোৰ আঁৰত চেৰডিয়াকে মূৰ দাঙি চালে ; আৰু অৱস্থাৰ গুৰুত্ব বুজি ললে। এনেদৰে— কামানৰ আঁৰৰপৰা খাললৈ আৰু খালৰপৰা কামানৰ পিনে— অনিৰ্দিষ্ট কাললৈ গুলীয়াগুলী চলি থাকিব পাৰিব। ইতিমধ্যে গাৱঁৰ কেউপিনৰপৰা গুলীৰ শব্দ শুনা গ'ল ; কিন্তু কি ঘটিছে, তেওঁ তাক জনা নাই। কিজানি তেওঁ আৰু তেওঁৰ পাঁচোটা মানুহৰ এই সৰু দলটো তাত বহুত কামত আহিব।

"পিছে ভাইহঁত ! সিহঁতৰ সৈতে মূৰ্খালি কৰি আমি ইয়াত ইমান পৰ বৈ থাকিবৰ কি দৰকাৰ ? জয় স্বদেশৰ জয় ! জয় ষ্টেলিনৰ জয় !"

সকলো একেগোটে জঁাপ মাৰি উঠিল। চুঁচৰি লৰি যাওঁতেই সিহঁতে ঘৰ্ঘৰাই মেচিনগান আৰু ৰাইফল চলাবলৈ ধৰিলে; সিহঁতে সঙ্গীনবোৰ সমুখৰ পিনে তুলি ধৰিলে। কেইজাপমান দিয়েই সিহঁত খালটো পালেগৈ আৰু সেই পেপুৱা লগা জাৰ্মানবোৰৰ ওপৰত জঁপিয়াই পৰিল; কিনো ঘটিব লাগিছে, তাক সিহঁতে বুজাই নাছিল। জাৰ্মানবোৰৰ ওপৰত সিহঁতে ভালকৈ পোটক তুলিলে। বাটৰ কাষৰ খালটো নিটাল মাৰিলে। বৰফৰ ওপৰত জাৰ্মানৰ দেহবোৰ ক'লা ছাঁ কিছুমানৰ দৰে পৰি থাকিল—কোঁচমোচ খাই জঘন্যভাৱে অকণমান হৈ পৰিল।

জেভিয়াছে উধাতু খাই সুধিলে, "এতিয়া কলৈ?" কিন্তু চেৰডিয়াকৰ কোনো উত্তৰ নাই। আচৰিত হৈ মানুহবোৰে উভতি চালে।

"কমৰেড চেৰডিয়াক কেনি আছে?"

চেৰডিয়াকৰ অন্তৰঙ্গ বন্ধু এলেস্কিয়ে সুধিলে, "কি হ'ল?"

"তেওঁ আমাৰ লগতে লৰি আহিছিল নে নাই?"

"বলিয়া হৈছা নেকি? অকল আহিছিল।"

"তেনেহ'লে তেওঁ কলৈ গ'ল?"

"এয়া! ইয়াতে পৰি আছে।" ভেনিয়াই চিঞৰি ক'লে। সিয়েই দলটোৰ ভিতৰত আটাইতকৈ সৰু।

এলেস্কিয়ে লৰ ধৰিলে।

কামান আৰু খালৰ মাজ-বাটতে চেৰডিয়াক পৰি আছে; তেওঁৰ হাত দুখন বহলাই মেলা আৰু এটা হাতেৰে ৰাইফলটো খামুচি ধৰি আছে।

ভেনিয়াই থোকাথুকি মাতেৰে সুধিলে, "কি হ'ল?"

এলেস্কিয়ে বৰফৰ ওপৰত চাবলৈ ধৰিলে।

এডোঙা তেজ আৰু কামানৰ কাষৰপৰা তেওঁ পৰি থকালৈকে তেজ পৰি অহা বাটটো জোনৰ পোহৰত স্পষ্টভাৱে দেখা গৈছিল।

"ক'ত লাগিল?"

এলেস্কিয়ে নীৰৱে আঙুলিয়াই দেখুৱালে। ভৰিটো আৰু ভৰিৰ হাড়ডালৰ এছোৱা বাকী ছোৱাৰ লগত সমকোণীভাৱে লাগি আছিল। সেইখিনিতে বৰফৰ ওপৰত এটা ক'লা ডোঙা বান্ধিছিল।

"গুলীয়াই ভৰিটো একেবাৰে ভাঙি দিলে, যেন দাৰেহে ঘপিয়াই কাটিলে।"

"উস্! ভাবি চোৱাচোন, কেনেকৈ সেই অৱস্থাৰেই লৰি আহিল!"

"এতিয়া ভাবিবৰ সময় নহয়। আমি এতিয়া সেনাপতি থকা ঠাইলৈ যাওঁ। তাত এতিয়া বৰ হুলস্থূল হৈছে যেন দেখা যায়।"

তৎক্ষণাৎ সিহঁতে এলেক্সিৰ পাছ ল'লে। বৰফে সিহঁতক বিন্ধিবলৈ ধৰিলে, উশাহ নিৰোধ কৰি নিলে।

প্ৰথম গুলীটোৰ শব্দ হওঁতে, কেপ্তেইন ৱান'াৰ অফিচতে 'কেম্পবেড' এখনত শুই আছিল। ৱান'াৰে সদৰৰপৰা 'টেলিফোন'ৰ খবৰ পাবলৈ বাট চাই আছিল আৰু সেইবাবে ঘৰলৈ যাব নোৱাৰিলে। কানি-কাপোৰৰ সৈতে দীঘল দি পৰি ডাঙৰ কোটটোৰে গাটো ঢাকি ললে। ইথন বেৰত আঁউজি ফেল্ডৱেবেল টোপনিত লালকাল; আৰু সিটো কোঠাত সৈন্যবোৰ আনদিনাৰ দৰেই জুম বান্ধি শুই আছিল। কেপ্তেইন বহুত সময় ৰ'ল, কিন্তু টেলিফোনত কোনো খবৰ নাহিল। ফেল্ডৱেবেলৰ ঘোঁটঘোঁটনি আৰু ওচৰৰ কোঠাটোৰপৰা অহা ফোঁচফোঁচনি শুনি তাৰ বিৰক্তি লাগিছিল। বিচনাখন টান আছিল বাবে সি বৰ অসুবিধা পাইছিল। শেহত তাৰ টোপনি আহিল; কিন্তু গুলীৰ শব্দই জগাই তুলিলে।

সি খণ্ডতে ভাবিলে—"আকৌ কোনোবাই গাৰ্'ত পকাই ফুৰিছিল হবপায়" আকৌ জাৰ্মান-আদেশৰ দুৰ্বলতাৰ এই নিদৰ্শন পাই তাৰ খং উঠিল।

তত্তালিকে তাৰ পিছতে আকৌ দুটা গুলীৰ শব্দ শুনি কেপ্তেইন বিচনাৰপৰা জাপ মাৰি উঠি গ'ল।

"জাওচ, উঠা!"

ফেল্ডৱেবেলো উঠিল। মুহূৰ্তৰ ভিতৰতে তাৰো টোপনি ভাগিল; খিৰিকীৰ ওচৰত বুটৰ কেৰ্‌কেৰণি শুনা গ'ল আৰু এদল জাৰ্মান সৈনিক কোঠাৰ ভিতৰলৈ সোমাই আহিল।

"বলছেভিকবোৰ গাওঁ পালেহি!"

"দুৱাৰ মাৰ! চাকি নুমাই দে!"—ৱান'াৰে হুকুম দিলে। সিহঁতে লৰালৰিকৈ দুৱাৰখন জপালে।

টেলিফোন থকা কোঠাটোৱেই আটাইতকৈ ডাঙৰ আৰু আত্মৰক্ষা কৰিবলৈ তাতে আটাইতকৈ উজু। সিহঁতে যে সঁচাকৈ

এই কোঠাতে আত্মৰক্ষা কৰিব লাগিব, সেই কথা ৱান্‌ৰৰ মনত কেতিয়াও খেলোৱা নাছিল। তথাপি সকলো সাজু আছিল। সি দুৱাৰৰ ডাঠ তক্তাৰ ওপৰত লোৰ পাত লগাই থোৱাইছিল; তদুপৰি দুৱাৰৰ ওপৰত দাং লগোৱা আছিল। বেৰৰ কাঠবোৰ টান; খিৰিকীত ডাঠ ঢাকনি লগোৱা আছিল। ঘৰটো পুৰণা; নিশ্চয় মালঘৰ বা ভঁৰালৰ বাবে সজা হৈছিল। এইটো ঘৰতে গাৱঁৰ ছভিয়েট, ক্লাব আৰু লাইব্ৰেৰী বহিছিল; তেতিয়া ঠায়ে নটা হ'ল; আৰু সেইছোৱা নতুনকৈ সাজিলে। তাতে সৈন্যবোৰ শুইছিল আৰু মানুহবোৰ বন্ধ কৰি ৰাখিছিল। সেইপিনৰ বেৰবোৰ পাতল আৰু দুৱাৰত সাধাৰণ তলা লগোৱা।

কিন্তু এইটো কোঠা ঠিক দুৰ্গৰ নিচিনা আছিল।

"ফুটাবোৰ খুলি দে।"

তত্তালিকে সিহঁতে বেৰত জুৰি থকা কাঠছটা আঁতৰাই পেলালে আৰু ফুটাবোৰ ওলাই পৰিল। ইয়াৰ ওচৰত বালিৰ বস্তা দ'মোৱা আছিল আৰু মজিয়াৰ ওপৰতে ঠেক গাঁত খান্দি থৈছিল। সৈন্যবোৰ কুঁজা হৈ ল'লে। বিন্ধাবোৰৰ মাজেদি গৰম কোঠাটোলৈ এছাটি চেঁচা বতাহ বৈ আহিল; কোঠাটো ধোঁৱাই ছাটি ধৰিলে। 'গুৰুম্', 'গুৰুম্' ৰাইফলৰ শব্দ হল।

"সদৰলৈ ফোন কৰি কথাটো জনোৱা, এতিয়াই! সিহঁত গৰিলা নেকি?"—ফোঁপাই-জোপাই মেচিনগানত গুলী খাঁজি থকা সৈনিকটোক ৱান্‌াৰে সুধিলে। "নহয়, সামৰিক বাহিনী।"

"সিহঁতৰ সংখ্যা বহুত নেকি?"

"কব নোৱাৰোঁ। কেউপিনৰপৰা সিহঁতে গুলী চলাইছে; সকলোপিনৰপৰা সিহঁত সোমাইছে যেন লাগে।"

ৱান্‌াৰে শাও-শপনি দিবলৈ ধৰিলে।

"ফোন কৰা!"

"হেৰ্ কেপ্তেইন, টেলিফোন বেয়া হৈছে।"

ৱান্‌াৰে মেজৰ ওপৰত কাটি হৈ টেলিফোনৰ মুখত বৃথাই চিঞৰিবলৈ ধৰিলে; নিৰ্বাক বাকচটো খুন্দা মাৰি পঠিয়ালে। টেলিফোন বেয়া হ'ল।

"কুলক্ষণীয়া সোপাই তাঁৰ কাটি পেলালে।"

বাটত গুলীৰ শব্দ হ'ল আৰু ডাঠ বেৰখনৰ ওপৰত গুলী-

ৰোৰ জৰ্‌জৰাই পৰিলহি। ওচৰৰ কোঠাটোৰ দুৱাৰত ৰাইফলৰ খুন্দা পৰিল। কিন্তু সিমানেই; দুৱাৰ নাভাগিল।

কেপ্তেইনে ভোৰ্‌ভোৰাই ক'লে, "যিমান পাৰ ঢকিয়াই থাক।"

সেই দুৱাৰখনৰ কৰ্তব্যনিষ্ঠাৰ ওপৰত তাৰ অটল বিশ্বাস আছিল।

সেনাপতিৰ অফিচ আক্ৰমণৰ নেতৃত্বৰ ভাৰ লৈছিল লেফ্‌টেনেণ্ট চেলভে। তেওঁৰ দলটোৱে প্ৰথম দুৱাৰখন ভাঙি ঘৰৰ ভিতৰ সোমাওঁতেই কামান-বহৰ অধিকাৰ কৰা দলটো পালেহি।

"চেৰডিয়াক ক'ত ?"

"চেৰডিয়াক মৰিল; কামান-বহৰ অধিকাৰ কৰা হ'ল।"

প্ৰথম কোঠাটোত সিহঁতে সৈন্যবোৰৰ বিচনাকিখন আৰু খেলিমেলিভাৱে সিঁচৰতি হৈ থকা বস্তুবোৰ দেখিলে। কিন্তু জনপ্ৰাণী কাকো নেদেখিলে।

"বিশ্বাসঘাতকৰ দল সাৰ পাই সিটো কোঠালৈ লৰ ধৰিলে।"

"তাৰপৰা সিহঁতক আমি ধোঁৱা দি উলিয়াই আনিম।"

"সকলো বাহিৰলৈ বলা! আমি বাহিৰৰপৰা আক্ৰমণ চলাম!"

সিহঁতে ঘৰটো বেৰি ল'লে; পিছে দেখিলে যে ই দুৰ্গৰ নিচিনা। ডাঠ কাঠৰ মাজেদি গুলী নোসোমায়। গুলীৰ টুকুৰাবোৰ উফৰি পৰে, তথাপি বেৰ নাভাগে। মেচিনগানৰ গুম্‌গুমনি উঠে। বেৰৰ বিন্ধাবোৰৰ মাজেদি ভমক্-ভমক্‌কৈ নীলা-ৰঙা জুইৰ শিখা ওলায়। ঘৰটোৰ মুখেদি যেন মৃত্যুৰ উদ্গীৰণ হৈছে।

চেলভে ভোৰ্‌ভোৰাই ক'লে, "সিহঁতৰ দেখিছোঁ কাৰ্টিজলৈ মমতা নাই।"

"কমৰেড্‌ লেফ্‌টেনেণ্ট, সিহঁত আত্মৰক্ষাৰ বাবে সাজু আছিল যেন দেখা যায়।"

গাওঁজুৰি গুলীয়াগুলী চলিল। নিশ্চয় আন দলবোৰেও বেলেগ বেলেগ ঠাইত জাৰ্মানবোৰক অৱৰোধ কৰিছে। এই সশস্ত্ৰ ঘৰটোৰ ভিতৰৰপৰা উঠা গুম্‌গুমনিৰ মাজত আন সকলো শব্দ মাৰ গ'ল।

"ভাইহঁত, আমি সোনকালে ইয়াৰ চমু চপাব লাগিব; ৰাতিপুৱাৰ আগতে আমি সিহঁতক উলিয়াবই লাগিব; ইয়াত

আমি বেছি সময় থাকিব নোৱাৰোঁ। ৰাতিপুৱা কেনেবাকৈ সিহঁতৰ আন কোনো বাহিনী এইপিনে আহিব পাৰে; তেতিয়া সকলো মিছা হব………"

মাটিত ওখোৰা-মোখোৰা ঠাই বাছি লৈ সিহঁত টিপৰ আঁৰত আৰু খালৰ মাজত পেট পেলাই শুই পৰিল। বিন্ধাবোৰৰ মাজেদি ওলাই পৰা ৰাইফলবোৰ ভাঙি দিবৰ মনেৰে সিহঁতে খুব সাৱধানে লক্ষ্য কৰি গুলী চলালে। কিন্তু ঘৰটোৰপৰা অবিৰাম গুলী চলি থাকিল।

লেভনিয়াকৰ ঘৰত থকা জাৰ্মানকিটাক অতৰ্কিতে আক্ৰমণ কৰিলে। ৰেড্‌সৈনিককিটাই ঘৰৰ ভিতৰ সোমাই সিহঁতক শুই থকাতে পালে। জাৰ্মান সৈনিককিটা ভয়ত জঁাপ মাৰি উঠিল আৰু কেউপিনে সিচঁৰতি হৈ থকা বস্তুবোৰত উজুটিয়াই বিচনাৰ কাষৰ্ত থকা ৰাইফলবোৰত হাত দিলে।

লেভনিয়াক ভয়ত বিহ্বল হৈ পৰিল; মিন্‌চেঙ্কই চিঞৰি ক'লে, "মাটিত শুই পৰা।"

তাই বাধ্যভাৱে শুই পৰিল আৰু তাইৰ কেঁচুৱাটোক বিচনাৰ তললৈ ঠেলিবলৈ ধৰিলে। কোঠাটো আকৌ নিজান হৈ নপৰালৈকে তাই ঘটনাটো বুজিবই পৰা নাছিল। ৰেড্‌সৈনিককিটা ওলাই লৰ মাৰিলে। সিহঁত সপোনৰ দৰে নোহোৱা হ'ল; মাটিত খঁৰা-পায়জামা পিন্ধা জাৰ্মানৰ শবোৰ পৰি থাকিল।

"আহ, ভেচিয়ুটকা, মোক অলপ ধৰি দে। ঘৰৰ ভিতৰৰপৰা আমি এই আবৰ্জনাবোৰ পেলাই দিব লাগিব"—পুতেকক ক'বৰ সময়তো তাইৰ গাৰ কঁপনি মাৰ যোৱা নাছিল। দুয়ো শবোৰ চোঁচোৰাই আনিলে। ফোঁপাই-জোঁপাই তাই জাৰ্মানবোৰৰ ভৰিত ধৰি টানিবলৈ ধৰিলে। ভেছিয়াৰ বয়স মাথোন বাৰ বছৰ, ইপিনে তাই নিজে গৰ্ভৱতী।

"লাহে লাহে ব'ল। ইমান লৰালৰি কৰিব লাগিছে কেলৈ ?"

কিন্তু ভেছিয়াৰ লৰালৰি কৰিবৰ এটা কাৰণ আছিল। ৰেড্-সৈনিকবোৰৰ লগতে সি পুলুকা মাৰি ওলাই যাব নোৱাৰিলে; আৰু এতিয়া আকৌ মাকে এই আপদীয়া কামত লগাই ৰাখি থৈছে। গাৱঁত গুলীয়াগুলী চলিছে; চিঞৰ-বাখৰ শুনা গৈছে। কি ঘটিছে তাক নিজ চকুৰে চাবলৈ নগৈ সি ইয়াত ইপিনে ভৰিত

ধৰি মৰা জাৰ্মানৰ শ টানি ফুৰিছে। কিজানি সিহঁতে তাক বন্দুক এটাও দিলেহেঁতেন! কি ঠিক? বাৰু, যদি দিলেহেঁতেন?

যি নিস্তব্ধভাৱ মাজত গাৱঁৰ ওপৰত প্ৰথমে আক্ৰমণ চলিছিল, সেই নিস্তব্ধতা আৰু এতিয়া নাই। বাটত সিহঁতৰ ছাঁ পৰিলে ধৰা পৰে বুলি কোনেও এতিয়া বেৰাৰ কাষেদি চুঁচৰি লুকাই আহিবৰ চেষ্টা কৰা নাই।

"ভাইহঁত, মনত ৰাখিবা যাতে এটা মানুহো জীৱিত অৱস্থাত পলাবলৈ নাপায়।" গাওঁ সোমোৱাৰ আগতে সিহঁতে বিভিন্ন দল পাতি বেলেগ হৈ পৰাৰ আগতে লেফটেনেণ্টে সেইদৰে কৈছিল।

আৰু সিহঁতে বুজিছিল যে এই বিপদজনক পৰিকল্পনাৰ সফলতা নিৰ্ভৰ কৰিছিল কেৱল এই কথাৰ ওপৰতে।

জাৰ্মানবোৰে বেলেগ বেলেগ ঠাইত বেলেগ বেলেগ নীতি অনুসৰণ কৰিছিল। কিছুমান ঠাইত সিহঁতে ঘৰৰ ভিতৰৰপৰা প্ৰতিৰোধ কৰিবলৈ থিৰাং কৰিছিল; আন ঠাইত সিহঁতে ভয়ত বিমোৰ হৈ কেৱল খঁৰা-পায়জামা পিন্ধিয়েই হাতত ৰাইফল আৰু গুলী কিছুমান লৈ বাহিৰলৈ ঢাপলি মেলিছিল। এইদৰে আদ্-নাঙঠ অৱস্থাৰে ভয়ানক বৰফৰ মাজেদি সিহঁত লৰি গৈছিল; আৰু ঘৰৰ চুকত জলকা মাৰি মৰোঁ-জীওঁ-সোঁ-আধিকৈ গুলী চলাবলৈ ধৰিছিল।

হঠাৎ কেউপিনে—মাটি ফুটি ওলোৱাদি—তিৰোতাৰে ভৰি পৰিল। এই গুলীয়াগুলীৰ মাজত সিহঁতৰ গাত গুলী পৰিব পাৰে বুলি চাৰজিয়ে তিৰোতাবোৰক চিঞৰি ক'লে—"আঁতৰি যোৱাঁ; আমাক দিগ্দাৰ নকৰিবা।" "কমৰেড্, মোৰ ঘৰত ছটা জাৰ্মান আছে। বেগেতে ব'লা!" ৰেড্সৈনিক এটাৰ চোলাৰ হাতখন আজুৰি পেলচেৰিথাই খাটনি জুৰিলে।

"তোমাৰ ঘৰনো ক'ত?"

"তুমি মাথোন মোৰ লগে লগে আহাঁ, মই দেখুৱাই দিম। একেবাৰে ওচৰতে আছে, খন্তেকৰ বাট!" তাই যিদৰে খাটিবলৈ ধৰিলে যেন ভাৰা দিবৰ কাৰণে তাই ঘৰটোৰ গুণ-গৰিমাহে গাইছে।

তাইৰ পাছে পাছে এদল ৰেড্সৈনিক লৰ ধৰিলে; কিন্তু অলপতে সিহঁতে বুজিলে যে ই ইমান সহজ কথা নহয়। সিহঁত

ধাৰাসাৰ গুলীৰ সন্মুখীন হ'ল। ইয়াতো বেৰত বিন্ধা কৰি লৈছে; ঘৰৰ ভিতৰৰপৰা সিহঁতৰ পিনে মৃত্যুৱে লেলিহান জিভা মেলিছে।

ৰেড্‌সৈনিকৰ সৈতে পেলচেৰিখাও মাটিত দীঘল দি পৰিল। হঠাৎ তাইৰ কাষৰ সৈনিকটোৱে বুকুখন খামুচি ধৰিলে আৰু এটা কেঁকনি মাৰি তাৰ ৰাইফলটোৰ ওপৰত ঢলি পৰিল!

তাই চিঞৰি উঠিল, "ভাইহঁত! এইদৰে কোনো কাম নহব। সিহঁতে এইদৰে এটা এটাকৈ তোমালোকক মাৰি শেষ কৰিব; সিপিনে সিহঁত নিৰাপদে বহি থাকিব। সেইদেখি ঘৰটোতে জুই লগাই দিয়া।"

"এইটো তোমাৰ ঘৰ নেকি?"

"আৰু কাৰ ঘৰ হব? যোৱাঁ, জ্বলাই দিয়া!"

"ঘৰত আৰু কোনোবা আছে নেকি?"

"কেঁচুৱাটো............ডাঙৰবোৰ পলাল, কিন্তু............... দোলনাতে........."

"তোমাৰ হৈছে কি? বলিয়া হ'লা নেকি?"

তাই ৰেড্‌সৈনিকটোৰ বাহুত খামুচি ধৰিলে।

"শুনা, বোপাই! মই কি কৰিব খুজিছোঁ সেই কথা জানো... মোৰ কেঁচুৱাটোৰ বাবেই তোমালোক সকলোবোৰ মৰিব লাগিছে কিয়?......মযেই তাৰ মাক, আৰু মযেই আকৌ কৈছোঁ—ঘৰত জুই লগাই দিয়া।"

"আই, তুমি একেবাৰে বলিয়া হ'লা; এইবোৰ বলিয়ালি বকিছা!"

"ঘৰটো জ্বলাই দিয়া! মই কেৰ্ঘেহোঁৱা নাই যেতিয়া তোমালোকৰ কি কথা? কিজানি আমি তাক ৰক্ষা কৰিব পাৰোঁৱেই......সোৱা, চোৱাঁ!"

আৰু এটা ৰেড্‌সৈনিকে লৰালৰিকৈ তাৰ বাহুটো ৰুমালেৰে বান্ধিলে। বান্ধোনৰ মাজেদি তেজ বিৰিঙি আহি এটা ৰঙা চেকা সানিলে।

মানুহবোৰ পেলচেৰিখাৰ কথা শুনিবলৈ মান্তি নহ'ল; কিন্তু তাই সিহঁতৰ কাপোৰত আজুৰি সেই কথাকে কৈ থাকিল।

"তুমি বৰং আঁতৰি থকাই ভাল, সিহঁতে তোমাকো মাৰিব। কেনেকৈ গুলীয়াইছে দেখা নাই জানো?"

"বুঢ়ী এজনীকনো কিয় মাৰিবৰ মন কৰিব?"

এটা খিড়্কাইদি ৰাইফলৰ গুলী আৰু নহা হ'ল। "সৌৱা, চোৱাঁ! আমি ঠিকমতে গুলীয়াব পাৰিলেই হয়, তেতিয়া সকলো ঠিক হৈ পৰিব।"

"শুনা! মূখেদি সোমাব নোৱাৰিনে? সৌ সিফালেদি গৈ—মূখেদি?"

"সেইটোৱেই বৰং বেছি যুক্তিপূৰ্ণ! ইপিনে তুমি ইমান পৰ কেৱল ঘৰটো পুৰি পেলাবলৈকে চিঞৰি আছিলা। তালৈ কেনি যাম? বাটটো দেখুৱাই দিয়া।"

কিছুমান তাতে থাকিল; সিহঁতে দুগুণ উদ্যমেৰে গুলী চলাবলৈ ধৰিলে। আনবোৰে পেলচেৰিখাৰ সৈতে লৰ ধৰিলে।

অলপ সময়ৰ পিছতে ঘৰৰ ভিতৰত সকলো অন্ত পৰিল। ছুৱাৰখন মেলি পেলচেৰিখাই চিঞৰিবলৈ ধৰিলে, "সুগুলীয়াবা, সুগুলীয়াবা।"

ৰেড্‌ সৈন্যবোৰে ভিতৰলৈ লৰ দিলে। জাৰ্মানবোৰ তাতে মৰি পৰি আছিল; এটা মেচিনগানৰ ওপৰত উবুৰি হৈ আছিল; বাকীকিটা সঙ্গীনৰ খোঁচ খাই মৰিল।

"চেৰিওঝা, সৌটোলৈ চোৱাঁ! তাৰ ঠিক কপালতে লাগিল।"

জাৰ্মানটো ততালিকে মৰিল।

পেলচেৰিখা তেতিয়া দোলনাৰ ওচৰত আঁঠু কাঢ়ি আছিল। তাই শুকান আৰু ভগা মাতেৰে ক'লে, "সিহঁতে তাক মাৰিলে।"

মানুহবোৰে ঘূৰি চালে। মানুহজনীয়ে তাইৰ কোলালৈ সৰু দেহাটো তুলি ল'লে; তাৰ মূৰটো ভাগি গুড়ি হ'ল। দোলনাত তেজে ডোঙা বান্ধিলে।

"নিশ্চয় সি কান্দিছিল, সেইদেখি সিহঁতে তাৰ লাওখোলাটোকে ভাঙি গুড়ি কৰিলে।"

মৰা কেঁচুৱাটো কোলাত লৈ পেলচেৰিখা তাতে থিয় দি আছিল; নিজৰ অজানিতে তাইৰ হাত ছুখনে তাক জোকাৰি আছিল।

"চোৱাঁ……ইপিনে আকৌ তোমালোকে ঘৰটো জ্বলাই দিব খোজা নাছিলা। মৰা কেঁচুৱা এটাৰ বাবত তোমালোকে দুখ কৰিছিলা। তাৰ বাবতে তোমালোকৰ ছুজন মানুহ আহত হ'ল।"

"ধৈৰ্য্য ধৰক, আই।"

"মই কন্দা নাই বোপাই, কন্দা নাই। তোমালোকে মোক মাথোন বন্দুক এটা দিলাহেঁতেন যদি……"

লাহে লাহে গাৰঁত গুলীয়াগুলী বন্ধ হ'ল। কেৱল সেনা-পতিৰ তাতহে যুঁজ চলি থাকিল। আকাশত লাহে লাহে পোহৰে দেখা দিলে। ৰং-বিৰঙৰ জেউতি চলা জোনটো আৰু তুয়ো-কাষে জুৰি থকা ৰামধনুখন মলিন হৈ পৰিল। নীল অসীমৰ বুকুত আকাশখন ঢাক খালে; পৃথিৱীখন এটা বৰফ ভৰি থকা, কাঁচৰ ঢোপৰ নিচিনা হ'ল। সেনাপতিৰ ঘৰৰপৰা অবিৰাম গুলী চালনাৰ ফলত উঠা জুইৰ ৰঙা শিখাবোৰেহে এই ৰূপালী আৰু নীলিম আৱৰণৰ বুকু ভেদি দেখা দিছিল।

"ভাইহঁত, এইদৰে একো নহব। খিৰিকীৰ ওপৰত কেইটা-মান হাতবোমা মৰাহে ঠিক হব, কিজানি ঢাকনিবোৰ বৰ মজবুত নহয়।"

"তাৰ কাষলৈ যাবা কেনেকৈ? সিহঁতে উন্মাদৰ দৰে গুলীয়াইছে।"

বেৰৰ ফুটাবোৰেদি ধাৰাসাৰে জুইৰ শিখা ওলাই থাকিল। একেৰাহে গুলী চলি থাকিল – বহুত ঠাইত একে সময়তে চমকা-চমকে বৰফ উৰাই নিলে।

আকাশলৈ চাই চেলভে ক'লে, "পোহৰ হৈ আহিছে।" দূৰত দিগন্তৰ বুকুত এচমকা ৰঙা পোহৰে দেখা দিলে। সিহঁতৰ অনুমানতকৈ যুদ্ধ বেছি সময় চলিল। দিনত জাৰ্মান-বাহিনী ওলাবহি পাৰে; অকস্মাত সিহঁতৰ সহায়ৰ বাবে নতুন বাহিনী পাবহি পাৰে। নিশাৰ এন্ধাৰত এই যুঁজ নেদেখিব পাৰে। কিন্তু দিন হ'লেই জাৰ্মানৰ সেই অজান ভয় আঁতৰি যায়—মুকলি-মূৰীয়া হৈ ঘূৰি ফুৰিবৰ সাহ হয়। যদি ক'ৰবাত এই বাহিনীৰ লগত সংযোগ আছে! আৰু নিশ্চয় জাৰ্মানবোৰৰ এই বাহিনী-টোৰ লগত যোগাযোগ আছে—তেনেহ'লে সিহঁতে টেলিফোনৰ 'লাইন' বন্ধ হোৱা লক্ষ্য কৰিব আৰু ইয়াৰ বিচাৰ কৰিবলৈ মানুহ পঠাব। দিনৰ পোহৰ জাৰ্মানৰ অনুকূল। "তেনে ভাইহঁত……"

"কমৰেড্ লেফ্টেনেণ্ট, এইদৰে একো কাম নহব যেন লাগিছে। অৰণ্যে লাগিলে আমি এইদৰে এবছৰো বহিব পাৰোঁ। এতিয়া হাতবোমা এটা মাৰিব পৰাহেঁতেন!"

হঠাৎ চাৰজিয়ে ক'লে, "বাৰু তেনে। চেষ্টা কৰি চোৱাত কি হানি ?"

"ইয়াত চেষ্টা কৰিবা কেনেকৈ ?"

"কোনো কথা নাই। মই এবাৰ চেষ্টা কৰিম।"

কিছু দূৰেদি তেওঁ ঘৰৰ মুখৰ পিনে গ'ল। তাৰ পিছত বিন্ধাবোৰ নথকা পিনে ঘৰৰ কাষলৈ চুচৰি আহিল। তেওঁৰ গাত লাগে বুলি ৰেড্‌সৈনিকবোৰে গুলীয়াবলৈ বন্ধ কৰিলে।

চেলভে চিন্তিতভাৱে ক'লে, "তেওঁ কি কৰিব খুজিছে ?" কিন্তু চাৰজি তেতিয়াও লাহে লাহে চুচৰি আগবাঢ়ি গৈ থাকিল।

সিহঁতে দোক্‌মোকালিৰ ক্ষীণ পোহৰত ক'লা বিন্ধাটোৰ মাজত ৰাইফলৰ নলটোৱে নিচান ঠিক কৰি ঘূৰি ফুৰা দেখিলে; একেৰাহে গুলীয়াই যেন মৃত্যুৰ নাগপাশ মেলিছে।

হঠাৎ চাৰজি থিয় হ'ল। সিহঁতে ঘটনাটো বুজাৰ আগতেই চাৰজিয়ে সেই অগ্নিশিখাৰে সংহাৰ মূৰ্তি ধৰা বিন্ধাটোৰ সমুখত থিয় দিলে আৰু ভীষণ জোৰেৰে খিৰিকীৰ ওপৰলৈ এমুঠা হাতবোমা দলিয়াই দিলে। গোঁজৰণিত গোটেইখন কঁপি উঠিল। ধোঁৱাৰে ধুঁৱলী-কুঁৱলী হৈ পৰিল। জুয়ে লেলিহান শিখা মেলি খেদি আহিল। খিৰিকীৰ সমুখৰ মানুহটো শূন্য আকাশত ওলমি থকা যেন লাগিল। তেওঁ যেন অন্তহীনভাৱে তললৈ বাগৰি আহিছে! তেওঁৰ গাটো জুইৰ পোহৰত স্পষ্টভাৱে ওলাই পৰিছিল। তাৰ পিছত গাটো কোঁচ খাই গ'ল আৰু লাহে লাহে মাটিলৈ সৰি পৰিল।

"আগবাঢ়া !"—ছেলভে আদেশ দিলে।

সিহঁত লৰালৰিকৈ ঘৰটোলৈ গ'ল। বিন্ধাৰ মাজেদি ওলোৱা মেচিনগান নীৰৱ হৈ পৰিল; তাৰ কাষেদি তেজ বৈ আহিল। মেচিনগান মৰা মানুহকিটাও নীৰৱ হৈ পৰিল। হাতবোমাকিটা কামত আহিল!

"তোমালোক মোৰ পাছে পাছে আহাঁ!"

সিহঁতে ঘৰটো গুলীয়াই খান্তাং কৰিলে আৰু হাতবোমাই ভঙা ফুটাটোৰেদি জঁপিয়াই ভিতৰ সোমাল; ভগা আয়নাই সিহঁতৰ হাত কাটিলে। ডাঙৰ খুটাবোৰত জুয়ে ছাটি ধৰিছিল।

মেলিয়াচিখাই চিঞৰি ক'লে, "ভাত আমাৰ মানুহ আছে! আমাৰ মানুহ।"

তেতিয়াহে জামিনৰ মানুহবোৰলৈ সিহঁতৰ মনত পৰিল। বেৰত কাণ পাতি তেতিয়াও সিহঁত এন্ধাৰ কোঠাটোৰ ভিতৰতে সোমাই আছিল। প্ৰথম গুলীটো মাৰোঁতে সিহঁত শোৱা নাছিল; নিজৰ বুকুৰ স্পন্দনৰ দৰে সিহঁতে এই শব্দ শুনিছিল। খন্তেকৰ বাবে সিহঁতে নিস্তব্ধ হৈ বাট চালে। প্ৰথম গুলীৰ পিছতে দ্বিতীয় গুলী মাৰিলে। নাই, ইয়াত কোনো সন্দেহ নাই—ই কেতিয়াও চন্তৰীয়ে মৰা আকস্মিক গুলীৰ শব্দ হব নোৱাৰে।

চেকৰিখাই চিঞৰি ক'লে, "আমাৰ মানুহ!"

অল্‌গাই ফুচফুচাই ক'লে—"আমাৰ মানুহ!"

কেৱল মালাছা তাইৰ ঠাইৰপৰা লৰচৰ নহ'ল; তেতিয়াও তাই চক্‌চকীয়া চকুযোৰেৰে অন্ধকাৰৰ মাজলৈ চাই থাকিল।

জেভডকিমে ক'লে, "সিহঁতে গীৰ্জাৰ ওচৰত গুলীয়াইছে।"

"কিন্তু জাৰ্মানৰ কামানেৰেহে·········"

বেৰৰ কাষতে এটা গুলীৰ শব্দ হ'ল। অল্‌গাই চিঞৰ মাৰি দিলে।

"গণ্ডগোল নকৰিবা। সিহঁত এইখিনি পালেহি।"

এন্ধাৰৰ বেৰাৰ মাজত সিহঁতে একো নেদেখাকৈ যেন ফান্দৰ মাজতহে সোমাই আছে। ইপিনে বেৰৰ সিফালে গুলীয়াগুলী, লৰাঢপৰা আৰু যুঁজ চলিছে, তথাপি সিহঁতে একো দেখা নাই, একো জনা নাই।

"আমাৰ সৈন্যবোৰ অহাৰ আগতেই জাৰ্মানবোৰ আমাৰ এইখিনি পাবহি।"- গ্ৰখেচে এইবুলি ভাবিলে; কিন্তু তিৰোতা-বোৰে ভয় খাই বুলি সি একোকে নক'লে। দুৱাৰৰ সিপাৰে কি ঘটিব লাগিছে, তালৈ সি উত্তেজিতভাৱে কাণ পাতি থাকিল। খন্তেকৰ পিছতে ৰাইফলৰ কুন্দাৰে বাহিৰৰ দুৱাৰখন ভঙা শুনা গ'ল; কাষৰ কোঠাটোত মানুহৰ খোজৰ শব্দ শুনিলে। সি দুৱাৰখনত ঢকিয়াবলৈ ধৰিলে।

"আমাক উলিয়াই নিয়া। আমাক উলিয়াই নিয়া।"

কিন্তু বেৰৰ সিপাৰে চিঞৰ-বাখৰ আৰু ভৰিৰ গোৰোহনিৰ শব্দ শাম নাকাটিল; কোনেও তাৰ চিঞৰ নুশুনিলে।

"হেৰা, তোমালোকো আহাঁ। মোক সহায় কৰি দিয়া। নহলে সিহঁতে আমাৰ কথা নুশুনে। আৰু কিমান পৰ আমি ইয়াত বহি থাকিম?"

অল্‌গাই ভতালিকে বেৰত ঢকিয়াবলৈ লাগিল। চেকৰিখায়ো যোগ দিলে।

"ভাইহঁত, আমাক উলিয়াই নিয়া।"

বেৰৰ সিপাৰে হুলস্থুল, চিঞৰ-বাখৰ আৰু গুলীয়াগুলী চলিয়েই থাকিল। কোনেও বন্দীবোৰৰ হতাশ আহ্বানৰ প্ৰত্যুত্তৰ নিদিলে।

"ডাঙৰকৈ! ডাঙৰকৈ! একেৰাহে চিঞৰি থাকিলে সিহঁতে নিশ্চয় শুনিব........."

"জৰুল গাৰ্ঁৰ কোনোবাই সিহঁতক কব। সিহঁতে আমাক পাহৰি পেলালে নেকি?"

আকৌ সিহঁতে ঢকিয়াবলৈ ধৰিলে। এনেতে বাহিৰত ভৰিৰ গোৰোহনি শুনিলে। তেনেহ'লে ৰেড্ সৈনিকবোৰ ঘৰটোৰপৰা গুচি গ'লগৈ! সকলো খন্তেক নিস্তব্ধ হৈ পৰিল। বন্দীবোৰৰ সমুখত যেন এটা পাতালফুটা কুৰুং ওলাই পৰিল; উদ্ধাৰৰ সকলো আশা যেন লোপ পালে।

হুটা মাতেৰে জেভড'কিমে ক'লে, "ইয়াৰ অৰ্থ কি? আমাৰ মানুহবোৰ পাছ হুঁহকি গৈছে নেকি?"

অল্‌গাই বিনাই ক'লে, "আহ!"

"চুপ মূৰ্খ! ককা, তুমি বুঢ়া মানুহ হৈয়ো অবুজনৰ দৰে কথা কৈছা। সিহঁতে সিটো দাঁতিৰপৰা চেষ্টা কৰিছে, সেয়া শুনা নাই নেকি?"

সকলো মনে মনে থাকিল।

কিন্তু সিফালে তোলপাৰ আৰু গুলীৰ শব্দ বেছিহে হ'ল।

"সিহঁতে বাটৰপৰা ঘৰটো আক্ৰমণ কৰিব খুজিছে।"

"সেইটো কাৰ মেচিনগান?........."

"সেইটো জাৰ্মানৰ......সেয়া! এইটো আমাৰ।"

সকলোৱে জুম পাতি কাণ থিয় কৰি শুনি থাকিল। কেৱল মালাছা অচলভাৱে বহি থাকিল; যি ঘটিছে তাৰ লগত যেন তাইৰ সমূলি সম্পৰ্ক নাই।

জেভড'কিমে ক্ষীণ মাতেৰে ক'লে, "উস্! মোৰ ঈশ্বৰ। দয়ালু গোসাঁই ঐ!"

গ্ৰখেচে তাৰপিনে চালে।

"তুমি প্ৰাৰ্থনা আৰম্ভ কৰিবলৈ লাগিলাই নেকি?"

বুঢ়াৰ পক্ষ লৈ চেকৰিখাই ক'লে, "প্ৰাৰ্থনা কৰিব খুজিছে কৰক। তোমাৰ জানো কিবা অপকাৰ হৈছে ?"

জেভড'কিমে ছুৱাৰমুখত আঠু কাঢ়ি বহি বাৰ্দ্ধক্যৰ কঁপা মাতেৰে আৰম্ভ কৰিলে—"আকাল, ভুঁইকঁপ, মহামাৰী আৰু শত্ৰুৰ আক্ৰমণৰপৰা আমাক ত্ৰাণ কৰা, হে প্ৰভু......"

গ্ৰেখেচ অতিষ্ঠ হৈ পৰিল। বাহিৰত গুলীয়াগুলী চলিয়েই থাকিল; হঠাৎ এটা ভয়ানক বিস্ফোৰণ হ'ল। গোটেই ঘৰটো যিদৰে কঁপি উঠিল যেন ভাগিহে পৰিছে।

"আই ঐ !"—অল্‌গাই চিঞৰিলে।

সিহঁতে বাহিৰত কথা পতা আৰু হুলস্থূলৰ শব্দ বেছি হোৱা শুনিলে। একেবাৰে ওচৰৰ কোনোবা এঠাইৰপৰা এজনী তিৰোতাই খুব চিঞৰা শব্দ আহিল আৰু প্ৰায় তাৰ লগে লগে আকৌ ছুঁৱাৰৰ ওপৰত ৰাইফলৰ কুন্দাৰ কোব পৰিল।

গ্ৰেখেচে ক'লে, "ছুৱাৰমুখৰপৰা আঁতৰি যোৱাঁ ! পাছলৈ যোৱাঁ।"

সকলো পাছ হুঁহকি গ'ল। মেট্‌মেটাই ছুৱাৰখন খহি পৰিল।

সিহঁতৰ এনে লাগিল যেন এন্ধাৰৰ মাজলৈ দিনৰ উজ্জ্বল পোহৰৰ ধল বৈ আহিছে। দোকমোকালিৰ ক্ষীণ পোহৰে কাষৰ কোঠাটো পোহৰাই তুলিলে; মাজে মাজে জুইৰ জোঙা আৰু ৰঙা শিখাবোৰ জিলিকি উঠিল। প্ৰথমেই মেলিয়াচিখা উধাতু খাই লৰি আহিল।

"আমাৰ মানুহ ইয়ালৈ আহিছে ! আমাৰ মানুহ আহিছে ! ওলাই আহঁা !"—তাই ক'লে; আৰু হাঁহি আৰু কান্দোনৰ দোমোজাত চেকৰিখাৰ চোলাৰ হাতটো সাৰটি ধৰি ক'লে, "তোমাৰ ল'ৰা-ছোৱালীকিটা মোৰ ঘৰত আছে; সিহঁতৰ ভাল। গাৱঁত আমাৰ সৈন্য আছে ! সিহঁত গাৱঁতে আছে !"

"হেৰা ! ইমান চিঞৰ-বাখৰ নকৰিবা। আমাক ওলাই লবলৈ দিয়া।"—গ্ৰেখেচে সিহঁতক চিঞৰি ক'লে।

মালাছা একেজঁাপে মাটিৰপৰা উঠিল আৰু একো নমতাকৈ ঘৰৰপৰা বাহিৰলৈ লৰ ধৰিলে। ডেকা ৰেড্ সৈনিক এটা ভৰিত কাপোৰ মেৰাই ছুৱাৰডলিত বহি আছিল। তাৰ কাষত পৰি থকা জাৰ্মান-ৰাইফলটো তাই নিৰ্ভয় মনেৰে খাপ মাৰি তুলি ললে।

"হেই ! কি কৰা !"—সি চিঞৰি ক'লে আৰু ধৰিবলৈ হাত মেলিলে ।

কিন্তু সেই চেৰা-বলিয়া যেন মানুহজনীৰ ক'লা চকুযোৰৰ হৃদয়বিদাৰক চাৱনিটো দেখি সি ততালিকে হাত নমাই দিলে ।

"আহ ! তাই বলিয়া......"

গ্ৰেখেচে ক'লে, "নিয়ক তাই সেইটো । ইয়াত জানো কিবা জাৰ্মান-ৰাইফলৰ নাটনি পৰিছে ?"

ঘৰৰ পাছপিনে চিঞৰ-বাখৰ লাগিল ।

"সোৱা সি পলাইছে ! সৌটো পলাই সাৰিল !"

কেপ্তেইন ৱান'াৰ ধোঁৱাৰ মাজত উশাহ-নিশাহ নোপোৱাৰ দৰে হ'ল । অনৰ্গল গুলী চলাৰ ফলত বন্ধ কোঠাটো এন্ধাৰ হৈ পৰিল । ধোঁৱাই তাৰ উশাহ নিৰোধ কৰিলে ; চকু পুৰিবলৈ ধৰিলে । তাৰ ৰাইফলৰ নলটো অতিপাত তপত হৈ পৰিল । আহত সৈন্যটোৱে বেৰত আঁউজি কেঁকাই থকা শুনি ৱান'াৰৰ আমনি লাগিল । উভতি ঠিক তাৰ মুখলৈকে গুলীয়াই দিবৰ মন গ'ল ; কিন্তু ৱান'াৰে তাৰ ৰাইফলটো এৰি আহিব নোৱাৰিলে । কেউপিনে মাটিত আহত সৈন্যবোৰ পৰি আছে । ৱান'াৰে ভাবিলে যে জীৱিত অৱস্থাত সি এই ঠাইৰপৰা ওলাব নোৱাৰিব । সিহঁতে তাক অতৰ্কিতে আক্ৰমণ কৰিলে ; ইপিনে সি এইকথা একেবাৰে অসম্ভৱ বুলি ভাবিছিল । সদৰৰ বৰমূৰীয়াসোপাৰ কেৱল ধান-চাউল আৰু চৰ্বীৰ চিন্তা—তাকে সিহঁতে নেৰানেপেৰাকৈ খুজি থাকিব । কিন্তু গাৰ্ৰৈলে অহা বাটকিটা নিৰাপদে ৰাখিবলৈ চেষ্টা কৰা কথাটো সিহঁতৰ মুৰতে নেখেলায় । গৰিলাৰ নাম শুনিলেই সিহঁতৰ হাত-ভৰিৰ কঁপনি উঠে ; কিন্তু সেই বিষয়ে সিহঁতৰ কথাৰ ওৰ নপৰে । সিহঁতৰ ওচৰতে কি ঘটনা হৈছে আৰু বলছেভিক্‌বোৰ ক'ত আছে—এইবোৰ সিহঁতে নাজানে !

ৱান'াৰে একো ঠাৱৰ কৰিব নোৱাৰিলে । সিহঁত যুদ্ধক্ষেত্ৰৰপৰা বহুত দূৰত আছে বুলি সকলো খবৰৰপৰা জনা গৈছিল । আজি কিন্তু হঠাৎ সামৰিক বেড্‌বাহিনীয়েই জাৰ্মান সেনাপতিৰ অফিচ বেৰি ধৰিলে ; গৰিলা হোৱা হ'লেও এটা কথা ! ৰণক্ষেত্ৰৰপৰা

বহুত দূৰৰ ঠাইতো সিহঁতৰ দ্বাৰা এনে ঘটনা হোৱা সম্ভৱপৰ। ভাল হৈছে! এতিয়া সিহঁতে ভালকৈ শস্তি পাব!

আহত মানুহটোৰ কেঁকনি ক্ৰমে বাঢ়ি গ'ল; তাৰ পেটত আঘাত লাগিছিল। এই ভূতে পোৱাটো! ইয়াত কি হৈছে তাৰ কথা নিশ্চয় কোনোবাই শুনিব; ইয়াত মৃত্যুৰ তাণ্ডৱ লীলা হোৱাৰ কথা শুনি সিহঁতৰ গা শিয়ঁৰি উঠিব। ৱার্নাৰৰ কাণ দুখন গুম্‌গুমাই উঠিল আৰু মূৰটো ফাটি যোৱা যেন পালে। আৰু কিমান পৰ চলিব? লাইন কাটিলে যেতিয়া টেলিফোনত জনোৱাৰ কোনো উপায় নাই। সি গাৰ্ড গুলীৰ শব্দ শাম কটা শুনিলে; কিন্তু অফিচৰ মুখৰ মুকলি ডোখৰত তোলপাৰ বাঢ়িহে গ'ল। জৰুল তাৰ বাহিনীটো নির্মূল হ'ল; এতিয়া অফিচেই একমাত্ৰ অৱশিষ্ট দুৰ্গ।

তাৰ পিছ মুহূৰ্ততে গোটেই তল-ওপৰ লাগিল। আৰু কোঠাটোৰ ধোঁৱাময় বতাহ কঁপাই কাণ তাল মৰা বিস্ফোৰণৰ শব্দ এটা আহিল। সি উফৰি বেৰত পৰিলহি। চিঞৰ-বাখৰৰ শব্দ তাৰ কাণত পৰিল। খিৰিকীৰ ঢাকনিবোৰ ভাগি গ'ল; সি বুজিলে, খিৰিকীত কোনোবাই এমুঠা হাতবোমা মাৰিলে। জুইৰ শিখাবোৰে ফণা মেলি খেদি আহিল। হঠাৎ ৱার্নাৰে কান্ধত বৰ আঘাত লগা অনুভৱ কৰিলে। মাটিত সৈন্যবোৰৰ টুকুৰা-টুকুৰ মঙহ আৰু ক্ষতবিক্ষত হাত-ভৰি ছিটিকি পৰিছিল। নহয়, ইয়াত থকাৰ আৰু কোন আৱশ্যক নাই। সি বিজুলী বেগেৰে কাষৰ কোঠাটোলৈ লৰ মাৰিলে। তাত গণ্ডগোল কম। সেই সৰু গুদামঘৰটোত কেৱল এটা ফুটা আছে আৰু মেচিনগানৰ মানুহটোৱে সেই বাটেদি একেবাহে ধোঁৱাত হাত টিপি আকাশৰ পিনে লক্ষ্য কৰি গুলী চলাই আছে। কোনেও তাৰ গুলীৰ প্ৰত্যুত্তৰ দিয়া নাই; হয়তো সেইপিনৰপৰা সিহঁত গুচি গ'ল। তৎক্ষণাৎ ৱার্নাৰে শলখাডাল খুলিলে; জনক্‌কৈ খিৰিকীখন মেল খালে। তাৰ একে খুন্দাতে খিৰিকীৰ আয়নাবোৰ ভাগিল। তাৰ পিছত একেজাঁপে বাহিৰৰ বৰফৰ ওপৰত পৰিলগৈ; তাত কোনোবা আছে নেকি বা সি বন্দুকৰ আগতে ওলাবগৈ নেকি—এইবোৰ চাবলৈ সি আৰু নৰ'ল। বাহিৰৰ কুঁৱলীভৰা মুকলি বতাহত সি দীৰ্ঘশ্বাস পেলালে; ৰাতিপুৱাৰ বৰফৰ চিক্‌মিকনিয়ে তাৰ চকু জলকৃতবক্ কৰি পেলাইছিল। পাছপিনে সি চিঞৰ-বাখৰ আৰু খোজৰ শব্দ শুনিলে।

নিশ্চয় এতিয়া ৰেড্ সৈনিকবোৰ ঘৰৰ ভিতৰ সোমাল। সমুখত মেলিয়াকহঁতৰ চালিখন দেখিলে; সেয়ে প্ৰথম আশ্ৰয়ৰ স্থান। সি সেইপিনে বেগ দিলে।

হঠাৎ মাটি ফুটি ওলোৱাদি মালাছা তাৰ আগত থিয় দিলেহি। ৰাইফলৰ নলটোত ধৰি তাই তাৰপিনে খেদা মাৰি গ'ল। ৱান্‌'াৰে নিচেই কাষতে তাইৰ গোমোঠা মুখখন আৰু ৰঙা চকুযোৰ দেখিলে। চকুকিটা ডাঙৰ, ক'লা। ৰূপৰা চুলিকোছা এই মুখখনৰ ওপৰত বাগৰি পৰিছে; ভয়ানক হৈ পৰিছে যদিও মুখখন মোহ লগা। নিপোটল হাতকিটাৰে মালাছাই প্ৰবল বেগেৰে ৰাইফলটো মূৰৰ ওপৰলৈ তুলি ল'লে। ৱান্‌'াৰেও ততালিকে নিচান কৰিলে। এটা গুলীৰ শব্দ হ'ল, কিন্তু সেই মুহূৰ্ততে ভীষণ জোৰেৰে তাৰ মূৰত ৰাইফলৰ কুন্দাৰ কোব পৰিল। সি কেঁকাই মাটিত বাগৰি পৰিল। তাৰ নাক ভাগিল, কপালখন থেতেলা খাই গ'ল আৰু মুখৰ ওপৰেদি হোলোকা-হোলোকে তেজ বৈ গ'ল। তেজে তাৰ উশাহ বন্ধ কৰি দিলে। চকুত তেজ সোমাল; ডিঙিয়েদি তেজ কল্‌কলাই বাহিৰলৈ ববলৈ ধৰিলে। ৱান্‌'াৰৰ উশাহ নিৰোধ হৈ গ'ল।

তাৰপৰা তুখোজ আঁতৰত মালাছা পৰি থাকিল। হাড় ভাগি ডোখৰ ডোখৰ হোৱা শব্দ শুনাৰ লগে লগে তাই গুলীৰ শব্দ শুনিছিল। কিন্তু গাত গুলী লগাটো তাই সৌভাগ্যৰ কথা বুলি ধৰিছিল। ই যেন উচিতভাৱেই তাইৰ পেটত লাগিলহি; তাই কষ্ট অনুভৱ কৰা নাছিল। নহয়, ইয়াক কষ্ট নোবোলে, সি হৈছে সুখ। তাইৰ ওঁঠত এটা তৃপ্তিৰ হাঁহিয়ে দেখা দিলে। যোৱা এমাহ জুৰি যিটো ভাব ফুটি উঠি তাইৰ মুখত বাৰ্দ্ধক্যৰ ছাঁ পেলাইছিল, সি সমূলি নোহোৱা হ'ল। মালাছাৰ চকুযোৰ ক'লা, গাৰ বৰণ তাম বৰণীয়া; তাই গাৱঁৰ ভিতৰত আটাইতকৈ ধুনীয়া ছোৱালী। সেই মালাছা আজি হাত মেলি আকাশৰ পিনে মুখ কৰি তাতে পৰি থাকিল। তেতিয়াও তাই ৰাইফলটো হাতেৰে খামুচি আছিল; কিন্তু তাই নিজে তেতিয়া বহুত দূৰত আছিল। তাই আছিল সকলোৰেপৰা বহুত আঁতৰত; ৰামধনুৰ ৰঙৰ মাজত, হিমভৰা পুৱঁতিৰ নীলিম আকাশৰ বুকুত আৰু বেলিৰ প্ৰথম ৰশ্মিৰ পৰশ পোৱা বৰফৰ চিকমিকনিৰ পোহৰত তাই উটি-বুৰি ফুৰিছিল।

পোহৰৰ প্ৰথম ৰেখাকিটাই যেন ৰামধনুৰ টোপনি ভাঙি দিলে। ওৰে নিশা আকাশত ক্ষীণ ধনুখন দেখা গৈছিল ; কিন্তু আকাশৰ গভীৰ বুকুৰ মাজত খুব অস্পষ্টভাৱে মুকুতাৰ মালাৰ দৰেহে দেখা গৈছিল। এতিয়া ইয়াৰ গাত ৰ'দালিয়ে উজ্জ্বলতা, উত্তাপ আৰু ৰহণ সানি দিলে। ধনুখনে নিৰ্মল পোহৰেৰে আৰু ৰঙচঙীয়া দলিছাৰ দৰে মিহি ৰং ঢালি আকাশৰ বুকুত পোহাৰ মেলিলে। ৰঙা পাপৰিৰ জেউতিৰে, বসন্তত আগতীয়াকৈ ফুলা স্থলপদ্ম ফুলৰ বেঙুনীয়া ৰহণেৰে, লাইশাকৰ নিৰ্মল সেউজীয়া বোলেৰে, বনৰীয়া মেটেকাৰ গাঢ় আৰু পাতল ৰঙৰ সমাবেশেৰে, গোলাপৰ তেজীৰঙা ৰঙেৰে আৰু 'কেম্পায়ন' ফুলৰ সোণালী বৰণেৰে ধনুখন উপচি পৰিল। ইয়াৰ উপৰিও এটা অক্ষয় বিকিৰণে উম লগা জিলিঙনি মেলি দিলে।

মালাছাৰ চকুকিটাই এই ৰামধনুখনৰ পিনে চাই থাকিল। আকাশ জুৰি উজ্জ্বল ধনুখনে ছাটি ধৰিছিল। গাৰপৰা বৈ অহা তেজৰ সোঁতৰ লগে লগে তাইৰ জীৱন-বস্তিও ক্ৰমে নুমাই আহিল। তাইৰ আঙুলিবোৰ জঠৰ হৈ পৰিল, ভৰিকিটা চেঁচা হৈ আহিল আৰু গাটো ঠেৰেঙা লাগিল। তাইৰ তৃপ্ত চকুযোৰে একেৰাহে দূৰণিৰ সৰগৰ ইমুৰ-সিমুৰ জোৰা ৰামধনুৰ দীপালী-পথৰ পিনে চাই থাকিল। পোহৰৰ পথটোৱে অচিন লক্ষ্য অভিমুখে যাত্ৰা কৰিছে ; ই সৰগৰ নীলিম বুকুত, ৰ'দালিৰ পৰশত ক্ৰমে উজ্জ্বল হৈ উঠা, এটা সুখৰ পথ। মালাছা—গাৱঁৰ ভিতৰত আটাইতকৈ ধুনীয়া ছোৱালী আৰু সমূহীয়া পামৰ শ্ৰেষ্ঠা কৰ্মী ; তাই এই ৰামধনুৰ পথেদি যাবলৈ ধৰিলে। বাতৰি কাকতত সিহঁতে তাইৰ কথাকে লিখিছিল ; তাইৰ বাবেই গ্ৰীষ্মৰ কত নিশা প্ৰণয়ত উপচি পৰিছিল !

তেতিয়া আৰু বৰফ নাই। তাইৰ মূৰৰ কাষত যেন ধান-খেৰৰ খচ্‌খচনি উঠিল ; বতাহত ফুলৰ সুগন্ধ আহিল। ওচৰতে ক'ৰবাত যেন নিজৰাৰ পানীৰ কল্‌কলনি উঠিল। চৰণীয়া পথাৰৰ পৰা ভাল গোন্ধ এটা আহিল। দূৰৰপৰা মানুহৰ মাত, ছোৱালী-বোৰৰ গান আৰু ল'ৰাবোৰৰ হাঁহিৰ শব্দ বতাহত ভাঁহি আহিল। বাদ্যযন্ত্ৰৰ সুৰে নিশাৰ নিস্তব্ধতা ভাঙি দিলে। তাইৰ চকুযোৰে আকাশত ৰামধনুখন বিচাৰিবলৈ ধৰিলে ; কিন্তু, ক'ত ? গৰমৰ নিশাত জানো ৰামধনু ওলাব পাৰে ?

……ইভানে উলাহত হাঁহিছে। তাৰ ক'লা চেলাউবিযোৰৰ তলৰ ধোঁৱাবৰণীয়া চকু দুটা তাইৰ মুখৰ আগত ভাঁহি উঠিল। ছবিখন মলিন হৈ পৰিল; নিশাৰ এন্ধাৰে সকলো ধুই নিলে। কিন্তু ৰামধনুখন আগৰ দৰে তাতে জিলিকি থাকিল। ইয়াৰ জেউতিৰে চকুৰ হেঁপাহ গুচাবলৈ তাই আকৌ এবাৰ চাব খুজিলে।

কিলাকুটিত ভৰ দি কষ্টেৰে মালাছাই কোনোমতে গাটো দাঙিলে। গাৰ মাজেদি এটা অমানুষিক বেদনাৰ শিহৰণ বৈ গ'ল; আকৌ তাই বৰফৰ ওপৰত বাগৰি পৰিল। মৰণ চমু চাপি আহিল বুলি তাই অনুভৱ কৰিলে আৰু হাত দুখন ওপৰলৈ দাঙি ধৰিলে; আকাশ ছাটি ধৰা ৰামধনুখনৰ ৰংচঙীয়া ফিটাডাল ধৰিবলৈ চেষ্টা কৰিলে। কিন্তু তাইৰ আঙুলিবোৰে কেৱল অন্ধকাৰহে খামুচি ধৰিলে। আকাশৰ পিনে চাই থকা তাইৰ চকুকিটা ঢলি গ'ল। ওঁঠকিটা মেল খাই পৰিল; তাৰ মাজেদি তাইৰ নিমজ, বগা দাঁতবোৰ জিলিকি পৰিল। বেদনাভৰা হাঁহিটোৰে তাইৰ মুখত এটা আচৰিত অভিব্যক্তি সানি দিলে।

ঘৰৰ পাছপিনে চিঞৰ-বাখৰ ক্ৰমে বাঢ়ি গ'ল। তিৰোতাবোৰে বন্দী জাৰ্মানবোৰক ধৰি নিছিল। ভঁৰালৰ তলৰপৰা টাৰপিলিখাই পলৰীয়া জাৰ্মান এটাক উলিয়াই আনিলে। ৰাইফল পেলাই থৈ খোলা দুৱাৰেদি দৌৰ মাৰি সি চুকৰ খেৰৰ দ'মৰ মাজত লুকাই আছিল। বৰফৰ ওপৰত পৰা তাৰ খোজবোৰেই তাক ধৰা পেলাই দিলে। টাৰপিলিখাই তাইৰ সহায়ৰ বাবে ৰেড্-সৈন্যক মাতিবৰ কোনো আৱশ্যক বোধ নকৰিলে। হাতত ওখোন আৰু জবকা লৈ গ্ৰখেচৰ ছোৱালী দুজনী তাইৰ লগত আহিছিল; সিহঁত মনে মনে ভঁৰালৰ ভিতৰ সোমাল।

"হেই, তাৰপৰা ওলাই আহ। ফ্ৰচিয়া; সি তাতে আছে। খেৰৰ মাজত কুচিমুচি সোমাই আছে।"

"ৰ'বা নেঠেলিবা। মই ওখোনেৰে খুৰ্‌খুৰাই তাৰ গা শাঁত কৰিম।"

"বেৰৰ কাষেদি যোৱাঁ। পলৰীয়াটোৱে ক'ৰবাত গুলীয়াব পাৰে।"

অৱৰুদ্ধ যোদ্ধাই সিহঁতৰ কথাবোৰ বুজিলে; কিন্তু সি খেৰৰ মাজেদি তাৰপিনে টোঁৱোৱা ওখোনডাল দেখিলে। লবালবিকৈ গাৰপৰা খেৰবোৰ গুচাই সি ওলাই আহিল। তাৰ ফটা কানি-

কাপোৰবোৰ গাৰপৰা টুকুৰা-টুকুৰকৈ ওলমি পৰিছিল। তিৰোতা মানুহৰ অতিপাত কজলা ৰঙৰ পায়জামা এটা মূৰত মেৰোৱা আছিল।

"এইটো ক'ৰবাৰ ছোৱালী-ফুচুলুৱা! তাৰ পটটি চোৱাঁ। হেই, আগবাঢ়ি আহ!"

ভয়ত জাৰ্মানটো দুৱাৰমুখ পালেহি। দুৱাৰডলিত সি উজুটি মাৰি পৰিয়ালে। "কেনেকৈ চুচৰিছে চোৱাচোন! আহ, ওপৰলৈ হাত তোল! ফ্রস্কা, চোৱাচোন, ক'ৰবাত খেৰৰ মাজত ৰাইফল আছে নেকি? থাকিলে কামত আহিব।" ছোৱালীজনীয়ে চুকটো ভালকৈ চালে।

"নাই, একো নাই। নিশ্চয় সি পেলাই থৈ আহিল।"

"বীৰৰ গোট কি নাচাবা! ইপিনে ভৰিত বুটো এযোৰ! ইস্!"—টাৰপিলিখাই ক'লে।

জাৰ্মানটোৰ ভৰিকিটাত ফটাকানি মেৰোৱা আছিল। "জৰুল তাৰ ভৰি ঠেৰেঙা লাগিছিল। কেনেকৈ ভৰি চোচোৰাই আহিছে চোৱাঁ!"

"ইয়ালৈ আহিবলৈ তাকতো কোনেও মতা নাছিল! ঘৰত থাকি সি ইচ্ছামতে জুহালত জুইৰ উম লৈ থাকিব পাৰিলেহেঁতেন। কিন্তু, তাৰ আকৌ আমাৰ দেশলৈহে হুতাহটো লাগিল।"

বাটলৈ মানুহবোৰ লৰি আহিল।

"ক'ৰপৰা খুচৰি উলিয়ালা, টাৰপিলিখা?"

"হে হে, এইটিলৈ চোৱাঁ!"

"তোমালোকক বাৰু কি লাগে? মই বন্দী এটা লৈ অহা দেখা নাই জানো? এইদৰে ইয়াত থৰ লাগি চাই থকাতকৈ তোমালোকে নিজৰ ভঁৰাল আৰু চালিৰ তলত ভালকৈ চোৱাঁগৈ! সিহঁতে কেউপিনে উজানৰ মাছৰ দৰে জঁপিয়াই ফুৰিছে। সিহঁতৰ সকলোকে আমি ধৰিবই লাগিব।"

খোঁৰা আলেকজেণ্ডাৰে ক'লে, "তেওঁ ঠিক কৈছে। আহাঁ, সিহঁতৰ কোনোবা লুকাই আছে যদি আমি বিচাৰোঁগৈ, ব'লা।"

সকলোৱে হাতত ওখোন, কোৰ-কুঠাৰ লৈ লৰ ধৰিলে।

"ব'লা, আমি সকলো একেলগে যাওঁ।"

"দলেৰে গ'লে বৰ ফূৰ্ত্তি হব।"

"আহ্, ক'ৰবাত জাৰ্মানৰ গাত গচকে বুলি ফ্ৰচিয়াৰ ভয়টো চোৱাঁ।"

"চিন্তা নকৰিবা। গচক দিবলৈ হ'লে এনেকৈ দিম যাতে সি চিঞৰ মাৰিবলৈকে সময় নাপায়।"

সিহঁতক শান্ত কৰিবৰ মনেৰে আলেকজেণ্ডাৰে ক'লে, "বাৰু, বাৰু, তোমালোক ইমানকৈ চেল্‌বেলাই নাহিবা!"

সিহঁতৰ গোটেই দলটোৱে ঘৰে ঘৰে ঘূৰিলে। সিহঁত ছাগলী-গঁৰালৰ মেৰবোৰ দাঙি চালে, ভঁৰালবোৰ ভালকৈ চালে। ল'ৰা-ছোৱালীবোৰে সিহঁতৰ লগতে লৰাঢপৰা কৰিবলৈ ধৰিলে; সিহঁতে চুকবোৰ খুচি ফুৰে আৰু আনন্দত চিঞৰ-বাখৰ লগায়।

তেনেতে সেহাই যোঁপাই চাছা লৰি আহিল। "আমাৰ ভঁৰালত এটা জাৰ্মান আছে।"

হেঁচাঠেলা কৰি সকলো ভঁৰাললৈ লৰ ধৰিলে আৰু ভয়ত কোঁচমোচ খোৱা জাৰ্মানটোক উলিয়াই আনিলে। ৰেড্‌ সৈনিকবোৰেও গাৰঁত তন্ন তন্নকৈ বিচাৰিলে, তিৰোতাবোৰৰ লগত ভেটাভেটি হওঁতে সিহঁতে হাঁহি দিলে। তিৰোতাবোৰে প্ৰতিটো চুক-কোণ চিনি পায় আৰু সেইবাবে সিহঁতৰ অনুসন্ধান বেছি ফলৱতী হৈছিল।

"বাৰু, বেছি বন্দী কোনে পালে?"

"তোমালোকে, তোমালোকে।" হাঁহি হাঁহি সৈন্যবোৰে স্বীকাৰ কৰিলে।

ছেলভে খংমুৱাকৈ সুধিলে, "সিহঁতৰ সেনাপতিটো কলৈ গ'ল? আকৌ তাক এবাৰ বিচাৰি চোৱাঁ। সিতো আৰু ওপৰেদি ডেও দি পলোৱা নাই।"

সিহঁতে মৰা জাৰ্মানবোৰৰ মাজত চালে। ফেল্ডৱেবেল আৰু আন সৈন্যবোৰ আছে।

"কেপ্তেইন ক'ত? কেপ্তেইনক বিচাৰি উলিওৱাঁ।"

কিন্তু ৱাৰ্নাৰ চালিৰ পাছপিনে বৰফৰ মাজত পৰি আছিল। মাৰৰ কোবত এটা চকু ওলাই পৰিল। ইটোৰে সি ওপৰৰ আকাশৰ পিনে চাই আছিল। মূৰৰ যন্ত্ৰণা অসহ্য হৈ উঠিল। মূৰৰ ওপৰত যেন এটা প্ৰকাণ্ড হাতুৰীৰে কোবাই আছে আৰু জুইৰ ৰঙা, কজলা ফিৰিঙটিবোৰ ছিটিকি পৰিছে। ফুটা চকুটোত যেন একুৰা জুইহে জ্বলিছে; ডিঙিয়েদি তেজৰ সোঁত বৈছে। সি যিমান পাৰে সিমান সোনকালে তেজবোৰ গিলি থয়; কিন্তু

গিলাৰ পিছতে আকৌ উশাহ নোপোৱা হয়। তথাপি তেজ বৈয়েই থাকে—যেন ই পাতালফুটা নাদৰপৰাহে ওলাই আহিছে। তেজবোৰ একেৰাহে গিলি থাকে। সি বুজিছিল, গিলিবলৈ বন্ধ কৰিলেই সেই তেজৰ ধলৰ মাজত উশাহ লব নোৱাৰা হব। ইপিনে তাৰ ডিঙিৰ ভিতৰত আঘাত লাগিছিল; সেইবাবে সি সহজভাৱে গিলিব পৰাও নাছিল আৰু গোটেই গা এছাৰি ছাটিফুটি কৰি আছিল। সি গাটো ঠেৰেঙা লগা যেন পালে; আৰু জানিলে যে কোনোবাই যদি ততালিকে তাক নেদেখে আৰু সহায় নকৰে, তেনেহ'লে সি নিশ্চয় ঠেৰেঙা লাগি মৰিব। তাৰ গা শিয়ঁৰি গ'ল। কোনে তাক সহায় কৰিব? খেতিয়কবোৰে? এই আপদীয়া গাওঁখনৰ ঘৃণনীয় খেতিয়কবোৰে? তাৰ অন্তৰ আতঙ্কত ভৰি উঠিল—যদি নমৰি সি খেতিয়কবোৰৰ হাতত পৰি ওখোনৰ খোচ খাবলগীয়া হয়! নহ'লে বলছেভিক্‌বোৰৰ হাতত যদি সি বন্দী হয়!...............

গোটেইখন নিটাল মাৰিলে। গুলীয়াগুলী বন্ধ হ'ল। মিছা আশাৰে নিজক ফাঁকি দিবলৈ সি চেষ্টা নকৰিলে। সি বুজিলে যে তাৰ গোটেই বাহিনীটো নিৰ্মূল হ'ল আৰু সিহঁতহে জিকিল। নিৰাশাই তাৰ অন্তৰ ফালি নিলে। ধোঁৱাবৰণীয়া কোট পিন্ধা সেই জধলা মানুহবোৰে তাক—কেপ্তেইন ৱার্ৰক—আক্ৰমণ কৰিলে। ই কেনেকৈ সম্ভৱপৰ হ'ল?

সি যেন ইয়াৰ উত্তৰ বিচাৰিহে দূৰৰ নীলিম আকাশলৈ তাৰ অকলশৰীয়া চকুটোৰে একেথৰে চাই থাকিল। কিন্তু তাত সি ৰামধনুখনহে দেখিলে—দিগন্তৰ ইমূৰৰপৰা সিমূৰলৈ জুৰি থকা বিৰাট ধনুখনে এডাল ৰংচঙীয়া ফিটাৰ দৰে স্বৰ্গ আৰু পৃথিৱীৰ মাজত মিলনৰ গাঁথনি বান্ধিছে। ৰামধনুৰ মিহি ৰংবোৰ জিলিকি আছে। তাৰ অজ্ঞান মনৰ মাজত এটা অস্পষ্ট সোঁৱৰণ জাগি উঠিল। সি বাৰু এনে ৰামধনু এখন ক'ত দেখিছিল? অ' হয়, সেই বৰফ-ধুমুহা হোৱাৰ আগতে। তেতিয়া সেই মানুহজনীয়ে কি কথাটো কৈছিল? তাইৰ মতে ৰামধনু মঙ্গলৰ লক্ষণ।

কেপ্তেইন ৱার্ৰে কেঁকাবলৈ ধৰিলে। এটা উলাহ ভৰা জেউতি লৈ ৰামধনুখন জিলিকি আছিল। সুলক্ষণীয়া হ'লেও ই তাৰ কাৰণে সুলক্ষণ নহয়। ৰামধনুখনে পুলকভৰা প্ৰাণেৰে পোহৰ দি থাকিল, কিন্তু সি আৰু নেদেখা হ'ল। ঘন এন্ধাৰৰ মাজত সি বুৰ গ'ল।

## ॥ দহ ॥

সেইদিনা মৰাবোৰক আৰু এমাহ জুৰি খালৰ বৰফৰ মাজত পৰি থকাবোৰক সিহঁতে গীৰ্জাৰ সমুখৰ মুকলি ডোখৰত কবৰ দিলে।

পুত্তেকৰ শটো লৈ যাওঁতে ফেডচিয়া ক্ৰেভচাকে নিজে সহায় কৰি দিলে। তাই তাৰ নিঃসাৰ আৰু আচৰিত ৰকমে পাতল হৈ পৰা মূৰটো ধৰিছিল; তাৰ মিহি চুলিবোৰ তাইৰ আঙুলিৰ পৰশত ৰেচম যেন লাগিছিল। তাই সেই ক'লা, কাঠত ছাপ কটা যেন মুখখনলৈ চাই অকণো কষ্ট বা বেজাৰ নাপালে। ভেচিয়া বহুত দিন ৰ'ল। লগৰীয়াবোৰে তাক বৰফৰ মাজৰপৰা খান্দি উলিয়ালে; সিহঁতেই তাক সেই উমৈহতীয়া কবৰটোৰ মাজত শান্তিৰ কোলাত ঠাই দিলে।

খালৰ থিয় গৰাৰ ওপৰেদি 'শ্লেজ'বোৰ লাহে লাহে যাবলৈ ধৰিলে। বৰফৰ ওপৰত বাগৰি নপৰাকৈ পুত্তেকৰ শটো ধৰি ফেডচিয়া কাষে কাষে গ'ল। ভেছিয়াৰ কাষত পৰি থকা সেই অপৰিচিত মানুহৰ শবোৰ তাই মাকৰ দৰে আলফুলকৈ ধৰি পোনাই দিলে।

ছেলভে আদেশ দিলে, "তেওঁলোকৰ লগতে ছোৱালীজনীকো কবৰ দিয়া। তাই যোদ্ধাৰ দৰে ৰণ কৰি মৰিছে!"

মেলিয়াচিখাই ক'লে, "তাই ছোৱালী নহয়, তিৰোতা মানুহ। তাইৰ গিৰিয়েক সৈন্যবাহিনীত ভৰ্তি হৈছে।" কিন্তু যেতিয়া সিহঁতে মালাছাৰ শটো আনিলে, তাইৰ নিজৰে ভুল হোৱা যেন লাগিল। বৰফৰ ওপৰত তাই দেখিলে—এজনী ছোৱালী—গাভৰু ছোৱালী। এবছৰৰ আগতে তোলপাৰেৰে তাইৰ বিয়াখন পাতি-ছিল; মেলিয়াচিখাই তাইক তেতিয়া যেনে চেহেৰাত দেখা মনত পৰে, ঠিক তেনেকুৱাই দেখিলে।

এটা বেড্‌ সৈনিকে মনে মনে ক'লে, "তাই ধুনীয়া আছিল।"

এৰা, তাই সুন্দৰী আছিল। মালাছা আছিল গাৱঁৰ ভিতৰত আটাইতকৈ ধুনীয়া ছোৱালী। তাইৰ চকুৰ পিৰিকটিৰ দীঘল

নোমবোৰৰ ছাঁটো গালত পৰেহি। মূৰৰ ক'লা কেঁকোৰা চুলি-বোৰে ঢৌ খেলি থাকে। তাইৰ ক'লা চেলাউৰিযোৰ চাতক চৰাইৰ পাখীৰ দৰে তাইৰ নির্মল, মিহি কপালখনত বেঁ পৰে। তাইৰ জঠৰ ওঁঠকিটাত বেদনাভৰা হাঁহি এটা বিৰিঙি আছিল; সেই হাঁহিটোৰপৰা কোনেও চাৱনি আঁতৰাই নিব নোৱাৰে।

সিহঁতে লেভনিয়াকৰ শটো ফাঁচীকাঠৰপৰা নমাই আনিলে। তাৰ গর্ভৱতী মাকৰ তেতিয়া প্রসৱৰ প্রথম বেদনাই দেখা দিছিল; কিন্তু তাই ঘৰত থাকিবলৈ মান্তি নহ'ল। পুতেকৰ ঠৰঙা, ক'লা দেহাটোৰ পিনে তাই হাত মেলিলে; যোৱা এমাহ জুৰি বতাহ আৰু বৰফৰ মাজত সি ফাঁচীকাঠত ওলমি আছিল। তাই সাৱধান কৰি ক'লে, "লাহে লাহে, লাহে লাহে"—যেন তেতিয়াও সি বেদনা অনুভৱ কৰিব পাৰিব।

ছোৱালীবোৰে তাইক সহায় কৰি দিলে। সি পাতল হৈ পৰিছিল; সমূলি গধুৰ নাছিলেই। ষোল বছৰীয়া আছিল যদিও এতিয়া তাৰ মুখখন কাঠত ছাপ কটা সৰু ল'ৰাৰ মুখৰ নিচিনা হৈছিল।

সিহঁতে আহল-বহল কবৰ এটা খান্দিলে আৰু শবোৰ ওচৰা-উচৰিকৈ শুৱাই দিলে। এমাহৰ আগেয়ে মৰা মানুহবোৰৰ শবোৰ এতিয়া শিল যেন টান; ছাৰজি ৰেচেঙ্কৰ বিকলাঙ্গ শৰীৰৰ অৱশিষ্ট টুকুৰাবোৰহে আছিল; ছেৰডিয়াকক শুই থকা যেন দেখা গৈছিল। তাত আৰু আছিল সেনাপতিৰ অফিচৰ ওচৰত মৰা ডেকা সৈনিকটো আৰু মালাছা। লগৰীয়াবোৰৰ হৈ ছেলভে ক'লে। তেওঁৰ তেজস্বী আৰু সৰল কথাকিটা নিস্তব্ধ বতাহত বহুত দূৰলৈ ভাহি গৈ ৰামধনুৰ কৰধনি পিন্ধা ফট্‌ফটীয়া আকাশৰ বুকুত বিলীন হৈ গ'ল।

গোটেই গাওঁখন—অর্থাৎ—মাইকী, বুঢ়া আৰু ল'ৰা-ছোৱালী-বোৰ—কবৰৰ কাষত থিয় দি আছিল; ওচৰা-উচৰিকৈ পৰি থকা বেড্‌সৈনিকবোৰ আৰু মালাছাৰ পিনে সিহঁতে চাই আছিল। কোনেও নাকান্দিলে। উদং মূৰেৰে সিহঁত বিষাদ ভাব লৈ থিয় দি থাকিল। ফেডচিয়া ক্রেভচাকে একমাত্র পুতেকৰ মৰাশটো স্বদেশৰ মাটিৰ বুকুত সমর্পণ কৰিলে। বুঢ়ী ছেৰিখাই জীয়েকৰ মৃতদেহ ধৰণীৰ কোলাত জাপি দিলে। আনবোৰ অচিনাকি

মানুহ ; কিন্তু কবৰৰ মাজত পৰি থকা সেই শবোৰ সিহঁতৰ নিজৰ ল'ৰা, স্বামী, বা ভাই-ককাই যেন লাগিছিল ।

যিবোৰে জীৱন হেৰুৱালে, যিবোৰৰ মুখবোৰে আকাশৰ পিনে থৰ লাগি চাই আছে, সেইদিনা সেইবোৰতকৈ আৰু আন কোনো আপোন আৰু মৰমৰ নাছিল ! সিহঁতেই ৰেড্ বাহিনীৰ সৈনিক— সিহঁতৰ নিজৰ সৈন্যবাহিনী !

আবেগৰ কঁপনি তুলি ছেলভে ক'লে, "আমাৰ দেশে তেওঁ-লোকক কেতিয়াও পাহৰিব নোৱাৰে ।"

হয়, সিহঁতে জানে—সিহঁতে কেতিয়াও নাপাহৰে । সিহঁতে জানে যে জীৱন বলি দিয়া মানুহবোৰৰ মুখবোৰ আৰু সিহঁতক মাটিৰ বুকুত সমৰ্পণ কৰা আজিৰ এই দিনটো সিহঁতৰ সোঁৱৰণৰপৰা কেতিয়াও মচ নাখায় । উমৈহতীয়া কবৰটোৱে শবোৰক আজি একেলগ কৰিলে ; সিহঁতৰ কিছুমান শত্ৰুৰ গুলীবৰ্ষণৰ আগত পাছ হুঁহকি আহোঁতে মৰিল আৰু বাকীবোৰ মৰিল গাওঁখন মুক্ত কৰিবলৈ আহি—শত্ৰুৰ হাতৰপৰা কাঢ়ি লওঁতে ।

সকলোৰে ধীৰ দৃষ্টি । এৰা, এয়ে যুঁজ—হাতত তেজ, জুই আৰু অস্ত্ৰ লৈ ই গাৱঁৰ বুকুত দেখা দিলে । কিন্তু সকলোৰে অন্তৰত আছিল এটা অটল বিশ্বাস ; সেয়ে সিহঁতক ভয়ঙ্কৰ দুখৰ দিনকেইটা বহন কৰিবলৈ সক্ষম কৰি তুলিছিল । সিহঁতৰ সেনা-বাহিনী উভতি অহাৰ বিশ্বাসেই সিহঁতৰ শেষ সম্বল ।

ছেলভে তললৈ চাপৰি এচপৰা মাটি তুলি লৈ কবৰৰ ওপৰত পেলাই দিলে । তাৰ পিছত, ইটোৰ পিছত সিটোকৈ কবৰৰ কাষত থকা সকলোৱে কবৰৰ ওপৰত একাঁজলি স্বদেশৰ মাটি ঢালি দিলে । সিহঁতে সেই কবৰতে যেন শান্তিত জিৰণি লয় । সিহঁতৰ বুকুৰ কাষতে স্বদেশৰ—মুক্ত স্বদেশৰ—মাটিৰ স্পৰ্শ যেন সিহঁতে অনুভৱ কৰে ।

এজনী মাকে দুবছৰীয়া জীয়েকজনীক ক'লে, "নাযুৰা, তয়ো অলপ দলিয়াই দে ।"

সক ছোৱালীজনীয়েও এমুঠি মাটি তুলি ল'লে আৰু সাৱধানে কবৰৰ ওপৰলৈ দলি মাৰি পঠিয়ালে । ল'ৰা-ছোৱালীবোৰে বৰকৰ মাজৰপৰা ক'লা মাটিবোৰ খুচৰি উলিয়াই তললৈ ছটিয়াই দিলে । সৈন্যবোৰে কোৰেৰে মাটি দিবলৈ ধৰিলে । শেহত কবৰটো মাটিৰ সৈতে সমান হৈ পৰিল । তাৰ ওপৰত এটা ঢিপ কৰি

দিলে। মেলিয়াচিখাই ক'লে, "বসন্তকাল আহিলে আমি ইয়াৰ ওপৰতে ফুলগছ কই দিম।"

ফ্ৰচিয়ায়ো ক'লে, "আৰু সেউজীয়া ঘাঁহ; সকলোৱে নিজৰ ফুলনিৰপৰা ফুলগছ আনিব।"

লাহে লাহে মানুহৰ ভিৰ ভাগিল। সিহঁতৰ অন্তৰত দুখ নাই, আছে এটা ভক্তিপূত গাম্ভীৰ্য্যৰ আৱৰণ। মৰাবোৰে নিজৰ সৰ্বস্ব দেশৰ কাৰণে আহুতি দিলে। আগতে, ১৯১৮ চনতো এনে হৈছিল; সেই কথা সকলোৰে মনত আছে। তেতিয়াও এই গাৱঁত স্বদেশৰ হকে জীৱন দিয়া মানুহৰ সংখ্যা তাকৰীয়া নাছিল। সেয়ে সিহঁতৰ নীতি। যিবোৰ স্বদেশৰ বুকুত জন্ম লৈ ডাঙৰ-দীঘল হৈছে, সেইবোৰেই স্বদেশৰ ৰক্ষাৰ হকে জীৱন আৰু তেজৰ আহুতি দিব লাগিব। ই অতি সহজ আৰু সৰল মীমাংসা।

সিহঁত নিস্তব্ধতাৰ মাজত দিহাদিহি গ'ল। কিন্তু খন্তেক পিছতে কথাৰ ৰৌ-ৰৌৱনিত গাওঁ জুৰি খলক লাগিল কোনোবা এটা ৰেড্ সৈনিকক তাইৰ ঘৰলৈ অতিথি হিচাপে যাবলৈ অনুৰোধ নকৰা এজনী মানুহো বাকী নৰ'ল। সকলোৱে মানুহবোৰক খুৱাব খুজিলে; সিহঁতৰ যি আছে তাকে দিব খুজিলে।

ছেলভৰ ওচৰলৈ এদল আহিল। টাৰপিলিখাই আৰম্ভ কৰিলে, "কমৰেড্ সেনাপতি, আমাৰ এটা অনুৰোধ আছে। আমি আপোনালোকক অভ্যৰ্থনা জনাব খুজিছিলোঁ, পিছে আমাৰ একোৱেই নাই।"

তেওঁ হাঁহি মাৰি সুধিলে, "মই কিবা সহায় কৰিব পাৰিম জানো?"

"আপোনালোকৰ সহায় পালে আমি কিবাকিবি অলপ গোটাব পাৰিম। আমি মাটিৰ তলত সকলো বস্তু পুতি থৈছিলোঁ। জাৰ্মানবোৰ আহোঁতেই আমি মাটিত বস্তুবোৰ লুকাই থ'লোঁ। পিছে কথা হৈছে, এতিয়া আমি সেইবোৰ খান্দি উলিয়াম কেনেকৈ? খান্দিবলৈ একো আহিলা নাই; ইপিনে মাটিও শিল যেন টান। আপোনালোকৰ আহিলাপাতি আছে। যদি ৰেড্ সৈনিক দুজনমান আমাৰ লগত দিয়ে তেন্তে আমি সোনকালে বস্তুবোৰ উলিয়াই আনিব পাৰিম।"

"অ', তেনে ভাল কথা! আমি জকল যাম। হেৰা, তোমালোকৰ কোন কোন সহায় কৰিবলৈ আগবাঢ়িবা?"

যাবলৈ বহুতো উপযাচি ওলাল। তিৰোতাবোৰে কঁকাললৈকে বৰফৰ মাজত জোবোৰা খাই পথাৰৰ পিনে আগবাঢ়িল।

"ইয়াতে, জোপাটোৰ দাঁতিত।"

"মা! কি কৈছা তুমি? এইফালেহে, এই ডোখৰত!"

"তই মিছাকৈ নলগা জেগুত লাগি ফুৰিছ কেলৈ? ল'ৰা-ছোৱালীক লাগে চাবলৈহে, সিহঁতৰ উপদেশ শুনিবলৈ নালাগে। মোৰ মনত নাই বুলি ভাবিছ নেকি?"

ইপিনে খোৰা আলেকজেণ্ডাৰে তাৰ অতিথিবোৰক বুজাইছে—"তোমালোক আগবাঢ়ি যোৱঁা, মাৰা ভেড়াটো; ই সিমান বেয়া নহয়। তাৰ পিছত কেৰাহীত বহাই দিলেই খাবলৈ বস্তু তৈয়াৰ হৈ পৰিব।"

"কিন্তু সেইটোৱেই তোমাৰ একমাত্ৰ ভেড়া নহয় জানো?"

"একমাত্ৰ? নহয়, মোৰ আৰু বহুত আছিল, জাৰ্মানবোৰে সোপাকে মাৰিলে। এইটোহে বাকী থাকিল।"

"আমিনো বাৰু তোমাৰ অৱশিষ্ট ভেড়াটো লৈ যামনে? নহয়, নহয়, সেইটো কেতিয়াও হব নোৱাৰে।"

সি কাকূতি কৰাৰ দৰে কৰযোৰ কৰি ক'লে,

"মোৰ কথা নেপেলাবা, ল'ৰাহঁত! তোমালোকক এইটো দিবলৈ মোৰ অন্তৰৰ মাজৰপৰা ইচ্ছা কৰিছোঁ। দিবলৈ মোৰ আৰু কি আছে? ভেড়াটোৱেই একমাত্ৰ সম্বল। লবলৈ অমান্তি নহবা; সঁচাকৈ, তোমালোকে মোৰ মনত আঘাত দিছা।"

তিৰোতাবোৰে চাঙৰপৰা আৰু মজিয়াৰ তলৰপৰা লুকাই থোৱা বস্তুবোৰ উলিয়াই আনিলে। যোৱা শৰৎ কালতে মৰা গাহৰিৰ মঙহ, নহৰু—এইবোৰ জাৰ্মানৰ হাতত পৰা নাছিল। আৰু ওলাল মৌৰ কলহ; আনকি বেলিফুলৰ গুটিও ওলাল। যি ছুই-এজনী গৰু আছিল লৰালৰিকৈ সেইবোৰৰে গাখীৰ খীৰাই আনিলে; আহত হোৱাবোৰৰ কাৰণে গাখীৰবো দিহা হ'ল।

গাৱঁৰ ছ'ভিয়েট বহা কোঠাটোত আহত মানুহবোৰ ৰাখিলে। ফ্ৰচিয়া তাত ব্যস্ত থকাত সকলোৰে খিয়াল লাগিল; তাই আগতে 'নাৰ্ছিং' শিকি থৈছিল। চুলিত টানকৈ বগা কমাল এখন বান্ধি আৰু গাত বগা ঢাকনি কাপোৰ এখন লৈ ফ্ৰচিয়া ব্যস্তভাৱে কোঠাই কোঠাই ঘূৰি ফুৰিছিল। তুৱাৰমুখত তিৰোতাবোৰে আৰু ছোৱালীবোৰে জুম বান্ধিলেহি।

কাষেদি যাওঁতে ৰঙীয়াল ডেকা ডাক্তৰজনে সুধিলে, "আপোনা-লোকক কি লাগে ?"

"আমি সহায় কৰিব খুজিছোঁ। হাস্পতালত......"

"আমাক এতিয়া আৰু সহায় নালাগে। দুজনী ছোৱালী আছে আৰু আমাৰ নিজৰ 'নাৰ্ছ'বিলাকো লগতে আহিছে।"

"আমি মজিয়াখনকে ধুব পাৰোঁ। দেখোন, বৰ লেতেৰা হৈছে।"

"মজিয়াখন ? এৰা সেইটো কথা বেয়া নহব।"

সিহঁতে ঘৰলৈ বেগ দিলে আৰু এসোপা বাল্টি আৰু মজিয়া মচা ফটাকানি লৈ ততালিকে উভতি আহিল।

"সকলোৱে মজিয়া ধুবলৈ আহিলনে ?"

সিহঁতৰ মাজত সঁচাকৈ তৰ্ক লাগিবলৈ ধৰিলে। তথাপি আহত মানুহবোৰে আমনি পাই বুলি সিহঁতে ফুচফুচাইহে কথা পাতিছিল। শেহত সিহঁতে মজিয়াখন ভগাই ল'লে আৰু প্ৰতি-জনীয়ে নিজৰ ঠাইটুকুৰা মচিবলৈ লাগি গ'ল।

পিজিচিখাই ফ্ৰচিয়াক ক'লে, "এজন বেমাৰীৰ গাৰপৰা কম্বলখন খহি পৰিছে, তুমি দেখোন দেখাই নাই।"

ছোৱালীজনীয়ে টপৰাই মাত লগালে, "পৰি গৈছে যদি তুলি দিয়া।" তাই তেতিয়া তেজ আৰু পানীৰ চৰিয়া এটা লৈ কাষেদি গৈছিল।

পিজিচিখা বিচনাৰ কাষলৈ গ'ল; তাই কম্বলখন লাহে লাহে তুলি ল'লে আৰু আহত মানুহটোৰ ভৰিকিটা সাৱধানে ঢাকি দিলে। তাৰ পিছত আঁৰু তাই আহত মানুহটোৰ কাষৰপৰা আঁতৰি নগ'ল।

ডাক্তৰে তাইক সুধিলে, "তুমি ইয়াত কি কৰিছা ?" আন এটা আহত মানুহৰ গাৰুটো হাতেৰে কোমল কৰি দি তাই গহীনাই মাত লগালে—"মই কম্বল তুলি দিছোঁ। বাগৰি পৰি যায়।"

তেওঁ হাতখন জোকাৰিলে।

"বাৰু, ইমান মন গৈছে যদি তুলি দিয়া।"

হয়, সঁচাকৈ তাইৰ মন গৈছে। সিহঁত সকলোৱে সহায় কৰিব খুজিছে। সক কাম এটাকে হ'লেও সিহঁতক কৰিবলৈ লাগে। গাখীৰ খুৱাই দিয়া, মগ ধোৱা, কপালত বৈ পৰা চুলিবোৰ পাছলৈ চপাই দিয়া বা দুৱাৰখন যাতে মেলা নাথাকে তালৈ চকু দিয়া—ইত্যাদি কামবোৰ হ'লেও হয়।

এনেতে লাইডা এখেচে কোঠালৈ ভুমুকিয়াই চালে। ডাক্তৰে সুধিলে, "তুমিও সহায় কৰিবলৈ আহিলা নে?" তাই মূৰ জোকাৰিলে।

"মানুহ এজনীৰ প্ৰসৱৰ সময় হৈছে। আপুনি যদি তাইৰ ওচৰলৈ যায়……কাৰণ আপুনি হৈছে এজন ডাক্তৰ।"

"নহয় মই! মই ছাৰ্জনহে।"

"সেইটো কোনো কথা নহয়; তথাপি আপুনি ডাক্তৰ। তাই ভয়ানক শাস্তি ভুগিছে। আজি ৰাতিপুৱা তাই নিজৰ ঘৰৰ ভিতৰৰপৰা জাৰ্মানৰ শবোৰ চোঁচোৰাই বাহিৰলৈ আনিছিল; বোধকৰো সেই খাটনিৰ বাবেই কষ্ট পাইছে।"

"বুজিছা, ইয়াৰ কোনো উপায় নাই। তথাপি যাওঁ বাৰু।" হাঁহি হাঁহি ডাক্তৰে ক'লে,—"এজন নতুন নাগৰিকৰ জন্ম হব ধৰিছে; মই তাত সহায় কৰিবই লাগিব। আহত মানুহবোৰক তোমাৰ দায়িত্বত ৰাখিলোঁ, কুজমা! ব'লা, এতিয়া, কেনি যাব লাগিব।"

ততালিকে লাইডাই তেওঁক লেভনিয়াকইঁতৰ ঘৰৰ পিনে লৈ গ'ল। জাৰত ঠেৰেঙা লগা হাতকিখন মোহাৰি তেওঁ তাইৰ পাছে পাছে যাবলৈ ধৰিলে।

"ইমান জাৰত আপুনি হাতমোজা পিন্ধি আহিব লাগিছিল।"

"বুজিছা, এযোৰ আছিল; পিছে সেইদিনা ৰাতি হেৰাল। জকল মই ক'ৰবাত পেলালোঁ। এতিয়া আৰু নাই।"

তেওঁৰ পিনে লাজকুৰীয়াভাৱে চাই তাই নিজৰ খহটা হাত-মোজাযোৰ হাতৰপৰা সোলোকাই পেলালে; এইযোৰ তাই নিজে গুঠিছিল আৰু তাত ৰঙা-নীলা ফুল বাছি দিছিল।

"কি কৰিব খুজিছা? তোমাৰ নিজৰ কি হ'ব?"

"অ,' মোৰ আৰু এযোৰ আছে"—লাইডাই গহীনাই মিছা কথাষাৰ ক'লে—"মই সেইযোৰ জাৰ্মানে নোপোৱাকৈ ভালকৈ লুকাই থৈছোঁ। তাতে আপুনি ডাক্তৰ, আপোনাৰ দৰ্কাৰ বেছি।"

তাইৰ ওঁঠ দুটা কঁপিবলৈ ধৰিলে; কান্দো-কান্দো অৱস্থা হ'ল। তাকে দেখি তেওঁ ক'লে, "বাৰু, ইমানকৈ ধৰিছা যেতিয়া লবই লাগিব।"

লেভনিয়াকইঁতৰ বাটচ'ৰাত এদল তিৰোতা গোট খালে।

সিহঁতে ততালিকে ডাক্তৰক বাট এৰি দিলে। ইতিমধ্যেই ডাক্তৰক সকলোৱে চিনি পাইছে।

"তেনেহ'লে মোৰ ইয়াত কোনো দৰকাৰ নাই ?"

"ল'ৰা জন্ম হ'ল"—এজনীয়ে ক'লে।

"আপোনাৰ দৰকাৰ আছে। আপুনি তাইক এবাৰ চাই অহাই ভাল। তাই বহুত সময় কষ্ট খালে আৰু এতিয়া একেবাৰে অৱশ হৈ পৰিছে।"

"এয়া, খুৰীদেউ ! মই এজন ডাক্তৰ আনিছোঁ।" লাইডাই জনালে।

"কেলেই আনিলা তুমি ? মোক ডাক্তৰ কেলৈ ? ইমান সৰু ল'ৰা তেওঁ।" বেমাৰী মানুহজনীয়ে আচৰিত হৈ ক'লে, "তুমি কেঁচুৱাটোকে এবাৰ চোৱাঁ; মোক একো কৰিব নালাগে। সন্তান জন্ম হোৱা মোৰ এইবাৰেই প্ৰথম নহয়।"

তেওঁ দোলনাৰ ওপৰত চাপৰি চালে।

"ল'ৰা নেকি ?"

"ল'ৰা। মোৰ ছোৱালী এজনীহে, নায়ুৰকা। বাকীবোৰ ল'ৰা। আমাৰ পৰিয়ালত ল'ৰাৰহে উজান।"

"বৰ ধুনীয়া ল'ৰা। পিছে তাৰ নাম কি দিব ?"

"সেই কথাকে মই এইমাত্ৰ তিৰোতাবোৰৰ সৈতে আলোচনা কৰিছিলোঁ। ককায়েকৰ দৰে তাকো মই মিটিয়া নামকে দিব খুজিছিলোঁ। কিন্তু তেওঁলোকে এইটো নাম বেয়া বুলিছে।"

"কেলেই, তাৰ ককায়েকৰনো কি হৈছিল ?"

"বুজিছা, তাৰ ককায়েকক—মোৰ সিয়েই ডাঙৰ ল'ৰা—আজি সিহঁতৰ সৈতে কবৰ দিলে। পুৰা এমাহ সি ফাঁচী কাঠত ওলমি আছিল; আজিহে ল'ৰাটোক মই নিজে নমাই আনিলোঁ।"—ধীৰভাৱে মানুহজনীয়ে বুজাই ক'লে।

ডাক্তৰ বিমোৰত পৰিল: "আপোনাৰ ল'ৰা বুলি মই জনা নাছিলোঁ।"

"হয়, মোৰে বৰপো। সি গৰিলাবোৰৰ দললৈ যাব খুজিছিল; পিছে জাৰ্মানে তাক ধৰিলে। ল'ৰাটোৰ বয়স সোতৰত সোমাইছিলহে। তাৰ নামেৰে কেঁচুৱাটোকো মিটিয়া নামকে দিব খুজিছিলোঁ। কিন্তু তেওঁলোকে দিবলৈ নিদিয়ে। তাক এতিয়া কি নাম দিওঁ মই ভাবিবই পৰা নাই।"

ডাক্তৰে দিহা দিলে—"তাক ভিক্টৰ নামকে দিয়ক, সেইটো ভাল নাম। আজি তাৰ জন্ম হৈছে যেতিয়া ভিক্টৰ নাম লবৰ বাবে তাৰ পূৰা দাবী আছে।"

খন্তেক তাই ভাবি ল'লে: "সেইটো কেতিয়াও বেয়া নাম নহয়। তুমি কি কোৱা লাইডা ?"

"তেওঁৰ উপদেশ যেতিয়া……"

"আৰু ভাবি-চিন্তি থাকিবৰ দৰ্কাৰ নাই। গাওঁখনৰ ভিতৰত কাৰো ভিক্টৰ নাম নাই। তাৰ নামেই ভিক্টৰ থাকক। পিছে বহাঁ, বহাঁ; খন্তেক আমাৰ সৈতে বহাঁ।"

"ধন্যবাদ! পিছে মই উভতি যাবৰ হ'ল; মোৰ বেমাৰীবোৰে মোলৈ বাট চাই আছে।"

"তিৰোতাবোৰে কৈছে তুমি হেনো সিহঁতৰ ঘা বান্ধি থৈ আহিছা। তেনেহলে খন্তেক বহাঁ। সকলোৰে ঘৰত ৰেড্ সৈনিক আছে; কিন্তু মোৰ অশৌচৰ বাবেই মোৰ ঘৰত কোনো নাই। লাইডা, আলমাৰিৰপৰা ভড্কাখিনি উলিয়াই আনা; তাতে এবটল আছে।"

কওঁ-নকওঁকৈ ডাক্তৰে ক'লে, "আপুনি নোখোৱাহে ভাল।" তাই হাঁহি মাৰি ক'লে, "কেলৈ? কেনেকৈ আহত মানুহ আৰোগ্য কৰিব লাগে তাক তুমি ভালকৈ জানা; পিছে মোৰ বোধেৰে তুমি তিৰোতা মানুহৰ ভিতৰখনৰ কথা একোকে নাজানা। এটোপা ভড্কাই সকলোকে আকৌ গা টঙাবলৈ সক্ষম কৰি তুলিব।"

তেওঁ আৰু আপত্তি নকৰিলে। ডাঠ, সেউজীয়া গিলাচ এটাত লাইডাই মদ ঢালিলে।

"নতুন কেঁচুৱাটোৰ নামত! সি যেন বলী আৰু স্বাস্থ্যবান হয়।"

"সি যেন ঘৰৰ ভিতৰত আৰু জাৰ্মান দেখিবলৈ নাপায়।"

"তাৰ জন্মদিনৰপৰা যেন নিতৌ একোটা নতুন জয়ৰ সূচনা হয়।"

"ডাঙৰ-দীঘল হৈ সি যেন মিটিয়াৰ নিচিনা হৈ উঠে।"

ভাগৰত ডাক্তৰ মৰা যেন হৈছিল। নিশা তেওঁ খুব কম সময় শুইছিল। মদটোপাই তেওঁৰ গাৰ মাজেদি এটা তপত ঢৌ বোৱালে; তাৰ পিছত সেই ঢৌ মূৰ পালেগৈ। তেওঁ বেঞ্চ এখনত বহি আছিল; আৰু তেওঁৰ মনত খেলালে যেন যুদ্ধখন আঁতৰত

ক'ৰবাতহে লাগিছে। কোঠাৰ বেৰবোৰ বৰ বগা; জুহালৰ গাত আঁকা ফুলৰ ছবিবোৰ আৰু গলাবান্ধবোৰত বনকৰা ফুলবোৰ স্পষ্টভাৱে ওলাই পৰিল। ধুনীয়া লাইডাই তেওঁৰ পিনে চাই হাঁহি আছে। যেন ইয়াৰপৰা কেইঘৰমানৰ আঁতৰতে আহত মানুহবোৰ পৰি থকা নাই! গীৰ্জাৰ কাষৰ মুকলিখনত কবৰ পাতি যেন টিপ তোলা হোৱা নাই। যুঁজৰ প্ৰথম দিনাৰপৰা তেওঁ যি কষ্টকৰ পথ অনুসৰণ কৰিব লগা হৈছিল তাৰ যেন কোনো অস্তিত্বই নাই।

"লাইডা, ডাক্তৰক ফটোখন দেখুওৱা; মূৰ্তিটোৰ পাছপিনে আছে। তেওঁক এইখন দেখুওৱা........."

ডাক্তৰে মলিন ছবিখন হাতত তুলি ললে। ৰঙচুৱা গালৰ, ল'ৰা-চানেকীয়া মুখ এখনে তেওঁৰ পিনে চাই আছিল; গাৰ্লীয়া ল'ৰাৰ এখন সবল আৰু সাধাৰণ মুখ।

"তাক ৰৰফে ইমান পৰিবৰ্তন কৰি তুলিলে যে চিনিবই নোৱাৰা হ'ল। আগতে সি এনেকুৱা আছিল।" গম্ভীৰভাৱে মাকে ক'লে।

ডাক্তৰৰ নিজৰ মাকলৈ মনত পৰিল। তেওঁক বিদায় দিওঁতে মাকৰ বগা হাতকিখন কঁপি উঠিছিল; মাত থোকাথুকি হৈছিল। ডাঙৰ চকু দুটা চল্‌চলীয়া হৈ উঠিছিল। ডাক্তৰে সেই বেদনাভৰা, শঙ্কাপূৰ্ণ নিশাবোৰৰ কথা মনত পেলালে। নিতৌ আহত লোকৰ নতুন দল আহি পোৱাৰ আগতে তেওঁৰ এই শঙ্কা জাগি উঠিছিল —তেজ, কষ্ট আৰু মৃত্যুৰ শঙ্কা। তেওঁ নিজকে নিজে কৈছিল, 'ধৈৰ্য্য ধৰা।' কিন্তু তাৰ ফল নধৰিলে। ধৈৰ্য্যৰ সীমা আছিল; ইয়াৰ ওপৰত বোজাৰ হেঁচা নেৰানেপেৰাকৈ বাঢ়ি গৈছিল। যুদ্ধৰ সময়ত ধৈৰ্য্য সবল হৈ উঠা নাছিল, আগতকৈ থানবান হৈহে পৰিল।

তেওঁ বিচনাত শুই থকা মানুহজনীলৈ চালে। তাই ৰঙীন-ঘৰপতা গাৰু এটাত মূৰ থৈ শুই আছে। তাইৰ মিহিকৈ আঁচোৰা চুলিটাৰে মুখত এটা প্ৰশান্ত ভাব ৰচনা কৰিছে। ৰতাহত তাইৰ বৰ পুতেকৰ শটো লৰিবলৈ ধৰে—এমাহ জুৰি মানুহ-জনীয়ে সেই ৰতাহৰ হোহোৱনি শুনি আছিল! পূৰা এমাহ এই মানুহজনী আৰু তাইৰ ল'ৰা-ছোৱালীয়ে অনাহাৰে আৰু আতঙ্কৰ মাজত দিন নিয়ালে। গৰ্ভৱতী হৈয়ো তাই ১৬ বছৰীয়া পুতেকৰ

মৰাশটো কবৰৰ ওচৰলৈ নৈ গৈছিল ; তাই নিজে শটো কাঁচী-কাঠৰপৰা কাটি নমাই আনিলে। তাৰ পিছত প্ৰসৱৰ বেদনা অনুভৱ কৰাত তাই ঘৰলৈ উভতিল। এতিয়া তাই শুই আছে—শাস্তিৰে তেওঁৰ লগত কথা পাতিছে আৰু জাৰ্মানে নেদেখাকৈ লুকাই থোৱা মদটোপা তলি উদং কৰি তেওঁক ঢালি অতিথি-সেৱা কৰিছে।

পদূলিমুখৰপৰা তিৰোতাবোৰ কোঠালৈ সোমাই আহিল। তেওঁ গোপনে সিহঁতৰ পিনে চালে। সিহঁত সকলোৱে জাৰ্মানৰ অধীনত থাকিব লগা হৈছিল ; সকলোৱে জাৰ্মানৰ উৎপীড়ন সহিব লাগিছিল। ইপিনে সিহঁতৰ পুতেক-গিৰিয়েকহঁত বহুত দূৰৰ ৰণথলীত আছে ! সিহঁতৰ চেনেহৰ মানুহবোৰ জীয়াই আছে নে নাই সেই কথা কোনেও নাজানে। এই বৰফৰ মাজত ভয়ানক জাৰত সিহঁতে দিন কটাইছে ; ইপিনে জাৰ্মানবোৰে সিহঁতক অনাহাৰে ৰাখিছে। ৰাইফলৰ কুন্দাৰ খুন্দাত সিহঁতৰ বহুতৰ গা ঘূণীয়া হ'ল। কিন্তু আন মানুহে এইবোৰ ঘটনা জানিব লাগিব, নহ'লে সিহঁতৰ আচৰণৰপৰা এই ইতিহাসৰ কোনো আভাস নাপায়। সিহঁতৰ মুখত নিৰ্মল, শান্ত ভাব। অন্তৰৰ গভীৰতম প্ৰদেশৰ কোনোবা উহৰপৰা বিৰিঙি উঠা মৰ্য্যাদাৰ ভাব এটা সকলোৰে মুখত বিয়পি পৰিছিল।

"ইহঁতেই চহা-তিৰোতা !"—তেওঁ ভাবিলে ; এই শব্দকিটাই এটা নতুন অৰ্থৰ সঁহাৰি দিলে। ইয়াৰ ওপৰত তেওঁ এটা নতুন গুৰুত্ব আৰোপ কৰিলে।

লেভনিয়াচিখাই লাহেকৈ ক'লে, "আৰু অলপ ভড্‌কা পোৱাহেঁতেন ! মিটিয়াৰ সৌৰৰণৰ বাবে খাব পাৰিলোহেঁতেন।" টাৰপিলিখাই টপৰাই মাত লগালে, "কেলৈ ? স্মৃতি-চিন নোহোৱাকৈ আমাৰ এনেয়ে মনত ৰ'ব। নহয়নে বাৰু ছোৱালীহঁত ?"

"আমি তাক পাহৰিম কেনেকৈ ?"

"তাৰ ঠাইত ভিক্টৰ আছে। মিটিয়াৰ দৰে সি ডাঙৰ-দীঘল হব, কাম-বন কৰিব আৰু আৱশ্যক হ'লে মিটিয়াৰ দৰে দেশৰ কাৰণে তাৰ জীৱন দিব।"

তেওঁক মদৰ বাগীয়ে ধৰিলে। তেওঁ তিৰোতাবোৰৰ লগত ধেমেলীয়া কথা পাতিব খুজিলে। কিন্তু তেওঁৰ অন্তৰখন ভৰি পৰিল এটা অস্ফুট বেদনাৰে। সেই বেদনা জাগিছিল—কাঁচীকাঠত

মৰা ল'ৰাটোৰ বাবে, ফাঁচীকাঠৰপৰা তাক নিজে সোলোকাই অনা মাকজনীৰ বাবে, আৰু এই বিলাই-বিপত্তিৰ মাজত বাস কৰা মানুহবোৰৰ কাৰণে।

'তোক ৰাগীয়ে ধৰিছে'—তেওঁ নিজকে সাৱধান কৰি ক'লে; কিন্তু ফল নধৰিলে। চকুলো ওলাল।

ব্যস্তভাৱে লাইডাই সুধিলে, "কি হৈছে?"

নিজক চম্ভালিবৰ চেষ্টা কৰি তেওঁ ঘপৰাই কৈ পেলালে, "মোৰ বেয়া লাগিছে।"

লেভনিয়াচিথাই তাইৰ বুধিয়ক, ক'লা চকুকিটাৰে তেওঁৰ পিনে চালে—"বেয়া লাগিবলৈ কি হৈছে! এতিয়া দুখ কৰিবৰ সময় নহয়। মিটিয়া গ'ল, কিন্তু ভিক্টৰ আছে। আমি সবল জাতি; আমি হৈছোঁ মাটিৰ মানুহ। নাচপতি গছ এজোপা যদি কাটি দিয়া, বেগেতে নতুন পোখা মেলিব আৰু বাঢ়ি গৈ ৰ'দকাচলিৰ পোহৰ লবগৈ। মিটিয়া গ'ল আৰু বাকীবোৰো গ'ল, কিন্তু দেশখন থাকি গ'ল আৰু থাকি গ'ল মানুহবোৰ। কতবাৰ আমিও ভাবিছিলোঁ যে এইবোৰ দেখিবলৈ আমি জীয়াই নাথাকোঁ; তাৰ আগতে সিহঁতে আমাক মাৰি খাস্তাং কৰিব। তথাপি যি আশা কৰিছিলোঁ তাকে দেখিবলৈ পালোঁ। মানুহে সকলো সহিব পাৰে। নহয়, জাৰ্মানৰ কাৰণে আমি এটা কঠিন সমস্যা—তাৰ সমাধান সিহঁতৰ পক্ষে অসম্ভৱ।"

তেওঁৰ চকুৰ ঢুলঢুলীয়া আৱৰণ আঁতৰি গ'ল। যি কঠিন, খেলিমেলি লগা ভাববোৰে তেওঁক ইমান চিন্তিত কৰি তুলিছিল, তাৰ সকলো সমিধান দিলে এই চহা তিৰোতাজনীয়ে। চহাৰ দৰে সহজ আৰু ধীৰভাবেৰে তাই উত্তৰ দিলে। তেওঁৰ নিজৰে লাজ লাগিল।

"হয়, হয়......"

"তুমি ল'ৰা-মানুহ। সেইবাবেই তোমাৰ টান লাগে। কোনো কথা নাই, সকলো শেষ হব। আৰু তুমি বেমাৰী আৰোগ্য কৰি শান্তিৰে থাকিবলৈ পাবা। আমিও আমাৰ কাম-বন কৰি থাকিম।"

ভাত বহুত সময় বহা হ'ল; কথাটো মনত পৰিলত তেওঁ যাবলৈ উঠিল।

গাওঁ জুৰি মানুহৰ মাত প্ৰতিধ্বনিত হৈ উঠিল। বৰফ পৰা সত্ত্বেও ছোৱালীবোৰে ঘৰৰ পাছপিনে গান গাবলৈ ধৰিলে। তাৰ

লগে লগে পুৰুষৰ কণ্ঠস্বৰো শুনা গ'ল ; কুঁৱলীৰ মাজে মাজে গানটো ভাঁহি গ'ল ; বতাহৰ ক্ষীণ স্পন্দনেও একো হকা-বাধা কৰা নাছিল। ভৰত চৰাইৰ গানৰ দৰে সঙ্গীতৰ লহৰ ক্ৰমে ওপৰলৈ উধাই গ'ল। যেন এমাহ জুৰি মৰা গাওঁখনৰ শটো মৌনতাৰ আৱৰণেৰে ঢাকি থোৱা আছিল ; আজি এয়া তাৰেই ক্ষতিপূৰণ। ছোৱালীবোৰৰ মিহি মাতৰ লগত ৰেড্ সৈনিকবোৰৰ গল্‌গলীয়া মাতে যোগ দিলে।

গাৱঁৰ মানুহবোৰে সৰুকালৰেপৰা গান গাবলৈ শিকে। সিহঁতে গানেৰে উষাক আদৰণি জনায় ; দিনৰ শেহত বেলিৰ বিদায়-পৰত মেলানি মাগে গানেৰে ; আৰু গানৰ শেষত নিশাটোৰ বাবে জিৰণি লয়। পথাৰত ধেঁহু দাওঁতে সিহঁতৰ গানেই সহায় ; ওখোনেৰে ধানখেৰ চপাওঁতে সিহঁতৰ গানেই আনন্দ। গানৰ ৰিঙিয়নি মাৰিহে ল'ৰা-ছোৱালীয়ে গৰু চৰায় আৰু মানুহবোৰে মৰণা ফুৰায়। নামৰ জাউৰিৰ মাজত ছোৱালীৰ বিয়া হয়। মৃতকক ধৰণীৰ বুকুত সমৰ্পণ কৰি সিহঁতে বিদায় লয় গানেৰে। সিহঁতৰ শোকৰ গান আছে—এইবোৰ পুৰণিকলীয়া গান ; এইবোৰ গান বাটৰ কাষৰ নেমুগছবোৰতকৈও পুৰণি। আৰু উলাহৰ গানো আছে—এইবোৰ নতুন গান ; ই সিহঁতৰ বাস্তৱ জীৱনৰ প্ৰকাশ। মানুহে গানৰ লগত জীৱনক আৰু জীৱনৰ লগত গানক সংযোগ কৰিব জানিছিল। গোটেই মাহটো সিহঁত নীৰৱে আছিল। এমাহ জুৰি সিহঁতৰ ওঁঠৰ মাজত গানৰ কঁপনি উঠা নাই। গাৱঁত কোনেও এটা গানো গোৱা নাই। ঘৰ, বাট, ফুলনি—সকলো নিস্তব্ধ আছিল।

কিন্তু এতিয়া সিহঁতে আকৌ গান গাব পাৰিছে। ছোৱালীবোৰৰ গানৰ সুৰটো গোটেই গাৱঁতে উপচি পৰিছে ; দূৰৰ বৰফ ভৰা ভৈয়ামো মুখৰিত হৈ পৰিল এই গানেৰে। ইজনীৰ পিছত সিজনীয়ে সিহঁতৰ চেনেহৰ গানবোৰ গাবলৈ ধৰিলে ; সিহঁতৰ হিয়াৰ এচুকৰপৰা ওলোৱা গানবোৰ খাল, বাট, পথাৰ—সকলোৰে ওপৰেদি ভাঁহি গ'ল।

'গ্ৰাম্য-ছ'ভিয়েট' নাম লিখা ডাঙৰ জাননী এখন খোৰা আলেকজেণ্ডাৰে গাৱঁৰ ছ'ভিয়েট বহা ঘৰটোৰ মুখত গজাল মাৰি আঁৰি দিছিল ; ছোৱালীবোৰৰ গানৰ ধ্বনি সেইখিনি পাইছিলগৈ ! ল'ৰা-ছোৱালীবোৰে জুম বান্ধি ৰৈৰি ধৰিলেহি। চিনাকি আখৰ-কিটাৰে লিখা পৰিচিত কথাখিনি সিহঁতে ডিঙি মেলি চালে।

ভিতৰত, বাতিৰ যুদ্ধৰ সকলো চিন আঁতৰাই পেলাবলৈ সকলো লাগি গৈছিল। জাৰ্মানবোৰে যেৰত যিবোৰ ফুটা কাটিছিল সেইবোৰ বন্ধ কৰি দিলে; বালিৰ বস্তাবোৰ উলিয়াই পেলালে। মজিয়াত লাগি থকা জাৰ্মানৰ তেজবোৰ তিৰোতাবোৰে ধুই পেলালে; যিগত সিহঁতে থুৱাই আছিল।

"গধূলি পৰলৈ যাতে সিহঁতৰ কোনো অস্তিত্ব ইয়াত নাথাকে" —সিহঁতৰ মাজৰে এটাই এইদৰে কোৱাত সকলোৱে কামত মনপুতি ধৰিলে।

সন্ধ্যাৰ লগে লগে, নিশা নৌ হওঁতেই, আজিৰ এই প্ৰথম দিনাই যেন জাৰ্মানৰ এমহীয়া শাসনৰ কোনো অস্তিত্ব নাথাকে —সেয়ে সকলোৰে মনৰ হেঁপাহ। কোনোবা এটাই ফাঁচীকাঠ ভাঙি পেলাবৰ চেষ্টা কৰিলে। বৰফৰ মাজৰপৰা খুটাকিটা খান্দি উলিয়াব নোৱাৰা দেখি আন এটাই কৰত এখন আনি মাটিৰ সৈতে সমানকৈ খুটাকিটা কাটি পেলালে। ইপিনে তিৰোতাবোৰে সিহঁতৰ লেতেৰ-পেতেৰ ঘৰবোৰত লৰালৰিকৈ চূণ দিবলৈ ধৰিলে। বাৰাণ্ডা আৰু চালিৰ কাষত থকা জাৰ্মানৰ ময়লাবোৰ কোৰ আৰু ওখোনেৰে পৰিষ্কাৰ কৰি পেলালে। খেতি চপোৱা দিনৰ দৰে পূৰ্ণ পয়োভৰে কাম আগবাঢ়িল।

মজিয়া ঘঁহোতে আৰু বেৰত চূণ দিওঁতে তিৰোতাবোৰে কোৱাকুই কৰিলে—"এতিয়া আৰু সিহঁতৰ কোনো চিন নাথাকে।" সেনাপতিৰ অফিচত আৰু কামান-বহৰত টুকুৰা লো, গুলীৰ খালী বাঁহ আৰু ফটাছিটা জাৰ্মান-সাজবোৰ বুটলি ফুৰা ল'ৰা-ছোৱালী-বোৰৰ মুখতো সেই একে কথাকে শুনা গ'ল।

ৰেড্ সৈনিকবোৰে একেঁকাল বৰফৰ মাজেদি গৈ থৰ্খেদাকৈ টেলিফোনৰ তাঁৰ লগাই দিলে। লেফ্টেনেণ্ট ছেলভে খবৰ বাতৰি চলাচলৰ ব্যৱস্থা কৰিলে। স্কুল-ঘৰটোত জাৰ্মান বন্দীবোৰক প্ৰশ্ন সোধা হৈছিল। এইবোৰ শুনিবলৈ গাৱঁৰ মানুহবোৰৰ বৰ ইচ্ছা হৈছিল। কিন্তু সিহঁতে জানিছিল যে ই এটা সামৰিক বিষয়; তাত সিহঁতে ব্যাঘাত জন্মোৱা উচিত নহয়।

টাৰপিলিখাই খঙেৰে ক'লে, "সিহঁতৰ সৈতে অনৰ্থক কিথন কৰি ফুৰিছে? কিহৰ বিচাৰ, কেলৈ জেৰা কৰিব লাগিছে! সিহঁতক চালিৰ পাছপিনে লৈ যাব লাগে আৰু মূৰত গুলী একোটা ভৰাই দিব লাগে।"

"তুমি বৰ জানা ! আমি সিহঁতৰপৰা যিমান পাৰোঁ সিমান কথা উলিয়াব লাগে ; কিন্তু মাৰি পেলালে কি লাভ হ'ব ?"

"বাৰু, পিছত হ'লেও সিহঁতৰ মুৰেদি গুলী সৰকাব লাগিব !"

"বন্দীক ? কোনোবাই বন্দীক মাৰেনে ?"

টাৰপিলিখা চক্ খাই উঠিল ; যেন কোনোবাই তাইক মাৰিলেহে ।

"ইস্ কথা চোৱাঁ ! বৰ বন্দীসোপা ! সিহঁতে আমাৰ বন্দী-বোৰক কেনে ব্যৱহাৰ কৰিছিল তাক দেখা নাছিলা নেকি ? বন্দী ! মই হোৱা হ'লে সিহঁতক জীয়াই জীয়াই তপত তেলত উতলালোঁহেঁতেন ; গাৰ ছাল চেলালোঁহেঁতেন । পিছে আমি কৰিছো কি ? সিহঁতক আলফুললৈ বন্ধ কৰি থৈছোঁ ; আৰু তাতে সকলো খতম্ !"

পেলচেৰিখাই তৰ্ক জুৰিলে, "সেইবোৰে আমাক শোভা নাপায় । বন্দীক জীয়াই ৰখাটো এটা নিয়ম ।"

"কিহৰ নিয়মটো ! আজিকালি কিহৰ নিয়মখন আছে ? যোৱা যুদ্ধত বোধকৰো এইবোৰ আছিল, কিন্তু আজিকালি নহয় । বাৰু, ল'ৰা-ছোৱালী মৰা আৰু প্ৰজাক অত্যাচাৰ কৰাটো নিয়মৰ কথা নেকি ?"

ইজনীয়ে হুমুনিয়া কাঢ়িলে—"তুমি মোক কৈছানে ? সিহঁতে মোৰ কি কৰিলে তাক দেখোন তুমি নিজেই জানা ।"

"সেয়েহে হবলা তুমি ইয়াত সিহঁতৰ নিয়মৰ সমৰ্থন কৰিবলৈ ইমান উঠি-পৰি লাগিছা ? সৈন্যৰ কাৰণেহে নিয়ম ! সিহঁতক তুমি সৈন্য বুলিবানে ? সিহঁত হৈছে ওকণীয়ে খোৱা 'হুন'ৰ দল !"

পেলচেৰিখাই উত্তৰ নিদিলে । তায়ো নিজে সেই কথাকে ভাবিছিল—সকলোৰে সেই একে ভাব । কিন্তু সিহঁতে বুজিছিল যে জাৰ্মানৰ দৰে কাম কৰাটো এটা অপমানজনক কথা ।

"সিহঁতে ইয়াত বহি বহি আমাৰ কটি খাব আৰু তাৰ পিছত কোনো বিপদ-আপদ নোহোৱাকৈ ঘৰলৈ উভতি যাব । যেন সিহঁতক ভৱিষ্যত যুদ্ধৰ কাৰণে সামৰি-সুতৰি চন্দুকত ভৰাই পঠিয়াইহে দিছে !"—খঙেৰে টাৰপিলিখাই ক'লে ।

তিৰোতাবোৰৰ তৰ্কৰ মাজত সোমাই আলেকজেণ্ডাৰে ক'লে,—"তোমালোকে মুৰ ঘমাব নালাগে ; লেফ্‌টেনেণ্টে যি কৰিব লাগে কৰিব ।"

"মই সেই কথাৰ বিপক্ষে কিবা কৈছোঁ নেকি ? লেফ্‌টেনেণ্টে কি কৰিব লাগে-নালাগে মই কিবা তাকে কবলৈ গৈছোঁনে ?"

আলেকজেণ্ডাৰে মুখৰ ভিতৰতে ক'লে,—"বৰ আচৰিত।" আৰু স্কুলৰ জাননীখন লিখিবলৈ ঘৰৰ পিনে লেঙেৰাই বাট ল'লে। আগতে তাত যিখন জাননী আছিল এইখন তাৰ দৰে ধুনীয়া নহব পাৰে ; তথাপি কোনো কথা নাই। কাৰণ জাৰ্মানৰ মলিন স্পৰ্শৰ সকলো চিন মচিবলৈ আৰু গাওঁখন আগৰ দৰে গঢ়ি তুলিবলৈ সি পাৰেমানে চেষ্টা কৰিলে।

হঠাৎ সঙ্গীতত মুখৰিত হৈ উঠা বতাহৰ বুকুত দূৰৰ নিৰ্মল নীলা আকাশ ভেদি এটা ভয়ানক গোজৰণি উঠিল। গান বন্ধ হৈ গ'ল ; ঘৰৰ মুখে মুখে খেলি থকা ল'ৰা-ছোৱালীবোৰ থৰ লাগি অচল হৈ পৰিল।

"সেইটো কি ?"

আকৌ গুৰুম্‌কৈ কাণতাল মৰা শব্দ এটা হ'ল। গোটেই আকাশ জুৰি গুলীৰ প্ৰতিধ্বনিৰ গাজনি উঠিল।

"ডাঙৰ কামানবোৰৰ গুলী......"

"সেয়া ওখাবিত, সৌপিনে।"

"এয়া জেলেণ্টচিত......"

"আমাৰ মানুহে গুলীয়াইছে নেকি ?"

সিহঁতে কাণ পাতি থাকিল। ধাৰাসাৰে কামানৰ গুলী চলিল ; গুলীবোৰ গুম্‌গুমাই ফুটি উঠি কেউপিনে প্ৰতিধ্বনিত হৈ পৰিল।

"তাত বাৰু কি হৈছে ?"

"যুঁজ।"

"সেয়া ! আমাৰ কামানেৰে গুলীয়াইছে। জকল আমাৰ !"

"এৰা হবই লাগিব। কাৰণ তুমি বন্দুক-বাৰুদৰ কথা ইমান জানা যে সিহঁতৰ পাৰ্থক্যও ধৰি পেলাব পাৰা।"

"মই আৰু কাণেৰেও শুনোনে ? আমাৰ কামানৰ পিনৰ পৰাই শব্দটো আহিছে।"

সিহঁতৰ সূক্ষ্মদৃষ্টি পৰিল ৰেড্‌ সৈনিকবোৰৰ মুখৰ ওপৰত ; কিন্তু সিহঁত সম্পূৰ্ণ ধীৰ।

"হয়, সেয়া আমাৰ বন্দুকৰ গুলী ; আমাৰ আক্ৰমণবিভাগৰ ৰেহটোৰ সমুখৰ অংশ ক্ৰমে বহলাই নিছে।"

"কিহৰ সমুখৰ অংশ ?"

"বুজিছা, কথাটো হৈছে এনেকুৱা : আমি এইপিনেদি আগবাঢ়িলোঁ ; কিন্তু আমাৰ পাছপিনে আৰু দুয়োকাষে জাৰ্মানবোৰ আছে ।"

"ঠিক কৈছা । পোনতে ময়ো তাকে কৈছিলোঁ—বেহুটো কাঁড়ৰ আগ এটাৰ দৰে !"—কথাটো বুজি পাই টাৰপিলিখাই চিঞৰি ক'লে ।

"তুমিনো সেইবুলি কেতিয়া কৈছিলা ?"

"কি ! তুমি শুনা নাছিলা চাগৈ । সেইদেখি হবলা ইমান জেঙ্‌জেঙাই উঠিছা ! মই তেতিয়াই কৈছিলোঁ যে বেহুটো কাঁড়ৰ আগৰ দৰে । সেইটো সকলোৱে বুজিব ; কাৰণ সকলোৱে জানে যে জাৰ্মানবোৰ ওখাবিত আছে ।"

"ৰ'বা, দেখিবা নহয়, এতিয়াই জাৰ্মানবোৰ ল'ৰি ওলাবহি ।"

ভয়ত অলগা পেলেনচাকে সুধিলে, "ইয়ালৈ নেকি ?" কঁকালত হাত দি টাৰপিলিখাই ক'লে, "আহিব নোৱাৰিছে সিহঁত ! আমি সিহঁতলৈকে বাট চাই থাকিম ; দিম এসেকা !"

"সিহঁত ইয়ালৈ কিহৰ বাবে লেটি লবলৈ আহিব ? পোনেই পশ্চিমৰ পিনে ঢাপলি মেলিবলৈ দেখোন আৰু এটা বাট পৰি আছে ।"

"যদি কোনোবা জীয়াই সাৰিব পাৰে, তেতিয়াহে......"

সিহঁতে শুনি থাকিল । কেনিবাদি দূৰত ভয়ানক যুঁজ লাগিছে, গুৰুম্ গুৰুম্ কামানৰ শব্দ আহিছে । কাঁড়ৰ আগৰ দৰে আক্ৰমণ-বিভাগৰ বেহুৰ আগটো জাৰ্মানৰ মাজলৈ সোমাই ক্ৰমে বহল হৈ গৈছে ।

লেফ্‌টেনেণ্ট ছেলভে জাৰ্মান বন্দীবোৰক জেৰা কৰিছে । গৰম কোঠাটোৰ ভিতৰত তেওঁৰ আগত থিয় হৈ সিহঁত কঁপি আছে—ভয়ত উদ্‌ভ্ৰান্ত হৈ সিহঁত কঁপিবলৈ ধৰিছে । তেওঁ সমুখত থিয় দি থকা মানুহবোৰলৈ চালে—দেখিবলৈ কুৎচ, গাত ফটা-ছিটা কাপোৰ, উঁৰলি যোৱা দুৰ্গন্ধ যাবে গা ছাটি ধৰিছে । কোঠাটো গৰম ; সেইবাবে ওকণীৰ কামোৰ অসহ্য হৈ পৰিছে । কমাণ্ডাৰৰ পিনে একেথৰে চাই সিহঁতে মনে মনে গা খজুৱাবলৈ ধৰিলে । কেপ্টেইন ব্ৰান'ৰৰ সৈন্যদলৰ ভিতৰত কেৱল পাঁচটা মানুহ বাকী ৰ'ল ।

"আমি সিহঁতক সদৰৰ শিবিৰলৈ পঠাব লাগিব। তাৰ বাহিৰে সিহঁতক ইয়াত একো কৰিব পৰা নহব।"—ছেলভে তাকে থিবাং কৰিলে।

শকত ডেকা মানুহটোৱে ক'লে—"সিহঁতক পঠিয়াই দিব?" —তাৰ খং উঠিছিল—"আমি ইয়াতে সিহঁতৰ বিচাৰ কৰিব লাগিছিল, কমৰেড্ লেফ্টেনেণ্ট।"

"তুমি কিথন বলকিছা?"

"সিহঁতক ৰখীয়া দি লৈ যোৱাই লাজৰ কথা; আমাৰ মানুহকো লগতে আহুকাল দিয়া হব—বৰফৰ মাজত সিহঁতৰ লগতে ঘূৰি ফুৰিব লাগিব।"

এই বিষয়ে কোনো তৰ্কৰ সূচনা কৰিবৰ মন নেমেলি ছেলভে আদেশ দিলে, "ছাৰ্জেণ্টক মাতি আনা।"

তেওঁ থিয় দিলে আৰু জিৰণিৰ বাবে খন্তেকৰ কাৰণে ওলাই গ'ল। বন্দীবোৰৰ সৈতে একেটা কোঠাতে পূৰা এঘণ্টা সময় থকাৰ কাৰণে এনে লাগিছিল যেন তেওঁৰ নিজৰ গাতে ওকণী বগাই ফুৰিছে। যেন সিহঁতৰ আবৰ্জনাই তেওঁক অপৱিত্ৰ কৰিলে আৰু সেই নোধোৱা, খহুলা গাবোৰৰ দুৰ্গন্ধই যেন তেওঁৰ কানি-কাপোৰো ওপচাই পেলালে।

চেঁচা বতাহৰ মাজত থিয় হৈ তেওঁ এটা গভীৰ নিশ্বাস পেলালে। ৰ'দালিৰ উজ্জ্বল পোহৰত নীলা আকাশখন জিলিকি উঠিল; কেউপিনে বৰফৰ দ'মবোৰ তিৰ্‌বিৰাই আছিল। বতাহত দূৰৰ ঘৰবোৰৰপৰা এটা গানৰ সুৰ ভাহি আহিল। ছেলভে শুনিবলৈ ধৰিলে—দূৰৰ গৰাবোৰত ঠেকা খাই স্পষ্ট, কোমল আৰু ছন্দময় সুৰ বতাহৰ বুকুত উভতি আহিছে; ফেনে-ফোটোকাৰে হুৰ্‌হুৰাই সাগৰৰ মাজলৈ নদীৰ খল বোৱাদি গোটেই সমতলখন মুখৰিত হৈ উঠিছে। খৰস্ৰোতা নিপৰৰ সিপাৰত কছাকবোৰৰ যুঁজৰ হৈ-ধ্বনিয়ে সুদূৰত যি প্ৰতিধ্বনি তুলিছিল, সি মাৰ গ'ল; টাৰ্কৰ দাসত্বৰ অধীনত থকা ইউক্ৰেনৰ ঘৰ-বলিয়া ডেকাবোৰৰ বিননি শুনা হ'ল; দূৰৰ ৰাজবাটৰপৰা ভাঁহি অহা ঘোঁৰাৰ খুৰাৰ খট্‌খটনি তাৰ মাজত মাৰ গ'ল। ছোৱালীবোৰে গায়েই থাকিল; হিমভৰা আকাশত তিৰ্‌বিৰাই থকা সোণালী বেলিটোলৈ চাই গাওঁখনেহে যেনিবা উচ্চস্বৰে গান গাবলৈ ধৰিছে।

ৰেড্ সৈনিকবোৰে ঘৰটোৰপৰা বন্দীবোৰক উলিয়াই নিলে। তৎক্ষণাৎ মানুহে জুম বান্ধিলে। তিৰোতাবোৰৰ তীব্ৰ কটাক্ষত জাৰ্মানবোৰ ভয়ত টেপা খালে। মূৰ তললৈ দোঁ খাই গ'ল; জাৰত কঁপনি উঠিল।

ক্ৰোধ-মূৰ্ত্তি ধৰি টাৰপিলিখাই সুধিলে, "সিহঁতক তুমি পঠিয়াই দিবা, নহয় নে?"

জীৱিলি, সেউজীয়া কোটপিন্ধা জাৰ্মানকিটাৰ পিনে কেৰাহিকৈ চাই ছেলভে ক'লে—"মই সিহঁতক সদৰলৈ পঠাই দিছোঁ।"

হঠাৎ পেলচেৰিখাই চিঞৰি ক'লে—"সৌটো! লেভনিয়াকক ফাঁচী দিয়া মানুহবোৰৰ দলত সিয়ো আছিল!"

তিৰোতাবোৰে গিজ্ খাই ধৰিলে।

"কোনটো? কোনটো আছিল?"

"সৌ ৰঙাচুলীয়াটো! চোৱাঁ, তেতিয়া তোমালোক সকলোৱে দেখিছিলা। সৌটো! ওখটো!"

"জৰুল, সিয়েই হয়।"

জনতাই বন্দীবোৰক ঘেৰি ধৰিলে। টুপীৰ তলেদি ৰঙা চুলিবোৰ ওলাই থকা ওখ জাৰ্মানটোলৈ আঙুলিয়াই তিৰোতাবোৰ আগবাঢ়ি গ'ল। সি বুজিলে যে সিহঁতে তাৰ কথা পাতিছে; ভয়ত সি নগৰীয়াবোৰৰ পাছপিনলৈ কুচিমুচি গ'ল।

"সি কেনেকৈ লুকাব খুজিছে, চোৱাঁ! কমৰেড্ লেফ্টেনেণ্ট, সেই মানুহটোৱেই ডেকাল'ৰাটোক ফাঁচী দিছিল।"

"কিহৰ ডেকাল'ৰাটো? মিট্কাৰ বয়স ষোল বছৰৰ বেছি নহয়। সি কেঁচুৱা ল'ৰা এটাক ফাঁচী দিলে।"

নেতৃত্বৰ সুৰত টাৰপিলিখাই ক'লে—"ছোৱালীহঁত, শুনা, চেল্‌বেলাই থাকিলে কি হ'ব? আহাঁ! আমি নিজেই কামটোত লাগি যাওঁ।"

ৰেড্ সৈনিকবোৰে বিমোৰত পৰি ইফালে সিফালে চাবলৈ ধৰিলে।

"নাগৰিকসকল, আঁতৰি যোৱাঁ। কি কৰিব খুজিছা তোমালোকে?"—ছেলভে টাৰপিলিখাক উদ্দেশ্য কৰি খঙেৰে ক'লে, "আঁতৰি যোৱা, ভালে ভালে কৈছোঁ।" টাৰপিলিখাই আঁকোৰ-গোঁজালি ভাব ধৰিলে—"কমৰেড কমাণ্ডাৰ! সি ইয়াৰপৰা

জীৱিত অৱস্থাত যাব নোৱাৰে। আমি তাক শেষ কৰিম; তেতিয়াহে সকলো ঠিক হব।"

সমুখত কি ঘটিব লাগিছে জাৰ্মানটোৱে তেতিয়া বুজিলে। সি বৰকৈ কঁপিবলৈ ধৰিলে; দাঁতে দাঁতে লাগি কৰ্‌কৰণি উঠিল।

ছেলভে কঠোৰভাৱে ক'লে,—"ইয়াৰ শৃঙ্খলা ৰক্ষাৰ ভাৰ মোৰ ওপৰত; তোমাৰ ওপৰত নহয়। সেই কথা মনত ৰাখিবা!"

ভিৰৰ মাজৰপৰা ফেডচিয়া ক্ৰেভচাক আগবাঢ়ি গ'ল।

"গৰ্‌পিনা, আনৰ কামত হেঁতা-ওপৰা লগাবলৈ তোমাৰ কি দৰকাৰ? ইয়াত লাগিবলৈ তোমাক কোনে মাতিছে? তুমি ইয়াত কচাইখানা পাতিব খুজিছা নেকি? অতবোৰ মৰা-মানুহেৰে ইয়াত জোৰা নাই নে? তোমাতকৈ বিবেচক আছে বুলি নাভাবা নেকি?"

টাৰপিলিখা পাছুৱাই গ'ল; ফেডচিয়াৰ মনোভাব বুজিব নোৱাৰি তধা লাগি চাই থাকিল।

"তুমি তাক মাৰিব খুজিছা? তাৰ মানে তাক এটা সহজ মৃত্যু চপাই দিব খুজিছা? দুই বা এক মিনিট—আৰু তাৰ পিছত সকলো শেষ! লেভনিয়াক, আমাৰ ল'ৰা-ছোৱালী আৰু যুঁজত মৰা মানুহবোৰৰ যাতনাৰ বিনিময়ত তাক দিবা কেৱল দুই মিনিটৰ কষ্ট? নহয়, সি হব নোৱাৰে। সি জীয়াই থাকক; তাৰ পৰিণামলৈ বাট চাই থাকক। পিয়লা-ভৰা দুখৰ মৌ সি তলি উদং কৰি পান কৰক! নিজ দেশলৈ সি উভতি যাওক। কেৱল লেভনিয়াকৰ কথাই নহয়—ইয়াৰ প্ৰত্যেক কথাৰ বাবে কেনেকৈ তাত সিহঁতৰ সকলোৱে ধাৰ শুজিব লগা হৈছে, সেই কথা সি নিজ চকুৰে দেখা পাওক।" পেলচেৰিখাই ক'লে—"তেওঁ ঠিক কৈছে।" সকলোৱে একেলগে ক'লে, "ঠিক কৈছা, ফেডচিয়া!"

"আৰু এটা কথা, গৰ্‌পিনা! যি এতিয়া মৰিবলৈ পায়, সি বৰ ভাগ্যবান। বৰং সি জীয়াই থাকক আৰু কেনেকৈ সিহঁতৰ সৈন্যবোৰ পাছ-হুঁহকি যায়, কেনেকৈ প্ৰাণৰ মমতাত পলাবলৈ ধৰে, কেনেকৈ অনাহাৰত মৃত্যুৰ মুখত পৰে আৰু কেনেকৈ সিহঁতৰ জঁকাবোৰ তৃণময় সমতলৰ মাজত সিঁচৰতি হৈ পৰে—তাক নিজ চকুৰে চাই সি তৃপ্তি পাওক। সি চাওক—কেনেকৈ হাতত ওখোন আৰু কুঠাৰ লৈ মানুহে প্ৰত্যেক জোপাৰ মাজৰপৰা, প্ৰত্যেক গছৰ আঁৰৰপৰা সিহঁতৰ ওপৰত জঁপিয়াই পৰে। কেনেকৈ

সিহঁত খালে-ডোঙে পৰি মৰে আৰু কোনেও সিহঁতৰ মুখত পানী এটোপাও নিদিয়ে! যিদিনা সিহঁতৰ নগৰ আৰু গাওঁবোৰ ধূলিৰ লগত মিহলি হব আৰু ছাইৰ বাহিৰে আন একো বাকী নৰব সেই দিনটো চাবলৈ সি জীয়াই থাকক! নিজৰ তিৰোতাৰ শাওশপনি খাবলৈ আৰু নিজৰ ল'ৰা-ছোৱালীয়ে তাক অস্বীকাৰ কৰা চাবলৈ সি জীয়াই থাকক! কিন্তু তুমি তাক সহজ মৃত্যুৰ পুৰস্কাৰ দিব খুজিছা? গৰ্‌পিনা, বুঢ়ী হ'লা, তথাপি অবুজন হৈ আছা। মৰিবলৈ যথেষ্ট সহজ; তাক জীয়াই থাকিবলৈ দিয়া। সি এশ বছৰ জীয়াই থাকক! মৃত্যুৰ কাৰণে হাবাথুৰি খাই সি মৃত্যুক বিচাৰি প্ৰাৰ্থনা কৰক; মৃত্যুও এই অশুচি জাৰ্মানটোৰ কাষৰপৰা আঁতৰি যাওক।"

খোকোজা লাগি তাই ৰ'ল; বুকুখন হাত দুখনেৰে চেপি ধৰিলে।

তাইক সমৰ্থন কৰি পেলচেৰিখাই ক'লে, "ফেডচিয়া, তুমি একেবাৰে ঠিক কথা কৈছা।"

তিৰোতাৰ জুমটো ভাগি গ'ল।

ৰেড্‌সৈনিকবোৰে ঘৰটোৰপৰা বন্দীবোৰক উলিয়াই নিলে। টাৰপিলিখা য'তে আছিল তাতে থিয় দি থাকিল; সিহঁত যোৱাৰ পিনে তাই চাবলৈ ধৰিলে। নিৰাশাত তাই হুমুনিয়া পেলালে; "আস্! কোনোবাই দেখিলে তোমালোকক দুৰন্ত খঙাল বুলি ভাবিব; কিন্তু তোমালোকৰ খং বিষ ততালিকে মাৰ যায়।"

"কি! তুমি ভাবা নেকি যে ফেডচিয়া ক্ৰেভচাকৰ অন্তৰ খঙত জ্বলি থকা নাই?"

"তেওঁৰ কথা কোৱাৰ ধৰণ বুজিকে নাপাওঁ। আমি পোনপটীয়া কথাহে জানো।"

হঠাৎ তাই আঁতৰি গ'ল আৰু কিবা এটা শুনিবলৈ ধৰিলে।

"মোৰ শুনাৰে ভুল, নে সঁচাকৈ সিহঁতে কামান চলোৱা বন্ধ কৰিলে?"

পুজিৰিখায়ো কাণ থিয় কৰি শুনিবলৈ ধৰিলে—"ঠিক কথা। তাত কেতিয়াবাই নিটাল মাৰিলে; কিন্তু আমি বন্দীবোৰৰ কথা লৈ ইমান হুলস্থূল লগাই আছিলোঁ যে তালৈ কাণকে কৰা নাছিলোঁ।"

"সিহঁত বাৰু নিটাল মাৰিলে কিয় ? যুদ্ধ শেষ হ'ল নে আন কিবাহে ? যেনে তেনে এই কথা জানিব লাগিব ; পিছে জানিবা নো কাৰপৰা ?"

"মোৰ বোধেৰে সেনাপতিয়ে জানে ।"

দূৰৰ হাবিখনৰ মূৰত হঠাতে নীৰৱ হৈ পৰা কথাটো কেৱল তিৰোতাবোৰেই লক্ষ্য কৰা নাছিল । ছেলভে বাৰে বাৰে কোঠাৰ ভিতৰলৈ অহা-যোৱা কৰি আছিল ; পহৰাত থকা সৈনিকটো টেলিফোনৰ কাষৰপৰা আঁতৰি অহা নাছিল ।

"সিহঁতক মাতি থাকা ! উত্তৰ নিদিয়ে নেকি ?"

"একো মুশুনি ।"

" 'লাইন' বেয়া হৈছে নেকি তাক চাবলৈ কোনোবা এটাক পঠিয়াই দিয়া আৰু তুমি সিহঁতক মাতি থাকা……"

মূৰকত টেলিফোনৰ মাত ওলাল । ৰেড্ সৈনিকটোৱে লৰা-লৰিকৈ কিবা এটা লিখিবলৈ ধৰিলে ।

"সিহঁতে কি কৈছে ?"

"ওখাবি আৰু জেলেণ্টছি আমাৰ হাতলৈ আহিল ।"

ছেলভ ওলাই বাট পালেহি । তেওঁৰ প্ৰথমেই চকু পৰিল টাৰপিলিখাৰ ওপৰত ।

"ওখাবি আৰু জেলেণ্টছি আমাৰ হাতলৈ আহিল !" তাই হাত চাপৰিয়াবলৈ ধৰিলে ।

"তেনেহ'লে সেইবাবেই তাত নিটাল মাৰিলে ?"

"এৰা, সেইবাবেই ।"

চাদৰখন দাঙি লৈ তাই পুজিৰিখাৰ পাছে পাছে লৰ ধৰিলে - "শুনিছানে পেলেজিয়া ? আমাৰ সৈন্যই ওখাবি আৰু জেলেণ্টছি অধিকাৰ কৰিলে ! লেফ্টেনেণ্টে নিজে সেই কথা কৈছে । টেলিফোন বাজি উঠাৰ লগে লগেই তেওঁ বাহিৰলৈ লৰি আহি মোক ক'লে—'আমি ওখাবি আৰু জেলেণ্টছি অধিকাৰ কৰিলোঁ ।' "

পুজিৰিখাই চিঞৰি ক'লে—"আমি অধিকাৰ কৰিলোঁ !"

"মই কোৱা নাছিলোনে ? নিটাল মৰাৰ লগে লগে মই কৈছিলোঁ যে যুদ্ধ শেষ হ'ল যেন দেখা যায় ।"

"হয়, পিছে সঠিক হোৱা নাছিলা ।"

"নাজানিম কেলৈ ? সিহঁতে জাৰ্মানবোৰক খেদি নিলে আৰু

কাঁড়ৰ দৰে সমুখৰ আক্ৰমণ-বিভাগটো বহলাই পেলালে; কথা সিমানেই, বুজিলা নে?"

"অ' গোসাঁই, তুমি দেখোন সামৰিক কথা-বতৰাও জানা।"

সদৰৰপৰা টেলিফোনত খবৰ আহিল। ছেলভে মুখনলটোৰ আগত চিঞৰি সুধিলে—"কলৈ? কোন পিনে?"

গোটেই গাৰ্ত তে তোলপাৰ লাগিল। ৰেড্ সৈনিকবোৰ মুকলি ঠাই ডোখৰত গোট খালেহি।

"তোমালোক কলৈ যোৱা? কলৈ যোৱা?" উদ্বিগ্ন হৈ তিৰোতাবোৰে সুধিলে।

"আমাক আগবাঢ়িবলৈ হুকুম দিছে।"

"কলৈ?"

"পশ্চিমৰ পিনে, আই!"

তিৰোতাবোৰ আকুল হৈ পৰিল। কথাটো সিহঁতৰ কাৰণে অসম্ভৱ যেন লাগিল। ফেডচিয়া ক্ৰেভচাক লেফ্টেনেণ্টৰ ওচৰলৈ গ'ল।

"কি হৈছে? চুৰুহা হবৰ হ'ল; তোমালোকে ভালকৈ আহাৰ কৰিবলৈকে নাপালা দেখোন……"

"চিন্তা নকৰিব আই। আমাৰ ভোক নাই। আগবাঢ়ি যাবলৈ আমাক হুকুম দিছে। মোৰ চুৰুহা আনে খাবলৈ পাব। আন এটা বাহিনী ইয়ালৈ আহিছে। সিহঁত ইয়াতে থাকিব। আপোনালোকে সিহঁতক অভ্যৰ্থনা কৰিব পাৰিব।"

সৈন্যবোৰৰ যাবলৈ তত নোহোৱা হ'ল। সিহঁতে চুৰুহাৰ বাটিতে চামোচ এৰিলে আৰু আধা খোৱা ৰুটি তাতে এৰি থৈ আহিল।

হুমুনিয়া পেলাই তিৰোতাবোৰে ক'লে, "উস্! তোমালোক যদি আৰু কেইদিনমান আমাৰ লগত থাকিব পাৰিলাহেঁতেন।"

"ধন্যবাদ, আমাৰ সময় নাই। আন মানুহ ইয়ালৈ আহিব; আমি যাবই লাগিব। তেওঁলোকে সো তাতে আমালৈ বাট চাই আছে।"

"এৰা, তেওঁলোক বৈ আছে।"—তিৰোতাবোৰে হুমুনিয়া কাঢ়িলে। বাটত সৈন্যবোৰে শাৰী পাতিছিল; সিহঁত সেইখিনি পালেগৈ। ডেকা-বুঢ়া সকলোৱে সিহঁতক বিদায় দিবলৈ আহিল। তিৰোতাবোৰে হুমুনিয়া কাঢ়িলে। কিছুমানে কান্দিলেও। চনিয়া

লাইমেনে ডেকা ৰেড্ সৈনিক এটাৰ ডিঙিত সাৰটি ধৰি চকুলো টুকিবলৈ ধৰিলে।

"ইস্ চন্‌কালে চোৰ্‌া! ভাই কোনোবা এটাক নিজৰ কৰি ললেই।" হাঁহি হাঁহি তিৰোতাবোৰে কোৰাকুই কৰিলে।

"মানুহটোও দেখিবলৈ বেয়া নহয়; তাৰ চেলাউৰিযোৰ কেনে বৈ পৰা!"

ঘৰটোৰপৰা লেফ্‌টেনেণ্ট ছেলভ্ ওলাই আহিল। ইতিমধ্যে সৈন্যদলে শাৰী পাতি থিয় দিলে।

"আগবাঢ়া!"

জনতাই চিঞৰিলে—"বিদায়! শুভইচ্ছা! নিৰ্বিঘ্নে আহাঁ যেন! তাত থকাবোৰক আমাৰ সম্ভাষণ জনাবা।"

সৈন্যবোৰ আগবাঢ়ি গ'ল; খোজৰ তলত পৰা বৰফবোৰ মৰ্‌মৰাই ভাগিবলৈ ধৰিলে। সৈন্যবোৰৰ সমানে সমানে যাবৰ মনেৰে ল'ৰা-ছোৱালীবোৰে বাটৰ দুয়োকাষে ল'ৰি যাবলৈ ধৰিলে; ইপিনে তিৰোতাবোৰে কাপোৰ-কানি চপাই লৈ পাছে পাছে বেগ দি গ'ল। দলটো চাপৰ পাহাৰ এটাৰ পিনে গ'ল আৰু তাতে ৰ'লগৈ।

চিক্‌মিকাই থকা বগা, বৰফ-ভৰা সমতলখন পশ্চিমৰ বহুত দূৰলৈকে জুৰি আছে। দূৰণিত ধোঁৱাৰ সৰু ৰেখা এটাই ফৰকাল আকাশৰ বুকুত এটা ক'লা চেকা সানি দিলে। সেইখনেই জাৰ্মানবোৰে জুই লগাই দিয়া লেভেনেভ্‌কা নামৰ দুৰ্ভগীয়া গাওঁখন। তেতিয়া জুই জ্বলি আছিল। মাজে মাজে অগ্নিকাণ্ড শাম কাটে, কিন্তু আওঠাৰ জুইৰ শিখাবোৰ টিমিক-ঢামাককৈ আকৌ জ্বলি উঠে। ক'লা ধোঁৱাৰে মুকলি আকাশৰ নীলিম বুকুখন ঘোপমৰা এন্ধাৰ কৰি পেলায়।

পাহাৰৰ ওপৰৰপৰা লেফ্‌টেনেণ্ট ছেলভে পশ্চিমৰ পিনে চালে। সমুখত বৰফেৰে ঢাক খাই থকা সমতলখন চকুত পৰিল—ইউৰোপৰ এই বিশাল ভূমিভাগ এতিয়াও জাৰ্মান-শাসনৰ তলত। গোটেই পশ্চিম অঞ্চল ইউক্ৰেনৰ ভূমিভাগে জুৰি আছে; তাত আজি তেজ আৰু জুইৰ তাণ্ডৱ নৃত্য চলিছে; সঙ্গীতৰ লহৰ মানুহৰ ওঁঠতে গোট মাৰিছে; জাৰ্মান-বুটৰ গচকত পৰি ধ্বংস হৈ যাব লাগিছে; ইউক্ৰেন আজি কলুষিত আৰু শৃঙ্খলবদ্ধ হৈ পৰিছে।

আৰু তেওঁ দেখিছিল ৰামধনুখন—আকাশ জুৰি, জকমকীয়া ফিটাৰ দৰে পোহৰৰ বাট এটা স্পষ্টভাৱে ওলাই পৰিল। ৰামধনুৰ সাতোৰঙ ঢালি, ফুলেৰে সজা ৰঙীন দলিচাৰ বোলেৰে, বনৰীয়া গোলাপৰ ক্ষীণ ৰঙচুৰা ৰহনেৰে, ফুলকুঁৱৰীৰ তেজীৰঙা বৰণেৰে, 'লাইলাক' আৰু 'উডলেণ্ড' ফুলৰ পাতল বেঙুনীয়া ৰঙেৰে জিলিকি আছিল। ৰামধনুখন বেলিফুলৰ পাপৰিৰ দৰে সোণালী আভাৰে জিলিকি উঠিল আৰু সাঁচিপাতৰ গছৰ কুমলীয়া, সেউজীয়া কোঁহৰ দৰে কঁপি আছিল। গোটেইখন এটা বিমল জেউতিয়ে আৱৰি ধৰিলে।' চক্‌চকীয়া ফিটাডালেৰে আকাশ আৰু পৃথিৱীক যোৰা লগাই ৰামধনুখন পূবৰপৰা পশ্চিমলৈকে জুৰি আছিল।

ছেলভে মানুহবোৰৰ পিনে মুখ ঘূৰালে।

"আগবাঢ়া!"

খোজত খোজ মিলাই সিহঁত বেগাই আগবাঢ়িল। গাৱঁৰ মানুহবোৰ পাহাৰৰ ওপৰতে ৰৈ থাকিল। কোনেও কথা পতা নাছিল। চিক্‌মিকাই থকা বগা সমতলখনৰ অসীম বিস্তৃতিৰ মাজলৈ—ৰামধনুৰ দীপ্তিৰ মাজলৈ—সিহঁতে বাট ল'লে।

দূৰত, জুয়ে পুৰি ছাৰখাৰ কৰা, লেভেনেভ্‌কাৰ ওপৰেদি ধোঁৱাৰ ৰেখাবোৰ দেখা গৈছিল; ৰেড্‌সৈনিকবোৰ সেইপিনে আগবাঢ়িল আৰু বৰফৰ দ'মৰ মাজত পোত খাই থকা গাওঁবোৰৰ অভিমুখে যাত্ৰা কৰিলে। হাতত ৰাইফল খামুচি লৈ সিহঁত ইউক্ৰেনৰ মাটিৰ ওপৰেদি আগবাঢ়িল; সিহঁতৰ ইউক্ৰেন আজি জাৰ্মানৰ গচকৰ তলত; জাৰ্মান শাসনে ইয়াৰ টেটু চেপি ধৰিছে—কিন্তু তথাপি দুৰ্জেয়ভাৱে এতিয়াও আঁকোৰগোঁজালি মাৰি যুঁজি আছে।

বেদনাৰ ভৰত গাৱঁৰ মানুহবোৰ নিস্তব্ধ হৈ আছিল। সৈন্যবোৰ ক্ৰমে দূৰলৈ আঁতৰি গ'ল; মানুহবোৰে একেথৰে সেইপিনে চাই থাকিল। চকুলোৱে উপচি পৰি দৃষ্টি নিবোধ কৰি পেলালে। দূৰণিৰ নীলিম বুকুত—বৰফৰ বিশাল বিস্তৃতিৰ মাজত—ৰামধনুৰ সুদূৰ-বিয়পা জেউতিৰ মাজত সৈন্যদল বিলীন হৈ নোযোৱালৈকে সিহঁত তাতে ৰৈ থাকিল।

